*ৰাষ্ট্ৰীয় জীৱন চৰিত*

# বলৰাজ
## মোৰ ককাইদেউ

ভীষ্ম ছাহ্নী

অনুবাদ

ডলী তালুকদাৰ



নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# সূচী

# শিশুকাল

1913 চনৰ মে মাহৰ এক তাৰিখে ৰাৱালপিণ্ডিত মোৰ ককাইদেউ বলৰাজে জন্ম গ্ৰহণ কৰিছিল। আমাৰ আয়ে প্ৰায়ে কৈছিল,– ককাইদেউৰ জন্মৰ লগে লগে তেওঁৰ যে এটি পুত্ৰসন্তান উপজিছে সেই কথা নজনাকৈয়ে ক্লান্ত হৈ বিছনাত পৰি থকা সময়তে বাহিৰত বেণ্ডপাৰ্টিৰ শব্দ শুনি তেওঁ সংজ্ঞাহীন হৈ পৰিছিল। আগতে, ঘৰৰ প্ৰত্যেকটো সন্তানৰ জন্মৰ সময়ত– একাদিক্ৰমে পাঁচগৰাকী কন্যাসন্তান ওপজা পৰত কঠোৰ ৰক্ষণশীল মনৰ বৰদেউতাই ঘৰৰ বাহিৰত খাট এখনত বহি খবৰৰ বাবে বাট চাই থাকিছিল আৰু ছোৱালী হোৱা খবৰ পালেই গালি-শপনি পাৰি বিৰক্তিৰে আঁতৰি গৈছিল। এইবাৰ, পুত্ৰসন্তান হোৱা গম পাই বজাৰলৈ তুৰন্তে গৈ, শুভ দিন উদযাপনৰ অৰ্থে এটা বেণ্ডপাৰ্টি দল লৈ আহিছিলগৈ। পৰিয়ালত ওপজা পাঁচজনী বাইদেউৰ, মাত্ৰ দুজনীহে বলৰাজ ককাইদেউৰ জন্মৰ সময়ত জীয়াই আছিল। আন তিনিজনী শিশুকালতে এজনীৰ পিচত সিজনীকৈ ঢুকাইছিল।

বলৰাজক প্ৰথমতে নাম দিয়া হৈছিল যুধিষ্ঠিৰ,– উচ্চাৰণ কৰা হৈছিল যুধিস্থেৰ। কিন্তু সেই নাম সোনকালেই বাদ দিবলগীয়া হৈছিল কাৰণ আমাৰ পেহীদেৰে ঠিকমতে নামটো উচ্চাৰণ কৰিব পৰা নাছিল আৰু প্ৰায়েই 'ৰেজিষ্টাৰ' শব্দটোৰ লগত সানমিহলি কৰি পেলাইছিল। সেই সময়ত পঞ্জাবৰ আৰ্য্য সমাজভুক্ত পৰিয়ালবোৰত হিন্দু শাস্ত্ৰৰ চৰিত্ৰসমূহৰ নাম দিয়া আৰু ইতিমধ্যে পঞ্জাবী নাম দিয়া ল'ৰা-ছোৱালীকে নাম সলাই হিন্দী নাম দিয়াটো দস্তুৰ যেন হৈ পৰিছিল। সেয়েহে আমাৰ বীৰণৱালী নামৰ বাইদেউ এজনীৰো নাম সলাই বেদৱতী কৰা হৈছিল।

বলৰাজৰ জন্ম হৈছিল– ঈশ্বৰভক্ত মধ্যবিত্ত মাক-দেউতাকৰ পৰিয়াল এটাত। আমাৰ দেউতাৰ জীৱিকা আছিল ইম্পোৰ্ট এজেন্ট অৰ্থাৎ আমদানি বিষয়ক দালালী। কঠোৰ পৰিশ্ৰমেৰে তেওঁ দাৰিদ্ৰ্যৰপৰা সন্তোষজনক আয়ৰ মুখ দেখিছিলগৈ আৰু ৰাৱালপিণ্ডিত কিছু সা-সম্পত্তি কৰিব পাৰিছিল। তেওঁ ৰাৱালপিণ্ডিৰ খাদ্যদ্ৰব্যৰ ভড়াল এটাত কেৰাণী কামেৰে জীৱন আৰম্ভ কৰিছিল; কিন্তু পিচলৈ স্বাধীনভাৱে ইম্পোৰ্ট বা আমদানি ব্যৱসায় কৰাৰ উদ্দেশ্যে সেই চাকৰি ইস্তফা দিছিল। বলৰাজৰ জন্মৰ সময়লৈ, ইতিমধ্যে দেউতাই নগৰৰ এগৰাকী ধনী আঢ্যৱন্ত তথা আৰ্য্যসমাজৰ একান্ত ভক্ত হিচাপে যথেষ্ট খ্যাতি আৰু সন্মান লাভ কৰিছিল। আৰ্য্যসমাজৰ প্ৰতি তেওঁৰ ভালপোৱা নিজৰ ধৰ্মবিশ্বাস বা পৰিয়ালৰ কৰ্ম-কাণ্ডৰ মাজত সিমান

প্ৰতিফলিত হোৱা নাছিল;– যিমান হৈছিল আৰ্য্যসমাজে হিন্দুসকলৰ মাজত সমাজ সংস্কাৰৰ বাবে চলোৱা চেষ্টাৰ প্ৰতি থকা সমৰ্থনত।

আমাৰ পৰিয়ালৰ পূৰ্বপুৰুষ সম্পৰ্কে ঘৰত বহুতো কাহিনী প্ৰচলিত আছিল। পঞ্জাবৰ লাহপুৰ জিলাৰ (বৰ্তমান পাকিস্তানত) ভেৰা নামৰ সৰু চহৰ এখনৰপৰা আমাৰ আইতা-ককাদেউতাহঁত ৰাৱালপিণ্ডিলৈ উঠি আহিছিল। ঝিলাম নৈৰ পাৰৰ মধ্যযুগীয় সৰু চহৰ ভেৰা, এসময়ত বেহা-বেপাৰৰ ক্ষেত্ৰত জাকত-জিলিকা আছিল। অতীতকালত এই চহৰখনৰ ঐতিহাসিক গুৰুত্বও যথেষ্ট আছিল, কাৰণ গজনীৰ মামুদৰ এটা আক্ৰমণৰ লক্ষ্য আছিল ভেৰা। এই কাহিনীৰ বিষয়ে ভেৰা চহৰবাসীয়ে কৈ কৈ যেন ভাগৰি নপৰে। ভেৰা নগৰৰ চাৰিওপিনে শিল-বালিৰ দেৱাল আছিল, চাৰিটা দ্বাৰপথ আছিল,– সেইবোৰ এতিয়া ভাঙি-ছিঙি গৈছে; আৰু আছে শীষমহল বুলি জনাজাত ৰাজমহলবোৰৰ ভগ্নাৱশেষ। বলৰাজ দুবাৰ তালৈ গৈছিল। এবাৰ, আমাৰ বৰ বাইদেউৰ বিয়া উপলক্ষে (1921 চনৰ ভিতৰত) ৰীতি অনুসৰি সমগ্ৰ পৰিয়ালৰ লগত শিশুকালত; আৰু দ্বিতীয়বাৰ 1961 চনত দেশবিভাজনৰ প্ৰায় পোন্ধৰ বছৰ পিচত, যেতিয়া তেওঁ পাকিস্তান ভ্ৰমণ কৰিছিল– তেতিয়া। ভেৰাই বলৰাজৰ মনত এটা অক্ষয় প্ৰভাৱ বিস্তাৰ কৰা যেন অনুমান হয়। বহুধৰণে এইখন এখন অনন্য চহৰ। আমি জনাত এইখনেই চহৰ য'ত চুবুৰীবোৰ সম্পূৰ্ণভাৱে জাতি-উপজাতিৰ ভেটিত ভাগ কৰা হৈছিল। সেইমতে, ছাহনি, ছেঠী, কোহলি ইত্যাদি লোকৰ বাবে ভিন ভিন বাটপথ আছিল। আমাৰ আইতা-ককাহঁতে চহৰখন ত্যাগ কৰা পৰলৈকে, ঠাইডোখৰ ইতিমধ্যে ভগ্নাৱশেষত পৰিণত হৈছিল। ঝিলাম নৈয়ে গতি সলনি কৰি চহৰখনৰপৰা বহুদূৰ আঁতৰি গৈছিল। তদুপৰি মাটিবোৰত খাৰুৱা গুণ নষ্ট কৰা পটাছ খাৰৰ সৃষ্টি হৈছিল। যেতিয়া শিশুকালত পৰিয়ালৰ লগত বলৰাজ তালৈ গৈছিল, তেতিয়া প্ৰায়বোৰ ঘৰবাৰী জহি-খহি যোৱাত চহৰখন জনশূন্য হৈছিল; কিছুমান ঘৰত ধুনীয়াকৈ কটা মধ্যযুগীয় দুৱাৰবোৰত বন্ধ তলা ওলমি আছে কিন্তু তাৰ দাঁতিতেই দেৱালবোৰ ভাঙি-ছিঙি দ'ম হৈ পৰি আছিল।

আগতেও আমাৰ পৰিয়াল এবাৰ দেশান্তৰী হৈছিল, সেইবাৰ বোলে আফগানিস্থান কাবুলৰপৰা গুচি আহিছিল। কেতিয়া এই প্ৰব্ৰজন ঘটিছিল, জনা নেযায়। আফগানিস্থানত সম্ভৱ কিবা ৰাজনৈতিক বিপৰ্য্যয় ঘটিছিল,– যি কাৰণে ভগনীয়াৰৰ প্ৰব্ৰজন হৈছিল আৰু সেইসকল ভগনীয়াৰৰ মাজতে আমাৰ উপৰিপুৰুষ মহেশ দাস ছাহনিয়েও পা-পৰিয়াল সহ গুচি আহি ভৈয়ামৰ শাহপুৰ জিলাত থিতাপি লৈছিলহি। এইদৰে পৰিয়ালটোৱে প্ৰব্ৰজন, স্থানচ্যুতি আৰু বহু সংখ্যক ভগনীয়াৰৰ লগত যথেষ্ট পৰিচিত আছিল; শেহতীয়াকৈ 1947 চনত দেশ বিভাজনৰ পিচত ৰাৱালপিণ্ডিৰপৰা আঁতৰি আহিবলগীয়া হৈছিল।

আমাৰ ককাদেউতা লীলা ঠাকুৰদাসে ৰাৱালপিণ্ডিৰ এগৰাকী আইন ব্যৱসায়ীৰ মুন্সী হিচাপে কাম কৰিছিল। তেওঁৰ পত্নী, আমাৰ আইতা বহুগুণসম্পন্না মহিলা বুলি খ্যাতি লাভ কৰিছিল; তেওঁ স্বভাৱতেই অতিশয় ধৰ্মপৰায়ণা আৰু সাহসী মহিলা আছিল। মানুহে কয় যে তেওঁৰ এজন চফল ডেকা বয়সৰ পুত্ৰৰ মৃত্যুৰ সময়তো তেওঁ কন্দা নাছিল। তাৰ পৰিৱৰ্তে মৃত পুত্ৰৰ মূৰটো কোচত লৈ তাৰ কাষতে বহি অনৰ্গল শাস্ত্ৰীয় শ্লোক আৰু প্ৰাৰ্থনাৰ স্তোত্ৰ গাই আছিল। তেওঁ পুত্ৰৰ মৃত্যুৰ শোক স্থিতাপ্ৰজ্ঞ হৈ অভূতপূৰ্ব ধৈৰ্য্যেৰে সহ্য কৰিছিল। তেওঁৰ কবি সুলভ মানসিকতাও আছিল বুলি শুনা যায়, আৰু সময়বিশেষে ভক্তিমূলক ধৰণৰ কবিতাও হেনো ৰচিছিল। ল'ৰা-ছোৱালী, নাতি-নাতিনীয়ে উপৰিপুৰুষৰপৰা কিছুমান গুণ আহৰণ কৰা কথা যদি সঁচা,— তেনেহ'লে আইতায়ো নিশ্চয় তেওঁৰ পো-নাতিসকলৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। সেয়েহে চাগৈ সেইসকলৰ কিছুমান সাহিত্যিক ভাবাপন্ন হৈছিল। তেওঁৰ চৰিত্ৰৰ সততা আৰু কাম-কাজৰ সৎ উদ্দেশ্য সম্পৰ্কে আমাৰ পৰিয়ালত বহুতো কাহিনী শুনা গৈছিল। খাদ্য ভঁড়ালত কণিষ্ঠ কেৰাণী হিচাপে কাম কৰি থাকোতে, আমাৰ দেউতাই এবাৰ এজন ঠিকাদাৰৰ 'বিল' পাছ কৰি দিয়া বাবদ দহ টকা উপঢৌকন হিচাপে পাইছিল। যেতিয়া তেওঁ মাকক গধূলি টকাকেইটা দিছিল, আইতাই তেওঁক বকিছিল আৰু ততালিকে ঠিকাদাৰজনৰ ঘৰলৈ পঠিয়াই দি কৈছিল যে টকাকেইটা ওভতাই নিদিয়ালৈ দেউতা ঘৰত সোমাব নোৱাৰে।

বলৰাজে শিশুকাল অতিবাহিত কৰা ঘৰ আৰু পাৰিপাৰ্শ্বিকতাৰ মাজত নিজস্ব ধৰণৰ সুকীয়া বৈশিষ্ট্য কিছুমান আছিল। ব্যৱসায়ী আছিল যদিও, দেউতাৰ কোনো স্থায়ী ব্যৱসায়কেন্দ্ৰ বা দোকান নাছিল। ঘৰৰে তলতলাত এটা সৰু অফিচ পাতি, তাৰ পৰাই তেওঁ ব্যৱসায় চলাইছিল। বয়-বস্তুৰ ভিতৰত কেইটামান ফাইল, এটা টাইপ-ৰাইটাৰ, এখন টেবুল আৰু কেইখনমান চকীয়েই সৰ্বস্ব আছিল। সপ্তাহত এদিন, বিশেষকৈ বৃহস্পতিবাৰে, টাইপৰাইটাৰকে লৈ তেওঁ বহিছিল আৰু এটা আঙুলিৰে চিঠি-পত্ৰ টাইপ কৰিছিল—কাৰণ তেওঁ টাইপৰাইটিং নিয়মিতভাৱে কেতিয়াও শিকা নাছিল। পৰিয়ালত সেই দিনটো 'ফৰেইন মেইল' দিবস বুলি জনাজাত আছিল আৰু আমি ল'ৰা-ছোৱালীহঁতে সেই অফিচ কোঠালৈ সিদিনা যোৱা বা কোনো ধৰণে দেউতাক আমনি দিয়াটো নিষিদ্ধ আছিল। 'ফৰেইন মেইল' অৰ্থাৎ বিদেশৰ চিঠি-পত্ৰ বৃহস্পতিবাৰে আবেলি সংগ্ৰহ কৰা হয় আৰু বৃহস্পতিবাৰে পুৱা দেউতাই বহি চিঠি-পত্ৰ টাইপ কৰে। সপ্তাহৰ আন দিনত তেওঁ সেই কাম কিয় নকৰিছিল, সেইটো এতিয়াও মোৰ বাবে সাঁথৰ হৈ আছে। সিদিনা গোটেই পৰিয়ালটো দিনটোলৈ ওলমি থকাৰ দৰে বৈ থাকিবলগীয়া হৈছিল। আৰু, দেউতাৰ

সদায় পলম হৈছিল কাৰণ সিদিনাই ৰেলষ্টেচনৰ ডাকবাকচত চিঠিবোৰ দিব পৰাকৈ ঠিক কৰি আনিবলগীয়া হৈছিল। আহিয়েই ঘৰৰ একমাত্ৰ লগুৱা তুলসীক মাতি আনি চিঠি-পত্ৰবোৰ হয় ডাকঘৰ নাইবা ৰেল ষ্টেচনলৈ পঠিয়াইছিল। 'ইম্‌পোৰ্ট এজেন্টৰ বাবে আৱশ্যকীয় সময়ানুৱৰ্তিতা, নিয়মানুবৰ্তিতা, আৰু 'চিজিল কৰি থবলগীয়া কোনোটো গুণেই দেউতাৰ অলপো নাছিল। বৃহস্পতিবাৰৰ কাম হৈ গ'লেই, পুনৰ তেওঁ তেওঁৰ গতানুগতিক 'ৰুটিন' মতে পুৱাৰ দীঘলীয়া ভ্ৰমণ তথা আৰ্য্যসমাজ আৰু ইয়াৰ বিভিন্ন দাতব্য অনুষ্ঠানৰ কামত ব্যস্ততাৰে দিন নিয়াইছিল,–কাৰণ তেওঁ উক্ত সমাজৰ এজন বিশিষ্ট সদস্য আছিল।

দেউতাই কিনা-বেচাৰ দালালী ব্যৱসায় কৰিছিল। তেওঁৰ লগত সংযুক্ত বিক্ৰেতাসকলৰ বেছিভাগেই কোয়েটা, কাবুল, শ্ৰীনগৰ, পেছোৱাৰ আদিৰ দৰে দূৰণিবটীয়া ঠাইৰ আছিল। আনহাতে তেওঁ আমদানি কৰিছিল প্ৰধানতঃ ইংলিছ আৰু ফৰাচী প্ৰতিষ্ঠানবোৰৰপৰা। গতিকে তেওঁৰ ব্যৱসায়ৰ প্ৰায়খিনি কাম চিঠি-পত্ৰৰ যোগেৰেই কৰিবলগীয়া হৈছিল, আৰু আমি পিচলৈ জনামতে, তেওঁ এই ক্ষেত্ৰত অতিশয় নিপুণতাৰ পৰিচয় দিছিল।

তেওঁৰ অফিচঘৰৰ সংলগ্ন কোঠাটোত সকলো ধৰণৰ নমুনাৰে ভৰা বাকচবোৰ ৰাখিছিল। এই কোঠাটো কাচিৎহে খোলা হৈছিল, আনহাতে বলৰাজৰ কাৰণে সেইটো আলি বাবাৰ গুহাৰ দৰেই আকৰ্ষণীয় আছিল। সেয়া অন্তহীন অনুসন্ধিৎসাৰ উৎস আছিল, কাৰণ সেই বাকচবোৰত সকলো ধৰণৰ মনোহাৰী বয়বস্তু সানমিহলি কৰি থোৱা আছিল, যেনে সোণালী বোৰ্ডাৰ দিয়া চীনামাটিৰ পিয়লা আৰু থাল য'ত 'মোক মনত ৰাখিবা' (ৰিমেম্বাৰ মি), 'মোক নেপাহৰিবা' (ফৰগেট মি নট) আদি ধুনীয়া কথাবোৰ লিখা আছিল; তদুপৰি আছিল ৰঙচঙীয়া বিবিধ ধৰণৰ হেণ্ডেল লগোৱা ছুৰি, ফৰাচী দেশৰ মুখত সনা ক্ৰীম, বিভিন্ন ধৰণৰ পেন্সিল, ৰঙীন ছবি থকা কাপোৰৰ বিবিধ নমুনা, খোপা, লেচ্ আৰু যে ক'ত কি! এই সকলো বেহানি যে দেউতাই কিনা-বেচা কৰিছিল, সেইটো নহয়। ৰপ্তানি অফিচবোৰে তেওঁ আমদানি কৰোঁতা কাৰণে সেইবোৰ পঠাই থাকে। আনহাতে তেওঁৰ প্ৰধান ব্যৱসায়ৰ বস্তু আছিল খোপা আৰু লেচ্‌হে, যিবোৰ তেওঁ পেছোৱাৰ, কোৱেটা, কাবুল আদিৰ তেওঁৰ খৰিদ্দাৰবোৰৰ বাবে ফৰাচী দেশৰপৰা আমদানি কৰিছিল। আগতে তেওঁ কেঁচা চাহপাতৰ ভাল ব্যৱসায় কৰিছিল; সেইবোৰ তেওঁ কাবুল আৰু কাশ্মীৰত বেচিবলৈ চাংহাইৰপৰা অনাইছিল।

দেউতাই এটা অলস জীৱন যাপন কৰিছিল, তাৰেই এটা নিৰ্ঘাত প্ৰমাণ হ'ল এয়ে যে তেওঁ সকলো বিষয়তে পলম কৰিছিল। দুপৰীয়াৰ আহাৰৰ সময় হ'লেহে তেওঁ গা ধুবলৈ গৈছিল; সন্ধিয়াৰ আহাৰ খোৱাৰ পৰত হয়তো হাতত লাঠী লৈ

ওলাই যায় ফুৰিবলৈ; যেতিয়া আমি সচৰাচৰ পাকঘৰত একেলগে খাবলৈ বহি তেওঁলৈ বাট চাই থাকোঁ, দেউতাই তেতিয়াহে প্ৰাৰ্থনাত বহে।

দিনটোৰ ভিতৰত আমাৰ আটাইতকৈ আনন্দৰ বিষয় আছিল ৰান্ধনি ঘৰত বহি সন্ধিয়াৰ আহাৰ খোৱা পৰ্বটো। আয়ে জুহালৰ কাষত বহি 'চপাটী' বনাই থাকে, আৰু আমি চাৰিটাই– দুজন ভাই-ককাই আৰু দুজনী বাই-ভনী একেলগে বহি দুখন থালৰপৰা খাই থাকোঁ। বলৰাজে সৰু সৰু আমোদজনক ঘটনাৰ কথা কৈ আৰু আন ভাৱবাদী দেখুৱাই পৰিয়ালটোক ৰঙীয়াল কৰি ৰাখে। সকলো ধৰণৰ মানুহৰ ভাৱবাদী অনুকৰণ কৰাত বলৰাজ পাকৈত আছিল। পুঞ্চ জিলাৰ ৰুমলী গাঁৱৰ ল'ৰা তুলসী নামৰ আমাৰ লগত প্ৰায় বাৰ বছৰ কটোৱা লগুৱাটোৱে মাজতে একোটা অসঙ্গতিপূৰ্ণ মন্তব্য দিয়ে। আৰু আমাৰ বাই-ভনী দুজনীয়ে বাগৰি বাগৰি হাঁহো; সিহঁতে তুলসীক জোকাই বৰ ৰং পায়; দেউতায়ে সিহঁতৰ হাঁহিত সদায় যোগ দিয়ে। তেওঁ অভ্যাসবশতঃ অট্টহাস্য কৰাৰ আগতে হাতচাপৰি মাৰে। কেতিয়াবা তেওঁ তেনেদৰে যোগ নিদিলেও তেওঁৰ চকুত ল'ৰা-ছোৱালীহঁতলৈ থকা চেনেহ-মৰম উজ্বলি উঠে।

সন্ধিয়াৰ আহাৰ খোৱা হ'লে, আমি ল'ৰা-ছোৱালীহঁতে বিছনালৈ শুবলৈ যাওঁ; আনহাতে দেউতাই মূল শোৱনি কোঠাটোত অলসভাৱে ইফালে-সিফালে খোজ কাঢ়ি কাঢ়ি মাৰ লগত ইটো-সিটো কথা পাতি থাকে। মাই 'সাৰ পাই' খাট এখনত বহি কিবা চিলাই কৰে বা ফটা-ছিটা কাপোৰ সী থাকে। দেউতাই সমসাময়িক কথাৰ বিষয়ে– বিশেষকৈ আৰ্য্যসমাজৰ বিষয়ে নানা কথা কয়; প্ৰায়েই তেওঁ সমাজ সংস্কাৰৰ আৱশ্যকতাৰ কথা কয়, ল'ৰা-ছোৱালীৰ মনত বিশ্বাস তথা আশাবাদ গঢ়ি তোলাৰ আৱশ্যকতাৰ কথা কয়, হিন্দী আৰু সংস্কৃত অধ্যয়নৰ আৱশ্যকতাৰ কথা কয়, মুছলমানসকলৰ বিষয়েও কয়– তেওঁ যিসকলক হিন্দু সমাজৰ নৈতিকতাত হতাশা সৃষ্টি কৰা বুলি ভাবে।

আই যদিও গভীৰভাৱে ধৰ্ম পৰায়ণা, তথাপি অলপ বেলেগ আছিল। তেওঁ যথেষ্ট স্বাধীনচিন্তীয়া মনৰ আছিল। দেউতাই বিশ্বাস কৰা সকলোবোৰ কথাতে তেওঁ গতানুগতিকভাৱে সহমত নহৈছিল আৰু প্ৰায়েই আৰ্য্যসমাজ তথা দেউতাৰ মতামতৰ ক্ষেত্ৰত সমালোচনাও কৰিছিল। কেতিয়াবা তেওঁ শিখ গুৰুদ্বাৰলৈ যায় নাইবা পঞ্জাবীতে প্ৰাৰ্থনা কৰে নাইবা সনাতনপন্থী সাধু আৰু ধৰ্ম প্ৰচাৰক আলোচনাও শুনেগৈ। আই অশিক্ষিতা আছিল কিন্তু তেওঁ বৰ অনুসন্ধিৎসু মনৰ আছিল; সেয়ে নিজৰ চেষ্টাৰে পঞ্জাবী আৰু হিন্দী পঢ়িবলৈ আৰু লিখিবলৈ আৰম্ভ কৰিছিল। শিক্ষা লাভৰ কাৰণে আইৰ ইমান বেছি আগ্ৰহ আছিল যে, তেওঁ উৰ্দু আৰু আনকি ইংৰাজী শিকাৰ কথাও ভাবিছিল, যদিও অৱশ্যে পাৰিপাৰ্শ্বিকতাৰ বাবে

অকণো উৎসাহ-উদগণি নোপোৱাত সেই দিশত বিশেষ আগবাঢ়িব নোৱাৰিলে।

আই আৰু দেউতাৰ ভিতৰত, আইক অধিক দৃঢ়চেতা স্বভাৱৰ যেন অনুমান হয়। দেউতাই সহজ-সাধাৰণভাৱে থকাটো ভাল পাইছিল আৰু সেয়ে কোনে কি ধৰণে সাজপাৰ পিন্ধে নাইবা বাস কৰে,– সেই লৈ মূৰ নঘমাইছিল। কিন্তু আয়ে ল'ৰা-ছোৱালীবোৰে ভাল কাপোৰ-কানি পিন্ধাত আগ্ৰহী আছিল, ভাল খেল-ধেমালিৰ সুবিধা দিয়াটোও বিচাৰিছিল, আৰু মেলা বা উছৱ-পাৰ্বনলৈ নিয়াতো মন দিছিল। প্ৰত্যেক বছৰে 'দছেৰা' (দশহৰা) বা দেৱালীৰ দৰে উছৱত ঘৰখন চাবলগীয়া হয়। এবাৰ দেউতাই বলৰাজ আৰু মোক 'দছেৰা' উছৱৰ মেলালৈ নিছিল, কিন্তু দিনটোৰ শেষত আমি দুয়োজন হেৰাই গৈছিলোঁ। আৰ্য্যসমাজৰ কেবাগৰাকী সদস্য, পিয়ন আৰু চাপ্ৰাছীকে আমাক বিচাৰিবলৈ পঠিয়াইছিল আৰু অৱশেষত যেতিয়া আমাক বিচাৰি পাইছিল– তেতিয়া চহৰৰ এমূৰে আছিল বলৰাজ আৰু আনমূৰে আছিলোঁ মই। কিন্তু এই অসফল অভিযানেও আইৰ মনৰ উদ্যম দমাব পৰা নাছিল। আইৰ দাবীতেই ঘৰলৈ প্ৰথম হাৰমনিয়ামটো আহিছিল, একেদৰে আহিছিল প্ৰথম গ্ৰামোফোনটোও।

অকলে থাকিলে, আয়ে কেতিয়াবা আমাক গীত গাই শুনাইছিল, যিবোৰ গীত সাধাৰণতে দুখ লগা আৰু ভাগ্যবাদী বিষয়ৰ তথা জীৱনৰ অসাৰতাৰ ওপৰত ৰচিত আছিল। আয়ে গীত গাই থকা শুনিলে, কেতিয়াবা কেতিয়াবা তলৰ অফিচৰুমৰপৰা দেউতাই চিঞৰি তেনেকুৱা দুখ লগা বিষয়ৰ গীত গাবলৈ হাক দিছিল। তেওঁ কৈছিল, "ল'ৰা-ছোৱালীহঁতে বিৰাগভাৱৰ গীত শুনা উচিত নহয়। সিহঁতক আশাবাদী আৰু আনন্দদায়ক গীত মাত গাই শুনোৱাচোন।" কিন্তু আয়ে এটা এটাকৈ কম বয়সতে তিনিটা সন্তান হেৰুওৱাৰ ফলত বিষনমনৰ হৈ পৰিছিল।

কিন্তু ঘৰ সংসাৰ চলোৱা ক্ষেত্ৰত কোনো এগৰাকীয়ে আন গৰাকীৰ আদৰ্শ হ'ব পৰা ধৰণৰ নাছিল। আয়ে প্ৰায়েই চাবিকোছা কৰবাত ভুলকৈ এৰে, আৰু গোটেই ঘৰঘৰুৱাই তাকে বিচাৰি ঘৰ চলাথ কৰে। গাখীৰ হয়তো উতলি পৰে নাইবা দৈ ভালকৈ গোট নেমাৰে। ৰন্ধা-বঢ়াতো আই সিমান পাকৈত নাছিল। ঘৰৰ তল তলাৰ গৰু ৰখা গোহালিৰ বান্ধ সোলোকাই দামুৰীয়ে প্ৰায় মাকৰ আধাখিনি গাখীৰ খাই পেলায়। কেবাবাৰো চাবিকোছানো ক'ত থলে তাকে চোৱাবলৈ এজন জ্যোতিষীকো লগাইছিল। বহু সময়ত আয়ে দুপৰীয়াৰ আহাৰৰ পিচত ওলাই যায়– ইষ্ট–কুটুম্বৰ ঘৰত ফুৰেগৈ আৰু 'সংসদ' (ধৰ্মীয় সভা) পায়গৈ, তাৰপিচত হয়তো কোনোবা ঘূৰিফুৰা সাধুৰ 'কথা' বা আলোচনা চক্ৰত উপস্থিত হয়গৈ। ফলত ঘৰলৈ উভতি আহে মানে প্ৰায় সন্ধিয়া হয় আৰু লৰালৰিকৈ নিশাৰ খোৱা-বোৱাৰ দিহাত লাগেগৈ।

আমাৰ ঘৰখন এটা সৰু, সুসংবদ্ধ পৰিয়ালৰ ঘৰ আছিল। দেউতা ধৰ্ম পৰায়ণ আছিল, কিন্তু উগ্ৰ ধৰ্মাৱলম্বী নাছিল। আমি আটায়ে দিনটোত দুবাৰ–পুৱা আৰু সন্ধিয়া প্ৰাৰ্থনা কৰিছিলোঁ, কিন্তু কোনো ধৰাবন্ধা প্ৰাৰ্থনাৰ স্তৱ নাছিল। কেতিয়াবা কেতিয়াবা হোমযজ্ঞ অনুষ্ঠিত হৈছিল আৰু গোটেই পৰিয়ালটোৱে পৱিত্ৰ অগ্নিৰ চাৰিও দিশে জুমবান্ধি বহিছিলোঁ; আমাৰ লগতে লগুৱা তুলসীও থাকিছিল, কাৰণ তাকো আমাৰ পৰিয়ালৰে এজনৰ দৰে জ্ঞান কৰা হৈছিল। বলৰাজে হোমযজ্ঞ বৰ ভাল পাইছিল, যদিও আচলতে আমি ল'ৰা-ছোৱালী আটাইকেইটাই গাই থকা মন্ত্ৰবোৰৰ একো অৰ্থ নুবুজিছিলোঁ নাইবা তেনে অনুষ্ঠানৰ বৈশিষ্ট্যৰ কথাও একো বুজা নাছিলোঁ। বলৰাজে এনে অনুষ্ঠানত কিবা এটা বিশেষ আকৰ্ষণ পাইছিল,– সেয়া নাচি থকা অগ্নিশিখা বা পূজা–পাঠৰ পদ্ধতি বা উপচাৰৰ সুগন্ধ নে মন্ত্ৰপাঠৰদ্বাৰা সৃষ্টি পৰিবেশৰ বাবেই আছিল কোৱা টান। কিন্তু ল'ৰালি কালত এই 'হোমযজ্ঞ'ৰ ক্ষেত্ৰত বলৰাজ অতিশয় আগ্ৰহী আছিল।

গতানুগতিকভাৱে আমাৰ পৰিয়ালতো 'ইটো কৰিবা', 'সিটো নকৰিবা' ধৰণৰ কথা আছিল– যেনে সৰুবোৰে ডাঙৰসকলৰ কথা শুনিবই লাগিব, কোনেও মিছা কথা নাইবা অশ্লীল কথা ক'ব নেলাগে ইত্যাদি। দেউতাই বিশেষ জোৰ দিছিল– সহজ-সৰল জীৱন-যাত্ৰাৰ ওপৰত। বলৰাজৰ মূৰৰ চুলি চুটিকৈ কাটি এডাল দীঘল টিকনি ৰখাইছিল। চিনেমা চোৱাটো আমাৰ কাৰণে নিষিদ্ধ আছিল। চেঁচা পানীৰে গাধোৱা, দীঘলীয়া পথত খোজ কঢ়া, প্ৰাৰ্থনা কৰা, ভাল চৰিত্ৰ গঠনৰ বাবে আৱশ্যকীয় পঢ়া-শুনা আৰু ভাল স্বাস্থ্যৰ বাবে লাগতিয়াল নিৰামিষ আহাৰ– এইবোৰ আছিল আমাৰ কাৰণে দৈনিক অৱশ্যে কৰ্তব্য। কেবাটাও কোঠাত হিন্দীভাষাত ছপা কৰা নীতিবচনবোৰ বেৰত ওলোমাই থোৱা আছিল। পাপ আৰু পুণ্যৰ সংজ্ঞাসহ এখন তালিকাও তাৰ ভিতৰত আছিল। তাৰে একাংশ আছিল এনেকুৱা–

সহজ-সৰলতাই জীৱনক বুজায়,–
প্ৰদৰ্শন প্ৰচেষ্টাই বুজায় মৰণ।
কৃচ্ছতাই হ'ল জীৱন,
কামনাৰ আধিক্যই মৰণ।
ইত্যাদি

তুলসী দাসৰ ৰামায়ণৰ কিছুমান শ্লোকো তেনেদৰে আঁৰি থোৱা আছিল;

য'তেই জ্ঞান বা সুমতি, তাতেই সমৃদ্ধি, (আৰু)
য'তেই ভাল-বেয়াৰ বিচাৰ নাই অৰ্থাৎ কুমতি তাতেই বিপত্তি।

অৱশ্যে আমাৰ ঘৰুৱা জীৱনত কিছুমান অদ্ভুত ধৰণৰ পৰিবেশৰ সমন্বয় ঘটিছিল,– যিবোৰে ল'ৰা-ছোৱালীহঁতক বিবুধিত পেলোৱা যেন কৰিছিল। ব্যৱসায়ী

হিচাপে দেউতাৰ পাঠানকে ধৰি মুছলমানসকলৰ লগত যোগাযোগ আছিল, আৰু সেইসকল লোকে আমাৰ ঘৰলৈ মাজে সময়ে আহিছিল। মুছলমান সম্প্ৰদায়ৰ বিষয়ে যদিও তেওঁ অসন্মানজনক মন্তব্য মাজে সময়ে দিছিল, কিন্তু তেওঁৰ ঘৰলৈ অহা এইসকল আলহীৰ প্ৰতি অতি সুন্দৰ ব্যৱহাৰ কৰিছিল। তেওঁলোকক তেওঁ খুওৱা-বুওৱাও কৰিছিল। কিন্তু তেওঁলোক যোৱাৰ পিচত, আলহীবোৰে ব্যৱহাৰ কৰা কাঁহী-বাতিবোৰ জ্বলন্ত কয়লাৰে চাফ কৰাইছিল,– যিটো সাধাৰণতে আন ক্ষেত্ৰত আমাৰ ঘৰত কৰা নহৈছিল। প্ৰধানতঃ মুছলমান বসতিপূৰ্ণ অঞ্চল এটাত আমি আছিলোঁ আৰু চুবুৰীয়াৰ লগত দেউতাৰ সম্বন্ধ আছিল অতি মধুৰ; তথাপিও কিন্তু দেউতাই তেওঁৰ ল'ৰা-ছোৱালীক একেলগে মুছলমান ল'ৰাবোৰৰ লগত খেল-ধেমালি কৰিবলৈ নিদিছিল। আমাৰ দুজনী বাইদেৱে আৰ্য্যসমাজে পৰিচালনা কৰা ছোৱালী স্কুলত পঢ়িছিল। কিন্তু আচৰিত কথা যে, স্কুলৰ মাজৰ শ্ৰেণী পোৱাৰ আগতেই দেউতাই তেওঁলোকৰ পঢ়া-শুনা বন্ধ কৰি দিছিল। দুয়োগৰাকী বাইদেউক আচৰিত ধৰণে বাধা-নিষেধৰ মাজত ডাঙৰ দীঘল কৰা হৈছিল। আমাৰ ঘৰৰ প্ৰথম মহলাত আলিবাটৰ পিনে এখন বাৰান্দা আছিল। আমাৰ বাইদেউ দুগৰাকীক কেতিয়াও সেই বাৰান্দালৈ যাবলৈ বা ঘৰৰ কোনো খিৰিকিৰে বাহিৰলৈ ভূমুকি মাৰিবলৈ দিয়া নহৈছিল। তেওঁলোকে ডাঙৰকৈ হঁহা বা গীত গোৱাতো বাধা আছিল। যদি, কিবা প্ৰকাৰে তেওঁলোকৰ মাত কথা চুবুৰীয়াই শুনা ধৰণে ডাঙৰ হৈছিল, লগে লগে দেউতাই তলৰ অফিচকোঠাৰপৰা ককৰ্থনা কৰা শুনা গৈছিল। যদি কেতিয়াবা সেইপিনে যোৱা পথচাৰীয়ে প্ৰেমগীত বা পঞ্জাবী টপ্পা গায়– (সেইটো সেই সময়ত সাধাৰণতে হৈছিলোঁ) আমাৰ ল'ৰা-ছোৱালীহঁতে হাতেৰে কাণত সোঁপা দিব লাগিছিল, যাতে তেনে প্ৰেমৰ গীতৰ কামভাবৰ শব্দবোৰ আমাৰ কাণত নোসোমায়।

এনেকুৱাই আছিল ঘৰুৱা পৰিবেশ, যাৰ মাজত বলৰাজৰ শৈশৱ অতিবাহিত হৈছিল।

দেউতাৰ আৰ্য্যসমাজৰ প্ৰতি ইমানেই গভীৰ প্ৰীতি আছিল যে ল'ৰাহঁতক নিয়মীয়া স্কুললৈ নপঠিয়াই সৰু গুৰুকুললৈহে (গুৰুকুল পথোহাৰ নামে জনাজাত) পঠিয়াইছিল; সেই গুৰুকুল চহৰৰ বাহিৰত আছিল আৰু আৰ্য্যসমাজৰ গুৰুকুল বিভাগৰদ্বাৰা পৰিচালিত হৈছিল।

যথাবিহিতভাৱে লগুণ দিয়নী উছৱ পতা হৈছিল। বলৰাজক মুণ্ডন কৰোৱা হৈছিল, আৰু যজ্ঞৰ শেষত বৈদিক মন্ত্ৰোচ্চাৰণেৰে গুৰুৱে বলৰাজক যজ্ঞোপবীত (লগুণ) আৰু ব্ৰহ্মচাৰীয়ে পিন্ধা গেৰুৱা ধুতি প্ৰদান কৰিছিল। অনুষ্ঠানৰ অন্তত, সমবেত জনসাধাৰণৰ মাজত বলৰাজক ব্ৰহ্মচাৰীসকলৰ দৰে হাতত পাত্ৰ লৈ ভিক্ষা

মাগ্গিবুলৈ কোৱা হৈছিল। উপস্থিত জনসাধাৰণৰ বেছিভাগেই মধ্যবিত্ত আৰু দেউতাৰ আৰ্য্যসমাজৰ সদস্য আছিল। তেওঁলোকে বলৰাজৰ ভিক্ষাপাত্ৰ টকা-সিকা আৰু নোটেৰে ভৰাই দিছিল। আয়ে অনুষ্ঠানৰ এই অংশটোৰ প্ৰতি বিশেষ সহৃদয়তা অনুভৱ কৰা নাছিল। গুৰুৱে সকলোখিনি টকা-পইচা 'গুৰু দক্ষিণা'ৰ নামত সামৰি লোৱা বাবে আয়ে বৰ বিৰক্তিবোধ কৰিছিল।

আমাৰ ঘৰৰপৰা প্ৰায় চাৰি মাইল আঁতৰত, নগৰৰ বাহিৰত, এটা দুমহলা ঘৰত গুৰুকুল। বলৰাজ তেতিয়া সাত বছৰমান বয়সৰ; সেয়ে প্ৰতি দিনে পুৰা খোজ কাঢ়ি গুৰুকুললৈ যোৱা আৰু সন্ধিয়া উভতি অহা পথৰ দূৰত্ব বহুতো আছিল। আমি তাত বাস কৰা ব্ৰহ্মচাৰী নাছিলোঁ, মাত্ৰ দিনৰ ভাগত অধ্যয়ন কৰিবলৈহে গৈছিলোঁ। কিছুদিন পিচত বলৰাজ আৰু মোৰ গুৰুকুললৈ অহা-যোৱাৰ সুবিধাৰ কাৰণে দেউতাই এটা সৰুজাতৰ ঘোঁৰা কিনিছিল। সেইটো নামতহে ঘোঁৰা বুলিব পাৰি, প্ৰকৃততে সেইটো বুঢ়া ঘোঁৰা; ৰাতিপুৱাতে দুজনকৈ ল'ৰা পিঠিত তুলি চহৰৰ বাহিৰলৈ যাবকে নোখোজে, ঘৰৰ লগুৱা তুলসীয়ে নাকী জৰি টানি আগে আগে যাবলগীয়া হয়। কিন্তু আমি উভতি অহাৰ পৰত সেই ঘোঁৰাটোৱে যে হঠাতে পৃথিৱীৰ সকলো উদ্দীপনা পায় আৰু কেতিয়াবাতো আমি তাৰ পিঠিৰপৰা উফৰি পৰাৰ অৱস্থাই হয়।

গুৰুকুলটোত জিলাখনৰ বিভিন্ন ঠাইৰপৰা অহা আৰু প্ৰায়বোৰ দুখীয়া পৰিয়ালৰ চল্লিছজনমান ব্ৰহ্মচাৰী আছিল। গুৰুকুলৰ পাঠ্যক্ৰমত মুখ্যতঃ সংস্কৃত ব্যাকৰণ আৰু ভাষা অন্তৰ্ভুক্ত আছিল। বলৰাজক ব্যাকৰণৰ সূত্ৰৰ ব্যাখ্যামূলক পাঠ থকা 'লঘুকৌমুদী' পঢ়োৱা হৈছিল,— লগতে 'ৰিজুপাঠ' আৰু 'হিতোপদেশ' পঢ়োৱাও হৈছিল। সূত্ৰবোৰ আয়ত্ব কৰাত বলৰাজ অতি পাৰদৰ্শী আছিল। কম সময়ৰ ভিতৰতে সন্ধি-সমাস সহ এশতকৈ বেছি সূত্ৰ বলৰাজৰ মুখস্থ হৈছিল,— অৱশ্যে সেইবোৰৰ অৰ্থ নুবুজাকৈয়ে। তদুপৰি তেওঁৰ হাতৰ আখৰ আছিল অতি ধুনীয়া, আৰু তেওঁক বয়সতকৈ অধিক আগবঢ়া ল'ৰা বুলি আটায়ে ধৰি লৈছিল,— লগতে এজন বাধ্য তথা ডাঙৰক সা-সন্মান কৰা আৰু ফটফটীয়াকৈ সজ প্ৰকৃতিৰ ল'ৰা বুলি সকলোৱে কৈছিল। গেৰুৱা সাজ পাৰেৰে বলৰাজক এজন উদীয়মান সন্ন্যাসী যেন লাগিছিল।

প্ৰতি দেওবাৰে, নগৰৰ পথেৰে আৰ্য্যসমাজলৈ গেৰুৱা বসন পিন্ধা সেই সকলো কিশোৰ ব্ৰহ্মচাৰীদলক এগৰাকী বয়সষ্ঠ বানপ্ৰস্থীয়ে নেতৃত্ব লৈ শোভা যাত্ৰা কৰি নিছিল। শাৰী পাতি যোৱা সেই সকলক তেওঁলোকৰ খুৰোৱা মূৰ আৰু লাঠী লোৱা হাতেৰে সৈতে এদল বৌদ্ধ সন্ন্যাসী যেনেই লাগিছিল। আৰ্য্যসমাজৰ দুটা দলৰ ভিতৰত দেউতা 'কলেজ বিভাগ'ৰ আছিল— আৰ্য্যসমাজৰ এই অংশৰ সমৰ্থক

সকলে আধুনিক পাশ্চাত্য শিক্ষাৰ পোষকতা কৰিছিল, আৰু বহুতো ডি. এ. ভি. স্কুল তথা কলেজ পৰিচালনা কৰিছিল। অন্যটো অংশ 'গুৰুকুল বিভাগ' বুলি জনাজাত আছিল; তেওঁলোক প্ৰাচীন, ধ্ৰুপদী ধৰণৰ শিক্ষা চলাই যোৱাৰ সমৰ্থক আছিল আৰু সেয়ে বহুতো 'গুৰুকুল' স্থাপন কৰিছিল। দেউতা 'কলেজ বিভাগ'ৰ হোৱা সত্বেও, হয়তো হিন্দী আৰু সংস্কৃতত বিশেষ বুৎপত্তিৰ পোষকতা কৰা বাবেই ল'ৰাহঁতক গুৰুকুললৈ পঠিয়াইছিল।

এদিনাখন কিন্তু, গুৰুকুলৰ কাহিনীৰ হঠাতে সামৰণি পৰিছিল। বলৰাজে হঠাতে ঘোষণা কৰিলে যে তেওঁ আৰু গুৰুকুললৈ নেযায়। সেই সন্ধিয়াৰ কথা মোৰ স্পষ্টভাৱে মনত আছে,– যেতিয়া বলৰাজে দেউতাৰ অফিচৰ টেবুলৰ সমুখত থিয় দিছিলগৈ,– মুখমণ্ডল তেওঁৰ উজ্বলি উঠিছিল আৰু কণ্ঠবৰত আছিল এটা দৃঢ়সঙ্কল্প ধ্বনি।

টাইপ কৰি থকা দেউতাই মূৰ তুলি চাইছিল। মই ভাবিছিলোঁ দেউতাই ভ্ৰূকুঞ্চণ কৰিব আৰু আশ্বৰ্য্যান্বিত হ'ব। কিন্তু দেখিলোঁ তেওঁ মাত্ৰ ভ্ৰূযুগল তুলি চালে আৰু সুধিলে ঃ

ঃ কিয়, কি হ'ল? গুৰুকুলত পঢ়িব খোজা নাই কিয়?

ঃ তাত তেওঁলোকে একো নিশিকায়। মই নিয়মিত স্কুলতহে পঢ়িব খোজো।

অলপ পৰলৈ গহীন নিৰবতা বিৰাজ কৰিলে। তাৰপিচত দেউতাই হঠাতে তেওঁৰ গতানুগতিক মৰমসনা হাঁহি এটি মুখত বিৰিঙাই চকীৰপৰা উঠিল, ঘৰৰ ভিতৰ ফালৰ চোতালখনলৈ গ'ল আৰু আইক ৰিঙিয়াই মাতিলে। ঘৰত কিবা এটা বিশেষ পৰিস্থিতিৰ সৃষ্টি হ'লে তেওঁ সদায় তেনে কৰে; তেওঁ আইৰ লগত আলোচনা কৰি ল'ব খোজে।

আই আহিল আৰু চামৰাৰে আবৰা বেঞ্চিখনত কোলাত হাত সাৰটি বহিলহি। বলৰাজৰ মনৰ সিদ্ধান্তৰ কথা জানি আয়ে ক'লে, "সি ঠিকেই কৰিছে। তোমাৰ আৰ্য্যসমাজী ভাই-বন্ধুসকলৰ পৰিয়ালৰ আন কোন ল'ৰাক গুৰুকুলত থৈছে? আৰু মোৰ ল'ৰাই কি জগৰ লগাইছে যে তাক 'ভিক্ষাবৃত্তি'ৰ মাজলৈ ঠেলি দিব লাগে?"

গুৰুকুলৰ বিষয়ে আইৰ কাহানিও আগ্ৰহ নাছিল। আয়ে গুৰুকুলত কি শিকায় সেই কথা নেজানে বা বিশেষ জানিবলৈকো ইচ্ছা নকৰিছিল; কিন্তু তেওঁ জানিছিল যে তাত– ব্ৰহ্মচাৰীসকলে ভিক্ষুকজীৱন যাপন কৰে– যিটো কথা তেওঁ পছন্দ নকৰিছিল। সেয়ে আই আৰু দেউতাৰ মাজত খন্তেকৰ বাবেহে সিদিনা আলোচনা হ'ল। বলৰাজৰ মুখমণ্ডল তেতিয়াও উজ্বলি ৰঙা হৈ আছিল, আৰু তেওঁয়ে দৃঢ়সঙ্কল্পবদ্ধ সেয়া প্ৰকাশ পাইছিল। দেউতাই আমি আশা কৰাতকৈ আগতেই সহজ হৈ পৰিছিল। তেওঁ আকৌ মিচিকিয়াইছিল আৰু কৈছিল, "তাত বেছি দিন

পঢ়াটো ময়ো বিচৰা নাছিলোঁ। মই মাত্র বিচাৰিছিলোঁ যে হিন্দী আৰু সংস্কৃতত এটা ভাল ব্যৱহাৰিক জ্ঞান হওক। কাইলৈৰপৰা তুমি ডি. এ. ভি. স্কুললৈ যাবা।”

এনেদৰে চমু অধ্যায়টোৰ শেষ পৰিছিল। পিচদিনাই বলৰাজক ডি. এ. ভি. স্কুলৰ চতুৰ্থ বৰ্গত ভৰ্তি কৰাই দিয়া হ'ল। অৱশ্যে হিন্দী আৰু সংস্কৃতৰ অধ্যয়ন ঘৰতে চলাই ৰখা হ'ল। দেউতাই এই উদ্দেশ্যেৰে এজন গৃহশিক্ষক নিযুক্তি কৰিছিল আৰু এই ব্যৱস্থা পিচৰ পাঁচ-ছ বছৰলৈ চলি আছিল। স্কুলত উৰ্দু আছিল শিক্ষাৰ মাধ্যম, আৰু কিছুদিন পিচতে ইংৰাজীও বাধ্যতামূলক পাঠ্যক্রমত অন্তৰ্ভুক্ত হৈছিল। এতিয়া মই ভাবো যে যদি বলৰাজে তেওঁৰ মনৰ ইচ্ছাৰ কথা সাহসেৰে ব্যক্ত নকৰিলেহেঁতেন, তেনেহ'লে গুৰুকুলত অধ্যয়নৰ পৰ্বই অন্ততঃ আৰু দুই বা তিনি বছৰ চলি থাকিলহেঁতেন।

স্কুলৰ জীৱন তেনেই সুকীয়া আছিল,– বহু বেছি মুকলিমূৰীয়া আৰু অধিক বিচিত্ৰতাপূৰ্ণ। বলৰাজে এতিয়া আলিবাটত খেল-ধেমালি কৰিব পাৰে; বহুসংখ্যক নতুন বন্ধুও হ'ল– বেছিভাগ মধ্যবিত্ত পৰিয়ালৰ ল'ৰা; আৰু এনেদৰেই নানা ধৰণৰ অভিজ্ঞতা লাভৰ সুযোগ পালে।

স্কুলীয়া দিনৰ কথাবোৰ মনত পেলাই ভাল লাগে। তেওঁৰ ল'ৰালিকালৰ চৰিত্ৰত বিকশিত হৈছিল সততে সাহসেৰে আগৰণুৱা হোৱা গুণ আৰু সৃষ্টিশীল-চিন্তাশীল মানসিকতা। এই গুণবোৰেই আকৌ তেওঁ খেল-ধেমালিত যেনেদৰে প্ৰতিবিম্বিত হৈছিল,– অধ্যয়ন আদিতো একেদৰে উদ্ভাসিত হৈছিল। খেল-ধেমালি বাছি লোৱা বিষয়তো তেওঁ সাধাৰণতে গতানুগতিকতা বৰ্জন কৰিছিল। পিচ দিনাখনেই বলৰাজে নিজৰ ধনু-কাঁড় বনাই লৈ স্কুলত প্ৰদৰ্শনী দেখুওৱা তীৰন্দাজ-জনৰ দৰে চকুত কাপোৰ বান্ধি লক্ষ্যভেদ কৰিবলৈ লৈছিল। প্ৰতি বছৰে মাৰ্চ মাহত ৰাৱালপিণ্ডিৰ আমাৰ ঘৰৰ ওচৰত এখন ঘোঁৰাৰ মেলা বহিছিল, তাৰ দাঁতিতে মেলাৰ শেষত তম্বুৰ খুঁটি উভলা প্ৰতিযোগিতা হৈছিল। অশ্বাৰোহীসকলে হাতত যাঠি লৈ দ্ৰুততম গতিৰে একোটা মাটিত পোতা কাঠৰ খুঁটি লক্ষ্য কৰি অভিযান চলায়। বলৰাজেও সেই খেলত যোগ দিছিল। মাত্ৰ আমাৰ বেলিকা যেনিবা যাঠিও নাছিল ঘোঁৰাও নাছিল সেয়ে যাঠিধাৰীয়ে নিজৰ ভৰিৰে দ্ৰুত গতিত আহি জোঙা গজাল মাৰি লোৱা লাঠী এডালেৰে লক্ষ্যত আঘাত কৰিবলগীয়া হৈছিলোঁ। প্ৰায়েই মাজে সময়ে বলৰাজে ঘৰত নাট্যাভিনয় পাতে আৰু স্বামী দয়ানন্দ, ৰাণা প্ৰতাপ, শ্ৰাৱণ কুমাৰ আদিৰ জীৱনৰ ঘটনা কিছুমান অভিনীত কৰে। দৰ্শকৰ বাবে আছিল আমাৰ দুগৰাকী বাইদেউ, আমাৰ আই, আৰু মাজে সময়ে দেউতা আৰু ঘৰৰ লগুৱা তুলসী। বলৰাজে অভিনয় কৰে হলদিঘাটৰ যুদ্ধত ৰাণা প্ৰতাপৰ ভাও বা বৃদ্ধ অন্ধ গুৰুক সেৱা কৰি থকা মূল শঙ্কৰৰ (স্বামী দয়ানন্দৰ শিশুকালৰ নাম)

ভাও। নাইবা আমাৰ চুবুৰীত বুৰঞ্জী প্ৰসিদ্ধ আলেকজেণ্ডাৰ পুৰুৰ যুদ্ধ অভিনীত হয়, আৰু ঘৰৰ ছাদবোৰৰপৰা প্ৰস্তৰ নিক্ষেপৰ ব্যৱস্থাও হয়। নাইবা বলৰাজে স্বামী দয়ানন্দৰ বিষয়ে 'মেজিক লেণ্টাৰ্ণ লেকচাৰ'কে দিয়ে। তাৰবাবে কিছুমান ডাঠ বাকলিত বাক্যবোৰ কাটি লৈ মমবাতিৰ পোহৰ দেৱালত পেলাই সেইবোৰৰ বৃহদাকাৰ ছাঁ সুন্দৰভাৱে সৃষ্টি কৰা হৈছিল। বলৰাজ যেতিয়া সপ্তম বৰ্গৰ ছাত্ৰ, তেতিয়া তেওঁ 'হকীকৎ' নামৰ এপিঠিয়া হাতে লিখা আলোচনী উলিয়াইছিল, –য'ত হকী খেলৰ, ধৰ্মীয় আলোচনাৰ আৰু মূৰ্তি পূজা, বিধৱা বিবাহ আদিৰ দৰে ইটোৰপৰা সিটোলৈ বিভিন্ন মেৰুৰ প্ৰভেদ যেন বিষয়ো সামৰা হৈছিল। সেই আলোচনীৰ তিনিটা সংখ্যা ওলোৱাৰ পিচত হাতেৰে লিখা কষ্টৰ বাবে বন্ধ কৰি দিবলগীয়া হৈছিল। এনেদৰে তেওঁৰ প্ৰায়বোৰ কামতে এটা গুণ দেখা যায়– সেয়া হ'ল সাহসী আগৰণুৱাৰ পদক্ষেপ। কেবাবাৰো খেলাৰ পিচত তেওঁ একোটা খেলত ভাগৰি পৰে আৰু নতুন এটা উলিয়ায়। পিচলৈ জীৱন কালতো এটা জীৱিকাৰপৰা আঁতৰি যাবলৈ বা এটা জীৱনধাৰা এৰি আন এটা গ্ৰহণ কৰিবলৈ তেওঁৰ বেছি পৰ নেলাগিছিল। তেওঁৰ এটা অগ্ৰগামী প্ৰগতিবাদী মন আছিল আৰু সেয়ে অতীতৰ বাবে বিশেষ আকৰ্ষণ কেতিয়াও অনুভৱ নকৰিছিল। এবাৰ কিবা এটা কথা মনত সোমালে, তেওঁৰ বাবে সেইটোলৈ এৰাব নোৱাৰা আকৰ্ষণ হয়, আৰু যেতিয়ালৈকে সেইটো কাৰ্য্যকৰী কৰিব নোৱাৰে–কোনোমতে শান্তি নেপায়।

বলৰাজে বিভিন্ন বিষয়ে স্বাধীনচিতীয়া দৃষ্টিভঙ্গী ল'বলৈ আৰম্ভ কৰিছিল আৰু আপেক্ষিকভাৱে কম বয়সৰপৰাই নিজকে প্ৰতিষ্ঠিত কৰাৰ চেষ্টা কৰিছিল। মৰমীয়াল আৰু ঢিলা মাক-দেউতাকৰ অতি আদৰ পোৱা ল'ৰা-ছোৱালী কিছুমানেও তেনে কৰে। বলৰাজক আদৰ কৰি লাই দিয়াৰ বহুখিনি যুক্তিসঙ্গত কাৰণ নথকাও নহয়। পৰিয়ালত পাঁচজনী ছোৱালীৰ পিচত, তেৱেঁই প্ৰথম ল'ৰা সন্তান আছিল, গতিকে বংশৰ নাম ৰক্ষা কৰোঁতাজনৰ জন্মত আনন্দ অধীৰ হোৱাৰ যথেষ্ট পৰম্পৰাগত কাৰণ আছিল। তেওঁ বগা আৰু দেখাত বৰ ধুনীয়া আছিল; আৰু মৰম লগা ল'ৰা-ছোৱালীয়ে যথেষ্ট প্ৰশংসা শুনি শুনি অহঙ্কাৰী আৰু দেমাকী হোৱাৰ মানসিকতা লাভ কৰাটো স্বাভাৱিক। কিন্তু আমাৰ পৰিয়ালত তাৰ ব্যতিক্ৰম ঘটিছিল। আমাৰ মা-দেউতাহঁতে যথেষ্ট কৃচ্ছ্ৰতাৰে সহজ-সৰল ধৰণৰ জীৱন-যাপন কৰিছিল। দেউতা সদায় সতৰ্ক আছিল যাতে তেওঁৰ ল'ৰা-ছোৱালীবোৰ, বিশেষকৈ ল'ৰাহঁত,– সহজ-সৰল স্বভাৱৰ হয়, কষ্ট-সহিষ্ণু হয়, আৰু অহমিকাহীন হয়। যদিও ধন-বিতৰ দিশেৰে তেওঁ যথেষ্ট সম্পদশালী আছিল, তথাপি পৰিয়ালৰ জীৱনধাৰা নিম্ন মধ্যবিত্ত পৰিয়ালৰ লেখীয়াকৈ চলিছিল। ঘৰত কোনো ধৰণৰ বিলাসী বয়বস্তু, কাপোৰ-কানি আদি তেনেকৈ নাছিল। বলৰাজ কলেজত পঢ়া সময়তহে প্ৰথমবাৰলৈ ঘৰত কাপ

আৰু পিৰিচৰ আমদানি হৈছিল। ডাইনিং টেবুলৰ ক্ষেত্ৰতো একেই কথা। বয়-বস্তুবোৰক 'আধুনিকতা'ৰ সামগ্ৰী বুলি ধৰা হৈছিল, আৰু দেউতাই সেইবোৰক সন্দেহৰ দৃষ্টিৰে লক্ষ্য কৰিছিল। তেওঁ বিশ্বাস নৰখা নৱাগত ইউৰোপীয় জীৱনধাৰাৰে এইবোৰ প্ৰতীক বুলি দেউতাই ভাবিছিল। আই ইতিমধ্যে ভাগ্যবাদী হৈ পৰিছিল আৰু দেউতাই সেই সময়ত গা কৰি উঠা মধ্যবিত্ত শ্ৰেণীৰ চিন্তাধাৰাৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল। এই চিন্তাধাৰাত কঠোৰ শ্ৰম, ব্যক্তিগত আনুগত্য আৰু জীৱনত পৰম আশাবাদে স্থান পাইছিল। সেয়ে মা-দেউতাৰ কেৰে বলৰাজক অযথা লাই দিয়া নাছিল। ঘৰত কোনোদিনে সুগন্ধি তেল ব্যৱহাৰ কৰা নহৈছিল। ১৯২৯ চন মানত যেতিয়া নগৰত বিজুলী যোগান কোম্পানী স্থাপিত হৈছিল, তেতিয়া ঘৰত বিজুলী সংযোগৰ বিষয়ে দেউতাৰ বিশেষ আগ্ৰহ নাছিল। প্ৰকৃততে আমাৰ ঘৰলৈ বিজুলী যোগানৰ ব্যৱস্থা নগৰৰ সকলো ঘৰৰ শেষতহে হৈছিল। আৰু তেতিয়াও অতি কম শক্তিৰ বাল্বহে ব্যৱহৃত হৈছিল, কাৰণ দেউতাৰ বিশ্বাস ইলেক্‌ট্ৰিক লাইট দৃষ্টিশক্তিৰ কাৰণে ক্ষতিকৰ। বলৰাজক কেই ইঞ্চিমান দীঘলীয়া চুলি ৰখাৰ অনুমতিও দিয়া হোৱা নাছিল। পাদুকা হিচাপে তেওঁ 'গামোছাহী জোতা'হে ব্যৱহাৰ কৰিছিল। এইবিধ জোতা পিন্ধাজনেহে জানে— সেয়া কেনে। তাৰ চামৰা কোমল কৰাবলৈ প্ৰথম কেইদিনমান যথেষ্ট তিচিতেল ব্যৱহাৰ কৰিবলগীয়া হৈছিল। ভেৰাৰ মানুহবিলাকৰ বিষয়ে সাধাৰণতে কোৱা শুনা গৈছিল যে কামিজটো চাফা থাকিলে পায়জামাটো মলিয়ন থাকিব লাগে, কাৰণ তেওঁলোকে ভাবে— সাজ-পাৰৰ সকলোখিনি ভালদৰে ধোৱা আৰু পৰিষ্কাৰ কৰি ৰখাটো অমঙ্গলজনক।

বলৰাজৰ এটা দৃঢ় মন আছিল, কিন্তু তেওঁ আকোৰগোজ বা অতি-আকাঙ্ক্ষী নাছিল। বলৰাজক নিজৰ কাৰণে কিবা বিচাৰি লাগি থকাটো মই কাহানিও দেখা মনত নপৰে। ধুনীয়া সাজ-পাৰ পিন্ধা আদিতো তেওঁৰ বিশেষ আগ্ৰহ নাছিল। বলৰাজক এটা ভাল 'আৰ্য্যসমাজী' ল'ৰা আছিল বুলি ক'লে বঢ়াই কোৱা নহ'ব। বাধ্য, কৰ্তব্যপৰায়ণ, হিন্দী আৰু সংস্কৃতত অতি নিপুণ, সমগ্ৰ 'সন্ধ্যা' তথা যজ্ঞমন্ত্ৰ মুখস্থ থকা, প্ৰাৰ্থনা তথা সাপ্তাহিক ধৰ্মসভাত নিয়মিতভাৱে উপস্থিত থকা,— কিন্তু লগতে নমনীয় বা ভীৰু নোহোৱা তথা নিজস্ব মত থকা এই ল'ৰাজন আছিল উজ্জ্বল, ধুনীয়া মুখৰ আৰু স্বচ্ছ সৰলতাৰ প্ৰতিমূৰ্তি।

ভৱিষ্যৎ জীৱনত,— মানুহ হিচাপে আৰু শিল্পী হিচাপেও তেওঁৰ ব্যক্তিত্ব গঢ়ি তোলাত যিবোৰ অনুভূতি সহায়ক হৈছিল, সেইবোৰ তেওঁৰ ল'ৰালিকালতে ক্ৰমে চকুত পৰা ধৰণৰ আছিল। তেওঁ নাটক ভাল পাইছিল। পাঠ্যপুথিত পঢ়া ধৰণৰ শ্লোকৰ আৰ্হিত কেতিয়াবা তেওঁ দুই এটা শ্লোক ৰচনাও কৰিছিল। তদুপৰি, বৰ্তমানে যিটোৱে মোক বিশেষভাৱে আকৃষ্ট কৰে— সেয়া হ'ল তেওঁৰ বাছনিৰ ক্ষেত্ৰত

দেখা কলাসুলভ ৰুচি। তেওঁ বিশেষ ছন্দ আৰু লয়যুক্ত শ্লোক বাছি বাছি উলিয়ায়; সেয়েহে তেওঁ যজ্ঞ অনুষ্ঠান আদিৰ প্ৰতি আকৃষ্ট হৈছিল।

সেই কালছোৱাতে, বলৰাজ স্কুলত পঢ়ি থাকোতেই আমাৰ পৰিয়ালত আন এটা মৃত্যুৰ ঘটনা ঘটিছিল। আমাৰ তেতিয়া জীয়াই থকা দুজনী ভগ্নীৰ সাবিত্ৰী নামৰ এজনী ভগ্নী মৃত্যু মুখত পৰে। মৃত্যুৰ সময়ত তাইৰ বয়স আছিল ১৯ বছৰ; বৰ ধুনীয়া ছোৱালীজনী, শেতা আৰু কথা-বতৰা, চালচলনত তেনেই কোমল। মৃত্যুৰ নিশা তাই সম্ভৱ জীৱনৰ সামৰণি পৰাৰ আগবতৰা অনুভৱ কৰিছিল, সেয়ে দেউতা আৰু মা দুয়োকে বেদ মন্ত্ৰ শুনাবলৈ অনুৰোধ কৰিছিল। এইদৰে বেদ মন্ত্ৰ গাই থকাৰ মাজতে আমাৰ ভনীজনীয়ে শেষ নিশ্বাস ত্যাগ কৰিছিল। সেই বেদ মন্ত্ৰ গান বিননিলৈ ৰূপান্তৰিত হৈছিল যেতিয়া গম পাইছিলোঁ যে তাই আৰু নাই।

কিন্তু তাইৰ মৃত্যুৰ এঘন্টামানৰ ভিতৰতে, এনে ঘটনা এটা ঘটিছিল যি শোকাকুল পৰিয়ালনৈ একধৰণৰ সান্ত্বনা কঢ়িয়াই আনিলে আৰু যি বলৰাজৰ মনত এটা অবিস্মৰণীয় প্ৰভাৱ পেলালে। আমাৰ বিবাহিতা বাইদেউ সেই সময়ত আমাৰ ঘৰতে আছিল, আৰু তেওঁ ভনীজনীৰ মৃত্যুৰ খন্তেক পিচতে দ্বিতীয় সন্তানৰূপে এগৰাকী কন্যা সন্তান প্ৰসৱ কৰিছিল। মৃত্যুমুখী কন্যাক শুশ্ৰূষা কৰি থকা আমাৰ আয়ে মুহূৰ্ততে তেওঁৰ প্ৰসৱ বেদনাত থকা আন গৰাকী কন্যাৰ শুশ্ৰূষাত লাগিবলগীয়া হৈছিল। ছোৱালীজনী ওপজাত, সকলোৱে ক'লে যে সদ্যমৃত ভনীজনীয়েই যেন পৰিয়ালত পুৰ্নজন্ম পালে। সম্ভৱতঃ আমাক ল'ৰা-ছোৱালীহঁতক সান্ত্বনা দিবলৈকে তেনেদৰে কোৱা হৈছিল।

1928 চনত বিজ্ঞান আৰু সংস্কৃত ঐচ্ছিক বিষয় হিচাপে লৈ ডি. এ. ভি. স্কুলৰপৰা বলৰাজে মেট্ৰিক পৰীক্ষা দিছিল। তেওঁ সুখ্যাতিৰে প্ৰথম ডিভিজন পাইছিল। সমগ্ৰ জিলাৰ ভিতৰতে তেওঁ দ্বিতীয় স্থান লাভ কৰি বিশ্ববিদ্যালয়ৰ বৃত্তি এটাও পাইছিল।

মেট্ৰিক পাছ কৰাৰ পিচত বলৰাজে সংস্কৃত আৰু দৰ্শন ঐচ্ছিক বিষয় হিচাপে লৈ ৰাৱালপিণ্ডিৰ ডি. এ. ভি. কলেজত ইণ্টাৰমিডিয়েট শ্ৰেণীত যোগ দিয়ে। প্ৰায় আজিকালিৰ দৰেই, তাহানি ছাত্ৰৰ বাবে কলেজত সোমোৱা মানে পশ্চিমীয়া চিন্তাধাৰা তথা মূল্যবোধত প্ৰৱেশ কৰা যেন আছিল। পাঠ্যক্ৰমত ইংৰাজী ভাষাই প্ৰাধান্য পাইছিল, আৰু যিহেতু এইটো মৰ্য্যাদাসূচক ভাষা বুলি ধৰা হৈছিল– সেয়ে কলেজ শিক্ষাই পৰোক্ষভাৱে ছাত্ৰসকলৰ দৃষ্টিভঙ্গী তথা জীৱনধাৰণৰ প্ৰকৃতি সলনি কৰাটো সূচাইছিল। লংপেণ্ট পিন্ধা, ইংৰাজী সাজপাৰ গ্ৰহণ কৰা, ইংৰাজীৰে কথা-বতৰা পতা, ইংৰাজী চিনেমা চোৱা, দাঢ়ি-গোফ খুৰোৱা তথা নতুন ধৰণে ধুনীয়াকৈ চুলি কটা, ইংৰাজী উপন্যাস পঢ়া আদিলৈ সেয়ে উদগনি দিছিল। লগতে, তাৰপৰা

পৰম্পৰাগত ভাৰতীয় চিন্তাধাৰা তথা নীতি-নিয়ম, উছৱ-পৰ্বৰ সংস্পৰ্শ হেৰুৱা, আৰু সেইবোৰৰ প্ৰতি এক প্ৰকাৰৰ অনিচ্ছা হোৱাও দেখা গৈছিল।

বলৰাজৰ জীৱনলৈ এই সময়তে যশৱন্ত ৰায় নামৰ এগৰাকী ভদ্ৰলোকৰ আগমন হৈছিল,— যিগৰাকীৰ প্ৰভাৱ তেওঁৰ বাবে অতি শক্তিশালী আছিল। যশৱন্ত ৰায় তেওঁৰ কলেজৰ ইংৰাজী শিক্ষক আছিল। স্পৰ্শকাতৰ মন আৰু সাহিত্যৰ প্ৰতি প্ৰকৃত অনুৰাগৰ এইগৰাকী সুশ্ৰী পুৰুষৰ জীৱন আৰু সমাজৰ প্ৰতি এটা উদাৰ দৃষ্টিভঙ্গী আছিল। তেওঁৰ ব্যক্তিত্ব আছিল অতি আকৰ্ষণীয় আৰু সুন্দৰ। কিন্তু সম্ভৱতঃ তেওঁৰ আটাইতকৈ ডাঙৰ গুণ আছিল এয়ে যে তেওঁ সাহিত্যৰ পাঠ দানত অত্যুৎসাহ সৃষ্টি কৰিব পাৰিছিল, যি কাৰণে— সমগ্ৰ ছাত্ৰ সমাজৰ প্ৰশংসাভাজন হৈছিল। প্ৰতিদিনে, কলেজৰপৰা উভতি আহোতে ছাত্ৰসকলে দিয়া ফুলৰ থোপা এটা লৈ ঘৰলৈ আহিছিল। তেওঁৰ প্ৰতি ছাত্ৰসকলৰ ইমানেই শ্ৰদ্ধা আছিল যে, তেওঁ শ্ৰেণীলৈ গৈ পোৱাৰ আগৰেপৰা গোটেই ক্লাছটো নিজম নিতাল হৈ থাকিছিল। তেওঁ যেতিয়া শ্বেলীৰ 'ওড্ টু স্কাইলাৰ্ক' বা আন কিবা কবিতাৰ অংশবিশেষ বুজায়, তাত নিহিত থকা গোপন সৌন্দৰ্য্যভাণ্ডাৰ যেন উবুৰিয়াই দিয়ে আৰু লগতে জীৱন-অভিজ্ঞতাৰে তেওঁৰ নিজস্ব মন্তব্যৰ সংযোগ কৰে, আৰু তেনেদৰে সকলোবোৰ ছাত্ৰকে মুগ্ধ কৰি ৰাখে। ফলত কবিতাৰ সৌন্দৰ্য্যৰ অনুভূতিৰ আস্বাদ বহুগুণে বাঢ়ি যায়। তেৰোঁ বলৰাজৰ প্ৰতি সোনকালেই আকৃষ্ট হৈছিল, —ঠিক যেনেদৰে বলৰাজ তেওঁলৈ আকৃষ্ট হৈছিল। প্ৰতি সন্ধিয়া যশৱন্ত ৰায়ে তেওঁৰ প্ৰিয় অনুৰক্ত ছাত্ৰ কিছুমানৰ লগত দীঘলীয়া পথজুৰি ফুৰে। সোনকালেই বলৰাজো তেনে ছাত্ৰ এজন হৈ পৰিছিল। কেতিয়াবা তেওঁলোকে কেণ্টনমেণ্টৰ পিনে যায় আৰু ভ্ৰমণৰ সামৰণি পেলায়গৈ মেছাৰ্ছ জে.আৰ. এণ্ড ছন্সৰ কিতাপৰ দোকানত; তাত যশৱন্ত ৰায়ে নতুনকৈ অহা কিতাপবোৰত চকু ফুৰায় আৰু প্ৰায়েই দুই/এখন ইংৰাজী কিতাপ কিনে; আৰু তাৰ পিচত চিনেমা হ'ল দুটা হৈ তাত পশ্চিমীয়া কথাছবিৰ ষ্টিল ফটোবোৰ চাই উভতি আহে। ডেকা ভাৰতীয় ছাত্ৰসকলৰ কাৰণে কেণ্টনমেণ্টটো আছিল পাশ্চাত্য সভ্যতাৰ কেন্দ্ৰস্বৰূপ। চালে চকুৰোৱা ধৰণে ধুনীয়াকৈ সজাই থোৱা দোকান-পোহাৰ; পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰখা আলিবাটৰ বগা সোণালী চুলিৰে ইংৰাজ বা এংলো-ইণ্ডিয়ান তিৰোতাবোৰ আৰু ইউনিফৰ্ম পিন্ধা বৃটিছ সৈন্যবোৰ। সেয়ে কেণ্টনমেণ্টলৈ যোৱাটো তেওঁলোকৰ কাৰণে পাশ্চাত্য জীৱনধাৰা ভুমুকিয়াই চোৱা অভিযানৰ লেখীয়া আছিল। নাইবা, কেতিয়াবা যশৱন্ত ৰায়ে তেওঁৰ 'বানৰ সেনা' বুলি ধেমালিকৈ কোৱা অনুগতসকলক লৈ চহৰৰ আনপিনে দূৰ-দূৰণিৰ গাঁও অঞ্চললৈ পথাৰে পথাৰে আগুৱায়। ভ্ৰমণকাল আনন্দমুখৰ হৈ থাকে,— হাঁহি-তামাচা, আলাপ-আলোচনা, তৰ্ক-বিতৰ্ক আৰু গল্প-কাহিনীৰে।

ঘৰত, যশৱন্ত ৰায়ে খ্যাতিমান চিকিৎসক দেউতাকৰ আশ্ৰয়ত প্ৰাপ্তবয়স্ক ভাই-ককাইহঁতৰ ডাঙৰ পৰিয়াল এটাত থাকে। এই ঘৰৰ পৰিবেশ বলৰাজে ইমান দিনে কটাই অহা ঘৰৰ পৰিবেশৰ লগত তেনেই বিভিন্ন। এই ঘৰত কোনো ধৰণৰ ধৰ্মীয় অনুভক্তি বা সামাজিক দায়বদ্ধতাৰ কথা নাই। ভালদৰে সাজপাৰ পিন্ধি, সুশিক্ষিত হৈ স্বচ্ছলভাৱে জীৱন ধাৰণত বিশ্বাসী ধনী পৰিয়াল এটা। পৰিয়ালটো বৃহৎ আৰু প্ৰায়েই হাঁহি-খলকনিৰে ঘৰ ভৰি থাকে। তেওঁলোক বৰ অতিথি-পৰায়ণ, আৰু তেওঁলোকৰ ঘৰত বিবিধ ধৰণৰ মাংস ৰন্ধা হয়। তদুপৰি, তেওঁলোকৰ বহুতো মুছলমান বন্ধুও আছে– যিবিলাকৰ লগত তেওঁলোক অন্তৰঙ্গ আৰু সেয়ে ঘৰৰ ভিতৰচ'ৰাত একেলগে পৰিয়ালৰ লগত খোৱা-বোৱা কৰে, আনকি মহিলাসকলেও সেই ক্ষেত্ৰত কোনো পৰ্দা প্ৰথা নেমানে।

এই সকলো কথা বলৰাজৰ কাৰণে নতুন আছিল। তেওঁৰ দিগন্ত প্ৰসাৰিত হ'বলৈ আৰম্ভ কৰিছিল আৰু এই ধৰণৰ প্ৰভাৱে তেওঁৰ দৃষ্টিভঙ্গী সলনি কৰাত অৰিহণা যোগাইছিল। বলৰাজৰ আৰ্য্যসমাজলৈ যোৱাটো ক্ৰমে কমি আহিছিল। যজ্ঞ আৰু প্ৰাৰ্থনাও প্ৰায় শেষ হৈছিল। বলৰাজে আগতে চাবলৈ নিদিয়া পশ্চিমীয়া কথাছবিবোৰ চাবলৈ ধৰিলে। আমাৰ ঘৰত তেতিয়াও নৰন্ধা মাংস, –বলৰাজে বাহিৰত খাবলৈ ধৰিলে। পায়জামাৰ ঠাই ল'লে ট্ৰাউজাৰে। তেওঁৰ চাহিদাৰ বাবেই এখন ডাইনিং টেবুল আৰু জাপানী 'টি-ছেট' ঘৰলৈ অনা হ'ল (আগতে আমি পাকঘৰতে বহি খাইছিলোঁ)। প্ৰায়ে চাহ কৰিবলগীয়া হ'ল। চুটিকৈ কটা চুলি আৰু টিকনিৰ ঠাইত, বলৰাজৰ মূৰত ফেছনকৈ কটা চুলি দেখা দিলে। আৰু সোনকালেই বলৰাজে ঘৰতো ইংৰাজী কথা ক'বলৈ ধৰিলে, –যিটোৱে আইক সি কোৱা একো কথা নুবুজা বাবে অস্বস্তিত পেলাইছিল। অৱশ্যে এইটো এটা অনন্য বা আচহুৱা কিবা নাছিল, –কাৰণ প্ৰত্যেকজন কলেজলৈ যোৱা ছাত্ৰই একেদৰে কথা-বতৰা কোৱা দেখা গৈছিল। এনে এটা প্ৰভাৱশালী শক্তিৰ পৰিবেশত তেওঁ এক বহল আৰু অধিক উদাৰ দৃষ্টিভঙ্গীৰ গৰাকী হ'ব পাৰিছিল, লগতে সাহিত্য বিষয়তো অধিক স্পৰ্শকাতৰ অনুভূতিৰ গৰাকীও হ'ব পাৰিছিল। বাল্যকালত গঢ় লৈ উঠা পৰিবেশৰ লগত জড়িত কিছুমান কৃচ্ছ্ৰতা তথা গোড়ামি ত্যাগ কৰিবলৈ তেওঁ আৰম্ভ কৰিছিল।

বলৰাজৰ কাৰণে সুদূৰ প্ৰসাৰী বৈশিষ্ট্যপূৰ্ণ ঘটনা আছিল 1929 চনত ৰবি নদীৰ পাৰত লাহোৰত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনখন। বলৰাজে বন্ধু কেইজনমানৰ লগত সেই অধিবেশন চাবলৈ গৈছিল আৰু অতিশয় উত্তেজনা লৈ উভতিছিল। কেবাদিনলৈ তেওঁ তাত কি কি দেখিছিল তাকে কৈ থাকিছিল, যেনে– সম্পূৰ্ণ স্বাধীনতাৰ বাবে শপত লোৱা বিৰাট জনসমুদ্ৰৰ কথা, তেতিয়াৰ যুৱভাৰতৰ আদৰ্শ পুৰুষ জৱাহৰলাল নেহৰুৱে আন বহুতৰ লগত ৰাষ্ট্ৰীয় পতাকাৰ

তলত নাচি-বাগি ফুৰা ইত্যাদি। তেওঁ যেন আমাৰ ৰাইজৰ ভাগ্য গঢ় দিয়া বিভিন্ন শক্তিশালী প্ৰৱাহৰ সান্নিধ্যলৈ আহিল আৰু দেশপ্ৰেমৰ অনুভূতিৰে উদ্বাউল হৈ পৰিল।

এবছৰমানৰ পিচত ভগৎ সিঙৰ ফাঁচী হৈছিল আৰু তেওঁৰ দেহ এন্ধাৰৰ আঁৰত সমাধিস্থ কৰা হৈছিল। ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ সেয়ে এটা ক্ষোভৰ বন্যা বৈ গৈছিল। এই ঘটনাত বলৰাজ ইমান অভিভূত হৈছিল যে তেওঁ শ্বহীদ-জনাৰ মৃত্যুৰ ওপৰত এটি ইংৰাজী কবিতা লিখিছিল। গোটেই কবিতাটো মোৰ মনত আছে, আৰু মই সেইটো উদ্ধৃত কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ

সিহঁতে কান্দে, হুমুনিয়াহ পেলায়, তাৰ কাৰণে চিঞৰে
কিয়নো সি মৰিল আৰু সিহঁতক এৰি গ'ল;
কিন্তু মই,
হুমুনিয়াহৰ লগতে জয়ধ্বনি দিও, মই কওঁ,
'ভাৰতৰ ৰসত জীপ লোৱা-শৃঙ্খলিত সন্তান,
তুমি ভাগ্যৱান,
কাৰণ যেতিয়া তুমি জী আছিলা, ৰক্তাক্ত হৈছিলা,
বন্ধনে তোমাক কাবু কৰিছিল।
কিন্তু এতিয়া
সৌ উচ্চ পৰিধিত আত্মাই তোমাৰ
মুক্তভাৱে উৰি যাব
য'ত কোনো কালে গোলামীৰ জিঞ্জীৰিয়ে
ঢুকি নেপাব।
তথাপি এটা কথাই মোক বেদনা দিয়ে;
যদি পালোঁহেতেন ময়ো
তোমাৰ দেহাৱশেষ য'ত গোলামীৰ বন্ধনত
মুকলিভাৱে জিৰণি লৈছে—
সেই পৱিত্ৰভূমিৰ মুক্ত এচকল ঠাই!
কিন্তু সেয়া হ'ব কেনেকৈ?
তুমি এটা গোলাম
আৰু গোলামৰ বাবে শক্তিৰ জিৰণি?
মনত ৰাখিবা তেন্তে, হে মোৰ বিদায়ী বন্ধু,
যদি ভগৱানে বিচাৰে তোমাৰ আত্মা যেন
পুনৰ পঠিওৱা ধৰাধামলৈ,
অনুৰোধ, —বিচাৰিবা অচিন মৃত্যু

কিয়নো আহিবা তেনে ভূমিলৈ–
য'ত যৌৱন শীতল
আৰু সম্মান বিক্ৰীৰ পণ্য,
য'ত বীৰসবে ৰক্তপাত কৰে–
অথচ কোনেও শান্তিয়নী নেযাচে,
য'ত কবৰ খনা হয় আৰু কৰ্ষণ কৰা হয়,
য'ত চকুলোও পেলাবলগীয়া হয়–
বিদেশী ঢঙেৰে,
সজাত বতাচৰায়ে গীত গায়,
কাৰাবন্দীহঁতে প্ৰতিযোগিতাত নামে
কাৰাগাৰৰ লৌহ শলাকা নিজৰ কৰিবলৈ।

কবিতাটো আৱেগেৰে পূৰ্ণ আছিল, আৰু সেয়ে প্ৰতিবিম্বিত কৰিছিল– বৃটিছৰ কাৰাগাৰৰপৰা ভাৰতৰ মুক্তি লাভৰ সংগ্ৰামৰ বিষয়ে বলৰাজৰ মনোভাৱ। যশৱন্ত ৰায়ৰ প্ৰভাৱত তেওঁ পুৰণিকলীয়া আৰু ক্ষুদ্ৰ গোড়ামীৰ গণ্ডীৰ বন্ধন আঁতৰাই আনিছিল আৰু জাতীয় আন্দোলনৰ প্ৰভাৱে এতিয়া তেওঁক মানসিকভাৱে তথা আৱেগিক দিশেৰে উদ্বেলিত কৰি তুলিলে। এই সময়খিনি নিশ্চিতভাৱে তেওঁৰ কাৰণে দিগন্ত প্ৰসাৰণৰ কাল আছিল।

দেউতাই বলৰাজৰ নতুনকৈ কৰা বহুতো কাম বা ঘৰত প্ৰয়োগ কৰা সাল-সলনি মানি ল'ব পৰা নাছিল; কিন্তু তথাপিও তেওঁক যথেষ্ট স্বাধীনতা দিছিল আৰু সততে মৰম-চেনেহ কৰিছিল; আনহাতে তেওঁৰ মত বলৰাজৰ ওপৰত জাঁপি নিদিছিল যিহেতু তেওঁৰ সততাৰ ওপৰত দেউতাৰ দৃঢ়বিশ্বাস আছিল। দেউতাই আমাক নিচেই পুৱাতে উঠিবলৈ আৰু পুৱাৰ প্ৰথম কাম হিচাপে অলপ প্ৰাতঃভ্ৰমণ কৰিবলৈ শিকাইছিল। বলৰাজে লাহে লাহে পলমকৈ উঠিবলৈ ধৰিলে। তেওঁ বিছনাতে বাগৰি থাকে, গাৰুটো দুভাজ কৰি জাপি মূৰত লৈ উপন্যাস পঢ়ি থাকে,– যিটো কথা দেউতাই সমূলি ভাল নেপাইছিল। তেওঁক তেনেদৰে দেখিলে দেউতাই ঠাট্টাৰ সুৰেৰে কৈছিল; "লণ্ডণ গঢ়িছা?"–আৰু তাকে কৈ আঁতৰি যায়। দেউতাই যশৱন্ত ৰায়ক ভাল পাইছিল আৰু তেওঁক ল'ৰাৰ ওপৰত ভাল প্ৰভাৱ পেলোৱা বুলি ধাৰণা কৰিছিল। যশৱন্ত ৰায়ৰ বয়সীয়াল লোক আৰু ডেকাসকলৰপৰা সমানে মৰম আদায় কৰিব পৰা বিশেষ গুণ এটা আছিল। তেওঁৰ পৰামৰ্শ কেতিয়াবা পৰিয়ালৰ কন্দলৰ সময়ত বৃদ্ধাসকলেও বিচাৰিছিল; এনেদৰে ডেকা স্বামী-স্ত্ৰী বা ছাত্ৰ-ছাত্ৰীয়েও বিচাৰিছিল। তেওঁ সদায় যিকোনো লোকক শান্ত কৰিব আৰু জটিল পৰিস্থিতি সহজ কৰিব পাৰিছিল,– অন্ততঃ সেই সময়ৰ বাবে তেওঁৰ বুজাব পৰা

শক্তিৰ বিষন্ন হৃদয়ত শক্তিৰ প্ৰলেপ দিব পাৰিছিল। তেওঁ প্ৰায়েই এৰা-ধৰাৰ মনোভাৱক জীৱনৰ আদৰ্শ বুলি কৈছিল আৰু তেওঁৰ প্ৰিয় বচন হিচাপে 'বচ্ ইমানলৈ, আৰু নহয়'– বোলা কথাষাৰ দোহাৰিছিল। যশৱন্ত ৰায়ক সেয়ে বন্ধুসকলে ঠাট্টা কৰি কৈছিল যে এই কাৰণেই চাগৈ তেওঁ সদায় ৰাস্তাৰ সোঁমাজেৰে খোজ কাঢ়িছিল; মোটা গোফ বা গোফ নোহোৱা অৱস্থাৰ ঠাইত 'বাটাৰফ্লাই কাট'ৰ মিহি গোঁফ ৰাখিছিল; খাদি পিন্ধিছিল যদিও সেয়া হাতে কটা বা হাতে বোৱাৰ ঠাইত মিলত বোৱাহে আছিল; কংগ্ৰেছ আন্দোলনক প্ৰশংসা কৰিছিল যদিও নিজে তাত যোগ দিয়া নাছিল– ইত্যাদি, ইত্যাদি। তেওঁ সেই সময়ৰ নিখুঁত উদাৰ নৈতিক বুদ্ধিজীৱী আছিল,—গোড়ামীৰ বিৰোধী আছিল, কিন্তু উগ্ৰ দৃষ্টিভঙ্গীৰো নাছিল। তেওঁলোকে জাতীয় আশা-আকাঙ্ক্ষাক যথেষ্ট প্ৰশংসা কৰে অথচ সংগ্ৰামৰপৰা আঁতৰি থাকে।

এদিনাখন, এদল পুলিচ লৈ পুলিচ বিষয়া এজনে আমাৰ ঘৰ খানাতালাচ কৰাৰ হুকুম লৈ উপস্থিত হৈছিলহি। দেউতাৰ কাৰণে সেইটো বৰ অস্বস্তিকৰ ঘটনা আছিল। সম্পূৰ্ণ তিনিদিন ধৰি খানাতালাচী চলিছিল, কিন্তু বলৰাজৰ বিৰুদ্ধে আপত্তিকৰ একো নেপালে। শেষত খানাতালাচী শেষ হ'ল আৰু বলৰাজক গ্ৰেপ্তাৰ কৰা হুকুম তুলি লোৱা হ'ল। এই ভয় লগা পৰিস্থিতিটোৰ উদ্ভৱ হৈছিল বলৰাজৰ এটা ধেমালিৰপৰা। তেওঁ মীৰাটৰ খ্যাতনামা কংগ্ৰেছনেত্ৰী– আমাৰ ভাগিনী উৰ্মিলা শাস্ত্ৰীলৈ এখন চিঠিত লিখিছিল যে দুটা 'বুম'ৰ কাৰণে অৰ্ডাৰ দিয়া হৈছে আৰু অলপতে সেয়া পাবহি। চিঠিখন মাজতে পুলিচৰ হাতত পৰিল, আৰু সেয়ে আমাৰ ঘৰত দুটা 'ব'ম্ব' বিচাৰি খানাতালাচী চলোৱা হ'ল। হিন্দীত 'বম্ব'ক 'বুম' বুলি লিখা হয়, আৰু এই শব্দটোৰ দুটা অৰ্থ হয়। ই 'ব'ম্ব'কো বুজায় আৰু আনহাতে ট'ঙ্গাৰ কাঠৰ যুৱলিকো বুজায় (ঘোঁৰা বন্ধাৰ বাবে টঙ্গাৰ দীঘল যুৱলি দুডাল)। বলৰাজে পিচৰ বিধহে বুজাইছিল। সেই সময়ত আমাৰ এখন টঙ্গা আছিল আৰু সেইখনৰ কাৰণে দেউতাই দুখন নতুন যুৱলি কিনিবলৈ ঠিক কৰিছিল। এই ধেমালিয়ে পিচে পৰিয়ালটোক ভাল বিপদত পেলাইছিল, কাৰণ এটা সময়ত সঁচাকৈয়ে ভয় হৈছিল যে বলৰাজক জেলত ভৰাবই কিজানি।

সেই যুগৰ আন ডেকাসকলৰ দৰে, বলৰাজেও এহাতে মুক্তি সংগ্ৰাম আনহাতে পাশ্চাত্য চিন্তাধাৰা তথা সংস্কৃতিৰ দ্বৈত প্ৰভাৱৰ মাজত ডাঙৰ হ'বলগীয়া হৈছিল। সম্ভৱতঃ জৱাহৰলাল নেহৰু ৰাজনৈতিক আকাশত ধূমকেতুৰ দৰে আৱিৰ্ভাৱ হোৱাৰ সময়ত সেয়েহে শিক্ষিত ডেকাচামৰ প্ৰশংসাভাজন হ'ব পাৰিছিল। বলৰাজো জাতীয় আকাঙ্ক্ষাৰদ্বাৰা যিমান উদ্বুদ্ধ হৈছিল, সমানে ইংৰাজী সাহিত্যৰদ্বাৰাও অনুপ্ৰাণিত হৈছিল। সেয়ে তেওঁ কৈছিল যে 'চকুলোও পেলাবলগীয়া হয় বিদেশী ঢঙেৰে'।

যশৱন্ত ৰায়ৰ প্ৰভাৱত তেওঁ এটা উদাৰনৈতিক দৃষ্টিভঙ্গী লৈছিল, অৱশ্যে অলপ বেছি গতিশীল।

এইখিনি সময়তে বলৰাজে আন এটা ইংৰাজী কবিতা লিখিছিল, তাৰে কেইটামান পংক্তি মোৰ এতিয়াও মনত পৰে। সেই কবিতাটোৰ শব্দচয়ন আৰু অনুভূতিৰ সূক্ষ্মতাত অধিক পৰিপক্কতাৰ পৰিচয় পোৱা যায়। কবিতাটোৰ পৃষ্ঠভূমি আছিল– কাশ্মীৰৰ গুলমাৰ্গ সমতলভূমি, এন্ধাৰৰ চন্দ্ৰতাপৰ তলত ওলমি থকা পৰ্বতমালা আৰু কৃষকসকলৰ ঘৰৰপৰা নিগৰি ওলোৱা বিচ্ছিন্ন পোহৰৰ ছিটিকণিবোৰ;

বিৰাজে তাত নিৰৱতা, গভীৰ, অপাৰ্থিৱ,
কিন্তু হায়, দূৰ-দূৰণিৰ গৰ্জন,
জলধাৰাৰ, দুৰ্ভগীয়া প্ৰেমিকহঁত
যি বিদ্যালয় আৰু কাহানিও লগ নেপাবলৈ।
সম্ৰাজ্ঞীসদৃশ পৰ্বতমালাক আৰু লগ নেপাব
গৌৰৱত বুৰ যাবলৈ আৰু নেপাব
মাত্ৰ নিশা হাহাকাৰ কৰি উদ্বেলিত হ'ব
ইমান কঠিন ভয়াবহ প্ৰাচীন শয্যাৰ পৰা।
প্ৰতিটো একক বন্তিয়ে লুকাই ৰাখে এটা খোলা
যাৰ মাজলৈ বগুৱাবাই যায় মানুহৰ
আনন্দ আৰু আদৰ;
ৰাত্ৰিজুৰি, মাত্ৰ চন্দ্ৰমা আৰু তৰাজাক
আৰু নীলা বন্তিবোৰ, নিশা যে সুন্দৰ।
এনেটি পৰত মই মোৰ পঁজা এৰি যাওঁ,
নিয়ৰেৰে জিলিকি উঠা এটা টিপলৈ–
মই বহো আৰু চাই ৰও, ভয় লাগে
তৰাবোৰ যি নীলা পোহৰেৰে
চকু পিৰিকি যায়।

বলৰাজৰ ছন্দলয় জ্ঞান, শক্তিশালী কল্পনা আৰু অনুভূতিৰ প্ৰাবল্য আছিল; ভাল শিল্পীৰ বাবে আৱশ্যকীয় এই তিনিটা গুণ।

অৱশ্যে এইটো ভাবিলে ভুল হ'ব যে তেওঁ অকল কিতাপ পঢ়াতে ব্যস্ত থাকিছিল; তেওঁ কেৱল চিন্তা-ভাৱনা কৰি সময় কটোৱা মনৰহে অধিকাৰী আছিল। এচুকত বহি ঘণ্টা ঘণ্টা ধৰি কিতাপ পঢ়ি থকা বিধৰ তেওঁ নাছিল। আনহাতে তেওঁ লগ-সঙ্গ ভাল পাইছিল আৰু দুঃসাহসিক অভিযানৰ প্ৰতিও আগ্ৰহ তেওঁৰ আছিল। তেওঁ মনৰ কথা মনতে লুকাই ৰাখি থোৱা বিধৰ মানুহ নাছিল। যদিও

বিশেষ খেলুৱৈ নাছিল, তথাপি তেওঁ সদায় খেল-ধেমালি আৰু মুকলি ঠাইত ঘূৰি-পকি ফুৰাটো ভাল পাইছিল। স্কুল-কলেজত, তেওঁৰ প্ৰিয় অভ্যাস আছিল– বন্ধু-বান্ধৱ গোটাই লৈ বহু দূৰলৈ চাইকেলেৰে বা খোজকাঢ়ি ফুৰিবলৈ যোৱাটো। এদিন হয়তো ক'ব– "বলা, মূৰীলৈ আমি চাইকেলেৰে যাওঁ!" সেইটো এটা আচহুৱা প্ৰস্তাৱ কিয়নো মূৰী পাৰ্বত্য কেন্দ্ৰটো ৰাৱালপিণ্ডিৰপৰা 40 মাইল আঁতৰত। কিন্তু দূৰত্ব যেন তেওঁৰ বাবে ভাবিবলগীয়া কথাই নাছিল। তেওঁ চাইকেল এখন যোগাৰ কৰিব আৰু খাদ্যৰ কথা বা টকা-পইচাৰ কথা নভবাকৈয়ে বহু সময়ত যাত্ৰা আৰম্ভ কৰি দিয়ে। তেওঁৰ লগত কৰা এনে বহু যাত্ৰাৰ কথা মোৰ মনত পৰে। মূৰীৰপৰা কোহালা, শ্ৰীনগৰৰপৰা গুলমাৰ্গলৈ, ৰাৱালপিণ্ডিৰপৰা মূৰীলৈ ইত্যাদি। পাহাৰ এখন দেখিলেই তেওঁ উঠিব খোজে, হ্ৰদ এটা দেখিলেই সাঁতুৰি পাৰ হ'ব খোজে। এনেকুৱাই আছিল তেওঁৰ মনৰ গতি। সেই তাহানিৰেপৰা তেওঁৰ মনত একধৰণৰ অস্থিৰতা দেখা গৈছিল। জীৱনত তেওঁ একেলেঠাৰিয়ে দুটা দিনো একেধৰণে কেতিয়াবা যে কটাইছে– তাত মোৰ সন্দেহ আছে। তেওঁ টেবুলত বহি কৰা কাম আৰু ধৰাবন্ধা গতানুগতিক ভাল নেপাইছিল। সম্ভৱতঃ এই অস্থিৰ প্ৰকৃতিৰ কাৰণেই জীৱনত এটা ধাৰাবাহিকতা আহিব খুজিলেই তেওঁ অধৈৰ্য্য হৈ উঠিছিল। আৰু এই কাৰণেই চাগৈ তেওঁ জীৱনত কোনো স্থায়ী চাকৰি বা কাম বা জীৱিকাত বছৰ বছৰ জুৰি লাগি থাকিব পৰা নাছিল। তেওঁ সাহসী আৰু নিৰ্ভীক আছিল। কেতিয়াও তেওঁ প্ৰাচীনপন্থী নাছিল। তেওঁ যিহকে কৰিছিল তাত এটা নতুনত্ব আছিল; এটা অভিনৱত্ব আৰু অনন্য গুণ আছিল– যিটো তেওঁৰ নিজস্ব আছিল। তদুপৰি বন্ধুত্ব গঢ়ি তোলাত তেওঁৰ অদ্ভুত শক্তি আছিল। সদায় তেওঁৰ দুই-এজন অন্তৰঙ্গ বন্ধু থাকিছিল আৰু বহু সঙ্গী-সাথীতো আছিলেই। আৰু আচৰিত ধৰণে, মই এতিয়া মন কৰিছোঁ যে তেওঁৰ অন্তৰঙ্গ বন্ধুসকল সদায় গাঢ় ক'লাৰঙৰ আছিল, –স্কুলীয়া দিনত গিৰিজা; কলেজীয়া দিনত প্ৰেমকৃপাল, আই. পি. টি. এ.ৰ সময়ত ৰামাৰাও, ইত্যাদি। তদুপৰি তেওঁ সদায় আদৰ্শৰূপে একোজনক গ্ৰহণ কৰি আহিছিল,– ডেকাকালত যশৱন্ত ৰায়ক আৰু পিচলৈ পি. টি. যোশীক।

1930 চনৰ এপ্ৰিল মাহত বলৰাজে ইন্টাৰমিডিয়েট পৰীক্ষা দিয়ে আৰু প্ৰথম ডিভিজনত উত্তীৰ্ণ হয়। কিছুদিন পিচতে তেওঁ উচ্চতৰ শিক্ষালাভৰ কাৰণে লাহোৰলৈ যাত্ৰা কৰে।

# দুই

# লাহোৰত

উচ্চ শিক্ষাৰ বাবে বলৰাজ লাহোৰলৈ যোৱাৰ সময়ত আমাৰ ঘৰত যেনিবা এখন নাটকহে অনুষ্ঠিত হৈছিল। তেওঁ 1930 চনত স্থানীয় ডি. এ. ভি. কলেজৰ-পৰা ইণ্টাৰমিডিয়েট পাছ কৰিছিল। উচ্চ শিক্ষাৰ কাৰণে লাহোৰলৈ যাব লগীয়া হৈছিল কাৰণ সেই সময়ত লাহোৰেই আছিল উচ্চতৰ শিক্ষাৰ কেন্দ্ৰ আৰু পঞ্জাৱ বিশ্ববিদ্যালয়ৰো স্থান।

দেউতাৰ ইচ্ছা আছিল বলৰাজে 'কমাৰ্চ' পঢ়ক আৰু তাৰ কাৰণে লাহোৰৰ 'হেইলি কলেজ অৱ কমাৰ্চ'ত যোগ দিয়ক। নিজে ব্যৱসায়ী হিচাপে, তেওঁ দুয়োজন পুতেকৰ বাবে ব্যৱসায়কে জীৱিকা হিচাপে লোৱাটোকে কল্পনা কৰিছিল। তেওঁ প্ৰায়েই এনে জীৱিকাৰ উজ্জ্বল ভৱিষ্যতৰ বিষয়ে প্ৰগলভ হৈ পৰিছিল। ' 'ৰাৱালপিণ্ডি আমদানি ব্যৱসায়ৰ কাৰণে বৰ উপযুক্ত নহয়", –তেওঁ কৈছিল, "ইয়াৰ কাৰণে মোৰ এটা ল'ৰা লণ্ডনত আৰু আনটো ফৰাচীত অফিচ পাতি বহাটোকে বিচাৰো। এজন ভায়েকে যোগানৰ দায়িত্বত থাকিব, আৰু আন জনে 'অৰ্ডাৰ' সংগ্ৰহ কৰিব। তেতিয়াহে আচল 'আমদানি' ব্যৱসায় হ'ব। জ্ঞানীলোকে কয়েই নহয় যে যদি তুমি এমুঠি মাটি ল'ব খোজা তাকো সৰু টিপৰ পৰা নহয়,– ডাঙৰ মাটিৰ টিপৰ পৰাহে লবা।"

বলৰাজৰ ব্যৱসায়লৈ বিশেষ আগ্ৰহ নাছিল; একেদৰে লাহোৰৰ গভৰ্ণমেণ্ট কলেজ আৰু ফৰমেন ক্ৰিষ্টিয়ান কলেজ আদিৰ দৰে বিখ্যাত কলেজৰ পৰিৱৰ্তে অচিনাকিয়ে 'হেইলি কলেজ অৱ কমাৰ্চ'ত পঢ়াৰ আগ্ৰহো নাছিল। সেই সময়তৰ ছাত্ৰৰ বাবে বিশেষকৈ সৰু চহৰৰপৰা অহা সকলোৰ কাৰণে– কি বিষয়ে পঢ়িব তাৰ বিবেচনাতকৈ তেওঁ ভৰ্তি হোৱা কলেজখনৰ নাম-যশহে অধিক আকৰ্ষণীয় আছিল। গভৰ্ণমেণ্ট কলেজ আৰু ফৰমেন ক্ৰিষ্টিয়ান কলেজৰ নাম-যশ আছিল, যিটো আন কোনো কলেজৰ নাছিল। তদুপৰি বলৰাজৰ আদৰ্শ শিক্ষক যশৱন্ত ৰায় ফৰমেন ক্ৰিষ্টিয়ান কলেজত পঢ়িছিল আৰু তেওঁক সেই কলেজ দুখনৰ ছাত্ৰসকলৰ জীৱন-যাত্ৰাৰ আকৰ্ষণীয় গল্পবোৰ শুনাইছিল। তাতে আকৌ বলৰাজৰ সাহিত্যৰ প্ৰতি অধিক আগ্ৰহ আছিল, কমাৰ্চৰ প্ৰতি বিশেষ ধাউতি নাছিল। তথাপি দেউতাকৰ ইচ্ছাৰ প্ৰতি শ্ৰদ্ধা জনাই, তেওঁ লাহোৰলৈ গৈ হেইলি কলেজ অৱ কমাৰ্চত ভৰ্তিৰ বাবে আবেদন কৰিছিল।

ৰাৱালপিণ্ডি এৰাৰ সময়ত, দেউতাই বলৰাজৰ হাতত বন্ধুবৰ্গলৈ বুলি কেবাখনো চিঠি দি পঠিয়াইছিল যাতে তেওঁলোকে বলৰাজৰ আৱশ্যক ক্ষেত্ৰত দিহা-পৰামৰ্শ তথা সহায় আগবঢ়ায়। তেনে এখন চিঠি দিছিল আৰ্য্যসমাজৰ নেতা তথা শিক্ষাবিদ লাহোৰৰ ডি. এ. ভি. কলেজৰ অধ্যক্ষ লালা ছেইন দাসলৈ। কমাৰ্চ কলেজত ভৰ্তিৰ আবেদন পঠিওৱাৰ পিচত, বলৰাজে পোনে পোনে লালা ছেইন দাসৰ ওচৰ পাইছিলগৈ আৰু কৈছিল যে তেওঁৰ কমাৰ্চ পঢ়াৰ ইচ্ছা নাই গতিকে তেওঁৰ হৈ দেউতাকক যেন বুজাই বঢ়াই বলৰাজক আন এখন কলেজত ভৰ্তি হৈ সাধাৰণ স্নাতক পাঠ্যক্ৰম ল'বলৈ অনুমতি অনাই দিয়ে। আশা নকৰা ধৰণে বলৰাজে লালা ছেইন দাসৰ মাজত এটা সহানুভূতিশীল আত্মা আৱিষ্কাৰ কৰিলে; তেওঁ দেউতাকলৈ বলৰাজে কোৱামতে লিখো বুলি ক'লে। দেউতাকৰ উত্তৰ ততালিকেই আহিল। দেউতাই লিখিলে যদি বলৰাজৰ কমাৰ্চ পঢ়াৰ ইচ্ছা নাই তেনেহ'লে কৃষি বিষয়ক পাঠকে লওক আৰু তাৰ বাবে অমৃতচৰৰ এগ্ৰিকালচাৰেল কলেজত যোগ দিব পাৰে। দেউতাৰ অগ্ৰাধিকাৰ মতে, জীৱিকাৰ ক্ষেত্ৰত 'কমাৰ্চ' (ব্যৱসায়) প্ৰথম আৰু 'এগ্ৰিকালচাৰ' (কৃষি) দ্বিতীয় আছিল। তেওঁৰ মতে কৃষি কৰ্মৰ মাজতো স্বাধীনচিতীয়া তথা উজ্জ্বল ভৱিষ্যতৰ সম্ভাৱনা থাকে। দেউতাৰ জীৱিকা হিচাপে চাকৰি কৰাটো বৰ অপছন্দ আছিল। এবাৰ তেওঁ চাকৰি কৰিছিল আৰু সেয়া বৰ অপমানজনক বোধ কৰিছিল। বলৰাজে অমৃতচৰলৈ গৈ ভৰ্তিৰ আবেদন কৰিছিল। কিন্তু তেওঁৰ অন্তৰখন তাত নাছিল। গভৰ্ণমেণ্ট কলেজত ভৰ্তি হোৱাৰ দিন শেষ হৈ আহি আছিল। ভৰ্তিকৰণ প্ৰায় শেষ হোৱাৰ আগ মুহূৰ্তত বলৰাজে পুনৰ লালা ছেইন দাসৰ ঘৰ পাইছিলগৈ আৰু অতিশয় আগ্ৰহী তথা ক্ষুব্ধ কণ্ঠস্বৰেৰে কৈছিল, "দেউতাই মোৰ জীৱনটো নষ্ট কৰিব খুজিছে। মই কৃষি বিদ্যালয়ত যোগ দিব নোখোজো। কিয় বাৰু তেওঁ মোক তাত সুমুৱাবলৈ ইমান আগ্ৰহী?"

সেয়ে সমস্যাৰ সমাধান কৰিলে। "যোৱা আৰু তুমি ভাল পোৱা যিকোনো কলেজতে ভৰ্তি হোৱাগৈ। মই দেউতাৰাৰ লগত সকলো ঠিক ঠাক কৰি দিম",– লালাজীয়ে মৰমেৰে সান্ত্বনাৰ সুৰেৰে কৈছিল।

এনেদৰে শেষত বলৰাজে লাহোৰ গভৰ্ণমেণ্ট কলেজত 1930 চনৰ অক্টোবৰ মাহত ভৰ্তি হৈছিল আৰু তাতে চাৰিবছৰীয়া বি. এ. (অনাৰ্ছ) আৰু এম. এ. (ইংৰাজী) পঢ়িছিল।

লাহোৰ গভৰ্ণমেণ্ট কলেজ সঁচাকৈয়ে আন কলেজৰ তুলনাত বৈশিষ্ট্যপূৰ্ণ আছিল। ভাৰতত বৃটিছ চৰকাৰে পোনপটিয়াভাৱে পৰিচালনা কৰা তেতিয়াৰ কলেজবোৰৰ ভিতৰত এইখনো এখন আছিল। আকৰ্ষণীয় বৃহৎ বিল্ডিং, আহল বহল ঘাঁহনি পথাৰ আৰু খেল পথাৰসমূহ, এটা ছুইমিং পুল আৰু বহুতো ইংৰাজ

অধ্যাপকেৰে কলেজখনৰ এটা উচ্চ সামাজিক মৰ্য্যাদা আছিল। কলেজখনে খেল-ধেমালিত নেতৃত্ব বহন কৰিছিল; জিলাৰ সকলো ঠাইৰ মেধাবী ছাত্ৰকো আকৰ্ষণ কৰিছিল আৰু বৃটিছ ভাৰতৰ উচ্চতৰ প্ৰশাসনীয় তথা মিলিটাৰী সেৱাৰ চাকৰি-বাকৰিৰ বাবে মনোনয়নৰ কেন্দ্ৰস্বৰূপ আছিল। সেই সময়ত চৰকাৰী চাকৰিত উচ্চস্থানৰ অভিলাষীসকলৰ বাবে গভৰ্ণমেণ্ট কলেজেই আছিল শিক্ষা গ্ৰহণৰ উপযুক্ত স্থান। প্ৰকৃততে গভৰ্ণমেণ্ট কলেজৰ এটা ডিগ্ৰী যেনিবা 'সকলো দুৱাৰ মুকলি কৰিব পৰা' এটা মূল সঁচাৰ কাঠিহে আছিল। কলেজখনৰ বহুতো অধ্যাপক কেমব্ৰিজ আৰু অক্সফোৰ্ডৰ ছাত্ৰ আছিল, ফলত এইখন কলেজতো এটা ইংৰাজ-সুলভ পৰিবেশ বিৰাজ কৰিছিল। ইংলণ্ডৰ শেহতীয়া সাজপাৰৰ ফেছন এই কলেজ পাবলৈ বেছিদিন নেলাগিছিল। অক্টোবৰ মাহত বহুতো ইংৰাজীৰ অধ্যাপক গ্ৰীষ্ম বন্ধৰ অন্তত ইংলণ্ডৰপৰা উভতি আহোতে যেনে ধৰণৰ সাজপাৰ পিন্ধে, সেয়ে পিচৰ বছৰলৈ ফেছনত পৰিণত হৈছিল। ছাত্ৰসকলে দৰ্জীৰ ওচৰলৈ নতুন ডিজাইনৰ 'ছুট' চিলাবলৈ ঢাপলি মেলিছিল। গভৰ্ণমেণ্ট কলেজৰ ছাত্ৰহঁতে তজবজীয়াভাৱে সাজপাৰ পিন্ধে, ইংৰাজী গীত গায়, শিক্ষকসকলক সন্মান জনাবলৈ সিহঁতৰ 'ছোলা' টুপীবোৰ সম্পূৰ্ণ ইংৰাজী কায়দাৰে খোলে আৰু যিমান দূৰ সম্ভৱ ইংৰাজী চাল-চলন আচাৰ, ব্যৱহাৰ অনুসৰণ কৰে। ভাৰতীয় ছাত্ৰ এজনৰ বাবে গভৰ্ণমেণ্ট কলেজত অধ্যয়ন কৰাটো যেনিবা ক্ষুদ্ৰ ইংলেণ্ড এখনত অধ্যয়ন কৰাৰ লেখীয়াহে।

সেই সময়ছোৱাত ভাৰতে এটা অস্থিৰ অৱস্থাত ভুগি আছিল। গান্ধীজীৰ দ্বিতীয় আইন অমান্য আন্দোলন আৰম্ভ হৈছে, লণ্ডনত ঘূৰণীয়া মেজমেল এখনৰ বাবে প্ৰস্তুতি চলি আছে, আৰু সন্ত্ৰাসবাদী কাৰ্য্যকলাপে ডেকা স্বদেশ প্ৰেমীসকলক অধিক আকৰ্ষণ কৰিবলৈ ধৰিছে। গভৰ্ণমেণ্ট কলেজৰপৰা এটা শিল দলিয়াব পৰা দূৰত্বত ডি. এ. ভি. কলেজৰ বিল্ডিং,– য'ত দেশ প্ৰেমমূলক কাৰ্য্যকলাপৰ উত্তপ্ত পৰিৱেশ বিৰাজমান। প্ৰকৃততে, এইখন কলেজৰপৰাই বিখ্যাত বিপ্লৱী ভগৎ সিঙে চাপৰ সীমাৰ দেৱাল পাৰ হৈ গৈ বৃটিছ চৰকাৰৰ বিৰুদ্ধে প্ৰথম বিদ্ৰোহাত্মক কাৰ্য্য সংঘটিত কৰিছিল। কিন্তু গভৰ্ণমেণ্ট কলেজৰ চৌহদৰ ভিতৰত বাহিৰৰ জগতৰ আনকি প্ৰতিধ্বনিও শুনা নগৈছিল। গভৰ্ণমেণ্ট কলেজৰ বহুতো ছাত্ৰই আনকি গৌৰৱেৰে বৰ্ণাইছিল কেনেদৰে এজন ছাত্ৰই এবাৰ গান্ধীটুপী পিন্ধি আহোতে কেইমিনিটমানৰ ভিতৰতে কলেজৰপৰা বহিষ্কৃত হৈছিল। ছাত্ৰবিলাকে হয়তো সম্ৰাটৰ নববৰ্ষৰ বাণী বা শেহতীয়া খেল-ধেমালিৰ সংবাদ নাইবা গ্ৰেটা গাৰ্বো-ৰোণাল্ড কোলমেন ইত্যাদি অভিনীত শেহতীয়া আমেৰিকান কথাছবিৰ বিষয়ে অতি আগ্ৰহেৰে আলোচনা কৰে, কিন্তু স্বাধীনতা সংগ্ৰামৰ বিষয়ে এষাৰি কথা

ফুচফুচাযো নকয়। আনহাতে কলেজখনত বিভিন্ন অনুষ্ঠান আদিৰ পয়োভৰ চলি থাকে। খেল-ধেমালি, পঢ়া-শুনা, প্ৰতিযোগিতামূলক পৰীক্ষা ইত্যাদি বিষয়ত কৃতিত্বৰ পৰিবেশ এটা বিৰাজ কৰি থাকে।

1930 চনৰপৰা 1934 চনলৈ কলেজত চাৰিটা বছৰ বলৰাজৰ কাৰণে নানা বিষয়ত উল্লেখযোগ্য প্ৰমাণিত হৈছিল। তেওঁ পিচলৈ চাকৰি জীৱনত সোমোৱাৰ উদ্দেশ্যে কলেজত ভৰ্তি হোৱা নাছিল। এটা জীৱিকাৰ পথ লোৱাৰ কথা তেতিয়ালৈ তেওঁৰ মনত ভুমুকি মৰাই নাছিল। প্ৰকৃততে, পিচৰ জীৱনতো তেওঁৰ বাবে এটা জীৱিকা গ্ৰহণ কৰা কথাই গুৰুত্ব লাভ কৰিব পৰা নাছিল। তেওঁ এটা নিৰ্দিষ্ট জীৱিকা বা স্থায়ী নিয়মিত চাকৰিৰ দিশেৰে চিন্তা কৰাই নাছিল। তেওঁ যেনিবা তেনেদৰে সৃষ্টি হোৱাই নাছিল। যিকোনো চৰকাৰী চাকৰি তেওঁৰ বাবে ঘৃণা আছিল, কাৰণ দেশত চলি থকা পৰিৱেশত চৰকাৰী চাকৰিয়ালবোৰক জনসাধাৰণৰ বিপৰীতে নিষ্পেষণৰ আহিলা বুলি মানুহে ঘৃণাৰ চকুৰে চাইছিল। অৱশ্যে যদি দেউতাৰ অৱস্থা স্বচ্ছল নহলহেঁতেন আৰু যদি বলৰাজে নিজে নিজৰ ভৰণ-পোষণ কৰিব লাগিলহেঁতেন, তেওঁ তেওঁৰ ভৱিষ্যৎ কাৰ্য্যক্ৰমৰ কথা হয়তো চিন্তা কৰিব লাগিলেহেঁতেন। কিন্তু সেইটো নোহোৱা কাৰণে, তেওঁ এনেবোৰ চিন্তাৰ ক্ষেত্ৰত শান্ত মনেৰে উদাসীন আছিল।

যেতিয়া প্ৰথমবাৰ বন্ধত বলৰাজ ৰাৱালপিণ্ডিলৈ আহিছিল, তেওঁ কলেজৰ 'ব্লেজাৰ'— 'ছোলা'-টুপী পিন্ধিছিল আৰু কলেজৰ বিষয়ে বহুতো উত্তেজনাপূৰ্ণ কাহিনী শুনাইছিল। তেওঁ এইবোৰকে লৈ উদ্বাউল আছিল। তেওঁ যেন আগতে অনুভৱ নকৰা এক ধৰণৰ স্বাধীনতাৰ সোৱাদ গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁৰ মন নতুন নতুন প্ৰভাৱ আৰু নতুন নতুন ধ্যান-ধাৰণাৰ এক দিগন্তলৈ প্ৰসাৰিত হ'বলৈ ধৰিলে। তেওঁ তেওঁৰ ইংৰাজীৰ শিক্ষকসকলৰ কথা— বিশেষকৈ এৰিক্-ডিকিনচন আৰু লেংহৰ্ণৰ কথা বিশেষ আগ্ৰহেৰে বৰ্ণনা কৰিছিল। তেওঁ সদস্য হোৱা কলেজ 'বোটক্লাব'ৰ বিষয়েও কৈছিল, আনহাতে প্ৰেমকৃপাল আদি নতুন বন্ধুসকলৰ কথাও সততে উল্লেখ কৰিছিল। এৰিক্ ডিকিনচন অক্স-ফোৰ্ডৰ ছাত্ৰ আছিল আৰু সাহিত্য বিষয়ত একাগ্ৰভাৱে অনুৰক্ত আছিল। তদুপৰি, ছাত্ৰসকলৰ লগত তেওঁৰ বৰ মিলাপ্ৰীতি আছিল: ছাত্ৰসকলে তেওঁৰ ঘৰে-বাহিৰে মুকলিভাৱে আহ-যাহ কৰিছিল আৰু মৰমেৰে তেওঁক 'ডিকী' বুলি মাতিছিল। বলৰাজে কৈছিল, "তেওঁ আয়াসেৰে জীৱন কটাইছিল, ঠিক যেন প্ৰাচ্যৰ প্ৰাচুৰ্য্যৰ মাজত থকাৰ দৰে। তেওঁৰ সাতোটা কোঠাৰ ঘৰটো কিতাপেৰে ভৰি আছিল আৰু প্ৰতিটো কোঠাতে গৌতম বুদ্ধৰ একোটা মূৰ্তি আছিল আৰু তাত আলোকসম্পাতৰ এনে ব্যৱস্থা আছিল যে এটা বুতাম টিপিলেই বুদ্ধৰ মুখৰ শান্তিময় হাঁহিটো

প্ৰস্ফুটিত হৈ উঠে। তেওঁৰ ডাইনিং কোঠাত, ছাঁ পেলোৱা লাইটটো মেহগনী কাঠৰ ডাঙৰ ঘূৰণীয়া টেবুলখনৰ মাজত থকা এথাল ফুলৰ ওপৰত পৰি থকাকৈ ৰখা হৈছিল। তেওঁ মুকলিমূৰীয়া মনৰ আছিল। চামৰাৰ টুকুৰা লগোৱা কোঠটোৰে তথা মুখৰ পাইপটোৰে ভদ্ৰ, সৰল সহজ আচৰণৰ এই গৰাকী ব্যক্তি আমি সচৰাচৰ ৰাৱালপিণ্ডিত দেখি থকা উগ্ৰ বৃটিছ বিষয়াসকলৰ দৰে নাছিল।"

লেংহৰ্ণৰ বিষয়েও বলৰাজে উচ্ছাসেৰে কৈছিল ঃ "বুজিছানে, তেওঁ কেতিয়াবা কেতিয়াবা ছেক্‌ছপিয়েৰকো সমালোচনা কৰে। তেওঁ হেমলেটৰপৰা এছোৱা পঢ়ি কয়– এয়া, ষ্ট্ৰেটফোৰ্ড-অন-এডনৰ এজন খহটা গাঁৱলীয়াই কৈছে।" বলৰাজ ডিকিনচন আৰু লেংহৰ্ণ দুয়োৰেদ্বাৰা প্ৰভাৱান্বিত হৈছিল; আৰু তেনেদৰে ইংৰাজী সাহিত্যৰ এজন আগ্ৰহী ছাত্ৰ হৈ পৰিছিল।

গভৰ্ণমেণ্ট কলেজত, বলৰাজে ইংৰাজীতে গল্পও লিখিবলৈ আৰম্ভ কৰিছিল। তাৰে দুই-চাৰিটা 'ৰবি' নামৰ কলেজ মেগাজিনত প্ৰকাশিত হৈছিল। গল্পবোৰৰ ভিতৰত এটা দুখ লগা প্ৰেমৰ কাহিনীৰ পটভূমি আছিল। শ্ৰীনগৰৰ পথৰ একাষৰীয়া গাঁৱৰ 'চিনাৰী'; তাত খহনীয়াৰ কাৰণে বৈ যাবলগীয়া হোৱা ডেকা যাত্ৰী এজনে ওচৰৰ 'ধাৱাৱালা'ৰ ঘৰত আন বন্ধুৰ লগত আশ্ৰয় লয় আৰু ধাৱাৱালাৰ গাভৰু পত্নীৰ প্ৰতি তাৰ এটা কোমল অনুভূতিৰ সৃষ্টি হয়। সেই প্ৰীতিৰ বন্ধন হঠাতে কলিতে ছিগি যায়,–যেতিয়া ৰাস্তা মেৰামতি হোৱাত শ্ৰীনগৰ অভিমুখে গাড়ী মটৰবোৰে পুনৰ যাত্ৰা আৰম্ভ কৰে। তেওঁ কিছু সংখ্যক কবিতাত লিখিছিল, তাৰে এটা এনেধৰণে আৰম্ভ হৈছিল–

এডাল কলম,...
এখিলা কাকত, ভেটপাহি যেন শুভ্ৰ
আৰু দেৱতাসকল নামি আহে!

আৰু এইবেলি বন্ধত ঘৰলৈ আহোঁতে, বলৰাজে তেওঁৰ লগত পাশ্চাত্য সংগীতৰ বহু কেইখন গ্ৰামোফ'ন ৰেকৰ্ড লৈ আহিছিল,–তাৰ ভিতৰত বিথোভেনৰ 'মুনলাইট ছোনাটা', ক্ৰোয়েছ্‌লাৰৰ বেহেলাত 'পেথেটিক' আৰু ৰিমচ্‌ছ্‌কী-কোৰছাকোভৰ 'ছেহাৰাজাদ' আছিল। তেওঁ এইবোৰ ৰেকৰ্ড ডিকিনচনৰ ঘৰত শুনিছিল আৰু শুনি অভিভূত হৈছিল। তেওঁ শ্বেলীৰ কবিতাৰ বিষয়েও উৎসাহেৰে উল্লেখ কৰিছিল আৰু 'দি ৰিভল্ট অৱ ইছমাম্', 'প্ৰমিথিয়াছ আনবাউণ্ড' আৰু 'ওফ টু ৱেষ্ট উইণ্ড'ৰ পংক্তি কিছুমান আওৰাইছিল। তেওঁ কেবাখনো বিখ্যাত চিত্ৰাংকনৰ প্ৰতিলিপিও আনিছিল, তাৰ ভিতৰত এখন 'বোটিচেলি'ৰ ছবিও আছিল; আনহাতে মনালিছা আৰু মাইকেলএঞ্জেলো বুৱোনাৰোটি আৰু লিওনাৰ্ডো দা ভিন্সিৰ বিষয়ে বহু কথা কৈছিল।

অধ্যয়নৰ উপৰি, বলৰাজ বোটক্লাবৰ সহ-সম্পাদক হৈছিল, নাট্যক্লাবত যোগ দিছিল আৰু বিশ্ববিদ্যালয় ইউনিয়নৰ সক্ৰিয় সদস্য আছিল। আনকি সেই সময়ৰ উপাচাৰ্য্য এ. চি. উলনাৰে তেওঁক পিচলৈ ইউনিয়নৰ সভাপতি মনোনীত কৰিছিল। তদুপৰি তেওঁ গল্প আৰু কবিতাও লিখি আছিল,–যদিও অৱশ্যে নিয়মিতভাৱে নহয়।

গভৰ্ণমেণ্ট কলেজতেই বলৰাজে 'বাস্তৱধৰ্মী থিয়েটাৰ'ৰ অন্তৰ্নিহিত তত্ত্ব প্ৰথমবাৰলৈ উপলব্ধি কৰিছিল। সেই সময়ত কলেজৰ নাট্যক্লাব পৰিচালনা কৰিছিল দুগৰাকী শীৰ্ষস্থানীয় লোকে,–তেওঁলোক আছিল জি. ডি. ছোন্ধী আৰু এ. এছ্. বোধাৰী। ছোন্ধীয়ে অক্সফোৰ্ডত অধ্যয়ন কাৰছিল আৰু শুনামতে অক্সফোৰ্ড মঞ্চত হেমলেটৰ ভাও অভিনয় কৰাৰ অভাৱনীয় সুযোগ লাভ কৰিছিল। আনহাতে বোখাৰী কেম্ব্ৰিজত আছিল আৰু জনামতে নাট্য নিবেদনৰ কলা-কৌশল ভালদৰে আয়ত্ব কৰিছিল। গভৰ্ণমেণ্ট কলেজখন নাট্যাভিনয়ৰ ক্ষেত্ৰত বিখ্যাত আছিল। বোখাৰী এগৰাকী অতিশয় কৃতিত্বশীল পৰিচালক আছিল, আৰু ছোন্ধী আছিল খ্যাতিমান মঞ্চ সজ্জা নিৰ্দেশক– এনেদৰে দুজনৰ মণিকাঞ্চন সদৃশ সংযোগ ঘটিছিল। তেওঁলোকৰ মঞ্চ প্ৰযোজনাৰ বিশেষ উল্লেখনীয় দিশ আছিল– বাস্তৱধৰ্মী নিবেদন। অভিনেতাসকলে মঞ্চত স্বাভাবিক ধৰণে কথা-বতৰা পাতিছিল;– পাছি থিয়েটাৰৰ দৰে অতি-অভিনয় বা কৃত্ৰিম সংলাপ নিবেদন কৰা নাছিল। মঞ্চ সজ্জাত বাস্তৱধৰ্মী আছিল। নাটকবোৰো সাধাৰণতে পাশ্চাত্য দেশৰ নাটকৰ অভিযোজনা আছিল আৰু সেইবোৰৰ বিষয়বস্তুৰ বৈচিত্ৰ্য আছিল। বোখাৰীয়ে অতি যত্নেৰে বিশেষ কষ্ট স্বীকাৰ কৰিছিল যাতে প্ৰত্যেকটো পদচালনা, প্ৰত্যেকটো অঙ্গী-ভঙ্গী, সংলাপৰ প্ৰতিটো বাক্যৰ যতি– স্বাভাবিক তথা বাস্তৱানুগ হয়, যাতে কোনো ধৰণৰ অতি-অভিনয় বা মঞ্চ ধৰ্মিতাই অনুপ্ৰৱেশ নকৰে। উচ্ছ্বসিত সংলাপ প্ৰয়োগ, অত্যাধিক অঙ্গী-ভঙ্গীৰ প্ৰয়োগ আদি সম্পূৰ্ণ নিষিদ্ধ আছিল।

যদিও বলৰাজে নিজে বহুতো নাট্যত অভিনয় কৰা নাছিল; তথাপি নাট্যক্লাবৰ লগত গঢ়ি উঠা সক্ৰিয় সহযোগৰ অভিজ্ঞতাই ভৱিষ্যত জীৱনত তেওঁৰ মঞ্চত তথা ৰূপালী পৰ্দাৰ বাবে যথেষ্ট সহায়ক হৈছিল।

প্ৰযোজনাৰ ক্ষেত্ৰত নাটকবোৰৰ খুটি–নাটিৰ প্ৰতি মনোযোগ দিয়াটো বিশেষত্ব আছিল; কোনো ধৰণৰ অনাৱশ্যেকীয়তা বা ত্ৰুটি দেখা নগৈছিল; সাজপাৰ, দৃশ্য সজ্জা সময়ানুবৰ্তিতা ইত্যাদি বিষয়ত গভীৰভাৱে মনোযোগ দিয়াৰ ফলত মঞ্চস্থ নাটকবোৰৰ নিবেদন সুন্দৰ-সাৱলীল হৈছিল। প্ৰত্যেকটো ক্ষেত্ৰতে সাৱধানেৰে আঁচনি কৰি লৈ সেইবোৰ কাৰ্য্যকৰী কৰা হৈছিল। অনুবাদ বিলাকো সদায় সুন্দৰ হৈছিল,– সেইবোৰ সাধাৰণতে বিখ্যাত উৰ্দু লেখক ইমতিয়াজ আলি তাজে কৰিছিল। সেই কালত ল'ৰাই ছোৱালীৰ ভাও দিছিল আৰু বলৰাজে এম. এ পঢ়ি থকা

সময়ত এবাৰ 'দি মেন হু এট্ দি পপোমেক' নামৰ নাটকত লেডী ফয়লোৰ ভাওৰ বাবে মনোনীত হৈছিল। তেওঁ কলেজত থকা সময়ত, কাৰেল কোপকৰ বিখ্যাত নাটক 'আৰ. ইউ. আৰ', এইছ. চি. নন্দৰ 'লিলি দা ব্যাই' (পঞ্জাবী) আদি মঞ্চস্থ হৈছিল। কলেজ এৰাৰ এক নে দুবছৰ পিছতো, বলৰাজে গভৰ্ণমেণ্ট কলেজৰ মঞ্চত 'দি বিল্ডাৰ অৱ ব্ৰিজেছ' নাটক নিবেদনৰ ক্ষেত্ৰতো সংযুক্ত আছিল।

1933 চনত যেতিয়া বলৰাজ 'ফাইনেল ইয়াৰ'ৰ ছাত্ৰ, তেতিয়া ময়ো একেখন কলেজত ভৰ্তি হৈছিলোঁ আৰু দুয়ো এবছৰ মানলৈ একেলগে আছিলোঁ। সেই সময়লৈকে গভৰ্ণমেণ্ট কলেজৰ প্ৰতি তেওঁৰ ধাউটি যথেষ্ট কমি আহিছিল আৰু তেওঁৰ মনত এটা সন্দিগ্ধভাৱ বাঢ়ি আহিছিল। তেওঁ আৰু গভৰ্ণমেণ্ট কলেজৰ অধ্যাপকসকলৰ ডাঙৰীয়া মনোভাবৰ চাল-চলন বা কলেজৰ আকৰ্ষণীয় অনুষ্ঠানবোৰলৈ ভক্তিজনিত ভয় বা শ্ৰদ্ধাভাৱেৰে উদ্বুদ্ধ নহৈছিল। ইতিমধ্যে তেওঁ নাওবোৱাত (বোটিং) 'কলেজ-কালাৰ' (সন্মান) লাভ কৰিছিল আৰু উপাচাৰ্যৰদ্বাৰা বিশ্ববিদ্যালয় ইউনিয়নৰ সভাপতি মনোনীত হৈছিল। বোধকৰো তেওঁৰ মনত গঢ় লৈ অহা সন্দিগ্ধভাবৰ কাৰণে, তেওঁ বোট ক্লাবৰ সম্পাদকৰ পদ খৰখেদাকৈ ত্যাগ কৰিছিল। হিচাপত এটা সৰু খুঁত সম্পৰ্কে ভুল বুজাবুজি হোৱাত আৰু ক্লাবৰ সভাপতি প্ৰফেছাৰ জৰ্জ মাথায়ে সেই বিষয়ে বলৰাজৰ মত বিচৰাত, বলৰাজে অভিমানেৰে পদত্যাগ কৰিছিল। পিছত যেতিয়া প্ৰফেছাৰ মাথায়ে মৰমেৰে বলৰাজক বোট ক্লাবৰ লগত পুনৰ সংযোগ স্থাপন কৰিবলৈ কৈছিল, তেতিয়া বলৰাজৰ অবোধ্য বৰং শিশুসুলভ উত্তৰ আছিল এনে ধৰণৰ ঃ "ছাৰ, আগবঢ়াই দিবলৈ মোৰ আত্মসন্মান তেনেই অকণমানহে বাকী আছে।"

তেওঁ সভাপতি হোৱা ছাত্ৰসংগঠন 'ইউনিভাৰ্ছিটি ইউনিয়ন' বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰদ্বাৰা পৰিচালিত হৈছিল আৰু তাৰ খৰচ–পাতিও তেওঁলোকে বহন কৰিছিল। ষ্টুডেণ্টছ্ ইউনিয়ন নামৰ সকলো ছাত্ৰৰ বাবে মুকলি আন এটা ছাত্ৰ সংগঠনো তাত আছিল আৰু সেইটোৰ স্বদেশী আন্দোলনৰ লগত নিবিড় সম্বন্ধ আছিল। ছাত্ৰ সম্প্ৰদায়ক ৰাজনীতি তথা স্বদেশী সংগ্ৰামৰপৰা আঁতৰাই ৰাখিবলৈ অন্যতম আহিলা হিচাপে ইউনিভাৰছিটি ইউনিয়নক ব্যৱহাৰ কৰাৰ চেষ্টা আছিল। পাঠ্য বিষয়ক আৰু সাহিত্য সম্বন্ধীয় প্ৰশ্নসমূহ আলোচনা কৰিবলৈ বক্তৃতামালা, আলোচনা চক্ৰ আৰু সৰু সৰু সভা-সমিতি সংগঠন কৰোৱা হৈছিল। এনে ধৰণৰ এখন বছা বছা লোকৰ সভাৰ অন্তত বলৰাজে যেনিবা এটা বোমাহে নিক্ষেপ কৰিছিল যেতিয়া তেওঁ সৰু ভাষণ এটিত এনেদৰে মন্তব্য দিছিল; "আপোনালোকৰ এই সভাখনৰ সম্পৰ্কে মোৰ মনোভাব ব্যক্ত কৰিবলৈ মই এটা পঞ্জাবী লোককথা উল্লেখ কৰিব খোজো, সেইটো হ'ল এনে ধৰণৰ ঃ এজন মানুহে আন এজনক

ক'লে, 'মোৰ ঘৰৰ মূধচত এটা কোঠা আছে; সেই কোঠাটোৰ ওপৰত আকৌ এখন আঁৰবেৰ দিয়া চালি আছে; সেই চালিখনৰ ভিতৰত এটা বাকচ আছে ; সেই বাকচটোৰ ভিতৰত এখন মোনা আছে; সেই মোনাৰ ভিতৰত পইচাৰ বেগ এটা আছে; সেই বেগটোত এটা নকল পইচা আছে। মই সেই নকল পইচা উলিয়াই তোমালোকক মিঠাই খুৱাম।"

তাকে কৈ বলৰাজ বহি পৰিছিল।

আন এদিনাখন, বোধকৰো নৈশভোজৰ এটা পাৰ্টিত, বিশ্ববিদ্যালয়ৰ যথেষ্ট সংখ্যক সন্মানিত ব্যক্তিৰ উপস্থিতিত বলৰাজে কৈছিল,

"আমাৰ দেশৰ শিক্ষা ব্যৱস্থাক নৈশভোজৰ পাৰ্টিৰ লগত তুলনা কৰিব পাৰি। আলহীসকলে তেওঁলোকৰ শ্ৰেষ্ঠ 'ডিনাৰ জেকেট' পৰিধান কৰি আহিছে, ৰূপৰ কাটা চামুচ তথা অত্যাধিক দামৰ সাজ-বাচনেৰে খোৱা টেবুল চিক-মিকাই আছে, আকৰ্ষণীয় সাজপাৰ পিন্ধি বেৰাৰা-বাবুৰ্চি-ৰেটাৰে ভৰি আছে, কিন্তু হায়, খাবলৈ হ'লে তাত একো নাই!"

এনেকুৱা উক্তিবোৰে অনুষ্ঠানৰ প্ৰচলিত ৰীতি-নীতিৰ বিৰুদ্ধে অভিযোগৰ সুৰকে প্ৰতিবিম্বিত কৰিছিল আৰু আন সাধাৰণ ছাত্ৰসকলৰ দৰে সেইবোৰ নিৰ্বিবাদে মানি চলাৰ প্ৰতিবাদ তাত ধ্বনিত কৰিছিল। মানসিকভাৱে, তেওঁ বৃটিছৰ স্বাৰ্থ বহনকাৰী এটা প্ৰতিষ্ঠানৰ লগত নিজকে মিলাই দিবলৈ টান পাইছিল। সেয়েহে এনে ধৰণৰ প্ৰতিবাদৰ সৰু-সুৰা কথা প্ৰকাশ পাইছিল।

সেই লাহোৰত থকা দিনবোৰত বলৰাজক দেখা মানুহৰ মনত আছে যে তেওঁ এখন পুৰণি চাইকেলত উঠি ফুৰে, সাজপাৰ আচহুৱা ধৰণৰ; ওপৰফালে ঘূৰণীয়া 'পাটু'-টুপী এটা মূৰত, গাত 'কলেজ-ব্লেজাৰ' আৰু তাৰ তলত স্কটলেণ্ডীয় ঢিলাপেণ্ট-(নিকাৰবোকাৰ)। এই অগতানুগতিক সাজপাৰটো তেওঁ আৰু তেওঁৰ কলেজীয়া বন্ধু চেতন আনন্দই আৱিষ্কাৰ কৰিছিল; তেওঁলোকে সকলো ছাত্ৰকে এই সাজপাৰ পিন্ধাবলৈ চেষ্টাও চলাইছিল। গভৰ্ণমেণ্ট কলেজৰ চিৰাচৰিত নীতিৰ বিৰোধিতা কৰিবলৈ তেওঁলোক এই ধৰণৰ পথ গ্ৰহণ কৰিছিল।

প্ৰায় সকলো সময়তে বলৰাজে গভৰ্ণমেণ্ট কলেজৰ বিষয়ে কঠোৰ মন্তব্য দিছিল। এবাৰ দেৱালী উৎসৱৰ সময়ত, তেওঁ আৰু মই আনাৰকলিৰ মাজেৰে জনসমুদ্ৰ পাৰ হৈ গৈ থাকোতে, কিছুমান ছাত্ৰই এগৰাকী খোজ কাঢ়ি যোৱা গাভৰুক অসৎ ব্যৱহাৰ কৰিছিল। বলৰাজে মোক কৈছিল, "সেইটো আইন কলেজৰ ছাত্ৰই হ'ব নিশ্চয়। এনেকুৱা ব্যৱহাৰৰ কাৰণে আইন কলেজৰ ছাত্ৰৰ দুৰ্নাম আছে। কিন্তু তুমি বিশ্বাস কৰানে যে গভৰ্ণমেণ্ট কলেজৰ ছাত্ৰসকল কিবা ভাল? মাত্ৰ সিহঁতে চকুত নপৰা ধৰণে বেয়া ব্যৱহাৰ কৰাত পাকৈত।"

আন এদিনাখন, এখন বাতৰি কাকতত ভাৰতীয় হকীদলৰ ফটো এখন দেখি তেওঁ মন্তব্য দিছিল, "তুমি গভৰ্ণমেণ্ট কলেজৰ খেলুৱৈক সহজেই চিনিব পাৰিবা। ফটো তোলাৰ সময়ত সি ঠিক সমুখত থিয় দিবগৈ। সমুখত থিয় দিবলৈ, গভৰ্ণমেণ্ট কলেজৰ ছাত্ৰ এজনে লাগিলে আন দহজন খেলুৱৈক ঠেলি হেঁচুকি হ'লেও আগবাঢ়ি যাব।"

তেওঁ প্ৰায়েই কৈছিল, "এই কলেজখনে প্ৰদেশখনৰ সকলো ঠাইৰে বছা বছা ভাল ছাত্ৰবোৰক আকৰ্ষণ কৰি আনে, আৰু শেষত আমোলাতান্ত্ৰিক ভেজাল কিবা একোটা কৰি পঠিয়াই।" এবাৰ আমাৰে এজন ভতিজা, এই কলেজৰ এজন ছাত্ৰই 'কংগ্ৰেছমেন'ৰ ঠাইত 'কংগ্ৰেছৱালা' শব্দটো ৰচনাত ব্যৱহাৰ কৰা কাৰণে বলৰাজে বৰ ঘৃণাৰ দৃষ্টিৰে তেওঁৰ ওপৰত মন্তব্য কৰিছিল।

চৰকাৰী চাকৰিত সোমোৱা প্ৰশ্নটো বলৰাজৰ মনত কাচিতো উদয় হোৱা নাছিল। এইটো আংশিকভাৱে আমাৰ পৰিয়ালৰ পটভূমিৰ বাবে সৰুকালিৰ প্ৰভাৱৰ কাৰণে হৈছিল; আনহাতে সেই সময়ত আমোলাতন্ত্ৰক আমাৰ দেশত নিষ্পেষণৰ আহিলা বুলি ঘৃণা কৰাটোও এটা কাৰণ আছিল।

'দি মেন হু এট্ দি পোপোমেক' নাটক মঞ্চস্থ কৰাৰ সময়ত এটা সৰু ঘটনা ঘটিছিল, যদিও চাবলৈ গ'লে ঘটনাটো এনেয়ে বিশেষত্বহীন–তথাপি সেয়ে বলৰাজৰ সাহসী মনৰ তথা যুক্তিহীনভাৱে যি কোনো কথা মানি নোলোৱা মানসিকতাৰ পৰিচয় দিয়ে। গভৰ্ণমেণ্ট কলেজত সাধাৰণতে ৰাত্ৰিৰ আহাৰৰ পিচত নিশা ৯ বজাত নাটবোৰ মঞ্চস্থ হৈছিল। নাটৰ শেষত, অভিনেতাসকলে এটা আহল বহল ষ্টাফ ৰুমত একত্ৰিত হৈ অলপ খোৱা–বোৱা কৰে। অভিনয়ত যোগ দিয়া ছাত্ৰ সদস্যসকলক চাহ আৰু শুকান ৰুটীৰ চকল দিয়া হয় ; আনহাতে শিক্ষক-অধ্যাপকসকলে 'ছেণ্ডউইচ' মাংসৰ কাটলেট আৰু পুডিং খায়। যদি অধ্যাপকসকলে আন এটা কোঠাত খালেহেঁতেন তেনেহ'লে সুকীয়া কথা আছিল ; কিন্তু একেখন টেবুলতে বহি তেওঁলোকে 'ছেণ্ডউইচ,' পুডিং খায় আৰু ছাত্ৰসকলে শুকান ৰুটী চোবায়। এদিন নিশা নাটক শেষ হোৱাৰ পিচত ; অভিনেতা আদিয়ে খোৱা–বোৱা কৰিবলৈ গোট খোৱা সময়ত দেখা গ'ল যে অধ্যাপকসকলৰ 'টিফিন-বাকচ'বিলাক খালী হৈ আছে। নাটক চলি থাকোতেই কোনোবাই তেওঁলোকৰ খোৱা বস্তুখিনি খাই শেষ কৰি থৈছে। বলৰাজো সেইসকলৰ এজন আছিল নে নাই সঠিক নেজানো, কিন্তু এইটো ঠিক যে শক্তিশালী দাম্ভিক অধ্যাপকসকলে এটা শিক্ষা পোৱাত তেওঁ বৰ সন্তোষ পাইছিল। ঘটনাটো সম্পৰ্কে অধ্যাপকসকল নিমাত হৈ আছিল। যেতিয়া কোনোবা এজনে কৈছিল যে অধ্যাপকসকলে তেওঁলোকৰ 'টিফিন' ঘৰৰপৰা আনিছিল, বলৰাজে তেতিয়া

তৎপৰতাৰে উত্তৰ দিছিল, "সেইটো একো কথা নহয়। আমি শুকান ৰুটি চোবাই থকাৰ পৰত তেওঁলোকে কাটলেট খোৱাৰ যুক্তি নাই।" এনেকুৱা কৰিবলৈ বিশেষকৈ সেই সময়ত যথেষ্ট সাহসৰ আৱশ্যক হৈছিল, কাৰণ গভৰ্ণমেণ্ট কলেজৰ অধ্যাপক সকলৰ চৰকাৰৰ আই.চি.এছ্ বিষয়াৰ দৰেই চালচলন আছিল।

পিচলৈ বলৰাজৰ খেল-ধেমালিৰ প্ৰতি সিমান আকৰ্ষণ নাছিল, কিন্তু কলেজৰ ছুইমিং পুলত সাঁতোৰাত তেওঁৰ বৰ চখ আছিল আৰু দীঘলীয়া পথত খোজ কঢ়া তথা ভ্ৰমণৰ প্ৰতি বা বাহিৰলৈ ফুৰিবলৈ যোৱাত আগ্ৰহী আছিল। প্ৰায় সময়তে তেওঁ অধ্যায়ন কেন্দ্ৰৰ ভিতৰতে ফুৰাচকা কৰিছিল, কলেজ তথা বিশ্ববিদ্যালয়ৰ পুথিভঁড়াল, এৰিক ডিকিনচনৰ আবাস গৃহ, ছুইমিং পুল, বিশ্ববিদ্যালয়, ছাত্ৰ ইউনিয়ন আৰু কেতিয়াবা সেইকালৰ 'মাল'ত থকা দুখন ৰেস্তোঁৰা–'ষ্টিফলছ্' বা লৰেংছ্। সেই সময়ত ছাত্ৰসকলৰ মিলন কেন্দ্ৰৰূপে 'কফি হাউছ্' নাছিল ; কেই বছৰমান পিছতহে সেয়া খোলা হৈছিল। তেওঁৰ পঢ়া-শুনাত বৰ ৰাপ আছিল যদিও নিয়মিতভাৱে বা শৃঙ্খলাবদ্ধ পদ্ধতিৰে পঢ়াশুনা নকৰিছিল। প্ৰকৃততে কোনো কৰ্ম ক্ষেত্ৰতে তেওঁ শৃঙ্খলাবদ্ধ নাছিল। ইংৰাজীৰ এম. এ পৰীক্ষা দিয়াৰ আগতে তেওঁৰ মনত হঠাতে খেলালে যে এইছ্.জি.ৱেলছৰ উপন্যাস বেছিকৈ পঢ়া উচিত– অকল পাঠ্যক্ৰমত নিৰ্দ্ধাৰিত দুখন উপন্যাসতে সীমাবদ্ধ থকা ঠিক নহ'ব। উল্লেখনীয় যে এম.এৰ ছাত্ৰৰ বাবে নিৰ্দ্ধাৰিত উপন্যাসিকৰ ভিতৰত ৱেলছো আছিল। সেয়ে, পৰীক্ষাৰ প্ৰস্তুতিৰ চুটি সময় ছোৱাত তেওঁ পাঠ্যপুথিলৈ বিশেষ মন নিদি, এইছ্.জি. ৱেলছৰ উপন্যাসবোৰহে আগ্ৰহেৰে পঢ়িবলৈ ধৰিলে। ওচৰ চাপি অহা পৰীক্ষাটো তেওঁক ৱেলছৰ কিতাপ পঢ়ি পোৱা আনন্দৰ ক্ষেত্ৰত অনান্দৃত বাধা যেন লাগিল। ফলত, তেওঁ পৰীক্ষাত বেয়া কৰিলে।

এইখিনি সময়তে, তেওঁৰ কলেজৰ শেষৰ বছৰত এদিন তেওঁ ঘৰলৈ বৰ উত্তেজিত ভাৱে আহিছিল। তেতিয়া আমি 16 কুপাৰ ৰোডত এজন বন্ধুৰপৰা ভাড়া কৰা দুটা কোঠা লৈ থাকিছিলোঁ। মালৰ এটা ব্যয়বহুল চেলুনলৈ বলৰাজে চুলি কাটিবলৈ গৈছিল। ঘৰলৈ আহি, তেওঁ এখন কলেজ আলোচনী লৈ আকৌ চাইকেলত উঠি গুচি গৈছিল। আধাঘণ্টামান পিচত তেওঁ পুনৰ একে ধৰণৰ উত্তেজনা লৈ উভতিছিল।

"কিনো কথা?" –মই সুধিছিলোঁ। তেওঁৰ মুখখন ৰঙা পৰিছিল। "চুলি কটা দোকানত এগৰাকী এংলো-ইণ্ডিয়ান ছোৱালীয়ে মোৰ চুলি কাটিছিল। মই তাইক কৈছিলোঁ যে মই গল্প লিখোঁ; তাই পঢ়িবলৈ বৰ আগ্ৰহ কৰিছিল। সেয়ে কলেজ-আলোচনীখন মই লৈ গৈছিলোঁ। জানানে, তাইৰ সাহিত্যত বৰ ৰাপ। তাইক বৰ সংস্কৃতিসম্পন্ন যেন লাগিল।"

বলৰাজৰ সেই 'ধুনীয়া আৰু মৰমলগা হেয়াৰড্ৰেছাৰ গাভৰুজনীৰ কিমান গল্প পঢ়িছিল মই নেজানো, কিন্তু এই পৰিচয়ৰ কোনো ফলশ্ৰুতি হোৱা নাছিল যেন লাগে কাৰণ পিচলৈ বলৰাজে তাইৰ বিষয়ে একো নকৈছিল।

বলৰাজে যথেষ্ট বন্ধুত্ব আৰু ক্ষেত্ৰহিচাৰে আবেগিক সংস্পৰ্শ (বিশেষকৈ সেই সময়ত আমাৰ পৰিয়ালে জহকালি বাস কৰা কশ্মীৰত) বহুতৰ লগতে গঢ়ি তুলিছিল। তেওঁৰ ধুনীয়া মুখ, তেওঁৰ খোলামন তথা খাপখুৱাই ল'ব পৰা ব্যৱহাৰ তথা সমাজৰ লগত মধুৰ সম্পৰ্ক, তদুপৰি তেওঁ কথা–বতৰা পতাত পটুতা-কৌতুক, মনোমোহা কথা কোৱাৰ ভঙ্গী আদিৰ বাবে প্ৰায়েই সকলোৰে তেওঁৰ আনন্দ বিচাৰিছিল। আমাৰ ভাগিনী এজনীৰ গাভৰু বান্ধৱী এজনী বলৰাজৰ একাগ্ৰ অনুৰাগী হৈছিল আৰু তেওঁ আনকি এবাৰ বলৰাজক আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰেছিডেণ্ট হোৱা সপোন দেখিছিল, যেন বহল চিঠিৰে তাইক [illegible]া পাবলৈ বলৰাজ সপোনতে নামি আহিছিল! আন এদিন, আমাৰ পৰিয়ালৰ লগত সংশ্লিষ্ট পৰিয়ালৰ গাভৰুৱে বলৰাজৰ ওপৰত ৰুষ্ট হৈ খঙেৰে কৈছিল, "তুমি নিজকে বৰ ধুনীয়া বুলি ফুটনি নামাৰিবা। তোমাৰ দেউতা তোমাতকৈ বহু বেছি ধুনীয়া!" সেই সময়ৰ আন এটা বন্ধুত্ব গঢ়ি আমাৰে পৰিয়ালৰ ভাগিনী 'সন্তোষ'ৰ লগত— বলৰাজতকৈ তাই পাঁচবছৰমানৰ সৰু ;— এই বন্ধুত্বই কিন্তু বলৰাজৰ পিচৰ জীৱনত এটা শক্তিশালী তথা ভাগ্য-নিৰ্ণায়ক সম্বন্ধত পৰিণত হৈছিল।

সেই সময়ত ডেকা-গাভৰুৰ সামাজিক জীৱন পৰিয়ালৰ বৃত্তৰ মাজতে সাধাৰণতে আবদ্ধ আছিল। তাতেই তেওঁলোকৰ বন্ধুত্ব আৰু পাৰস্পৰিক আকৰ্ষণ গঢ়ি উঠিছিল। পিচলৈ আমাৰ ডাঙৰ চহৰ–নগৰ আৰু বিশ্ববিদ্যালয়ত ল'ৰা-ছোৱালীৰ মাজত গঢ়ি উঠা মুকলিভাৱে অবাধ মিলা–মিছাৰ পৰিবেশ সেই ক্ষেত্ৰত নাছিল বুলিব পাৰি। পুৰণি সংস্কাৰ আৰু পৰম্পৰাৰে আগুৰি ৰখা এনেকুৱা বন্ধুত্বকে 'সজ আৰু উচিত' বুলি বিবেচনা কৰা হৈছিল।

স্বাধীনচিতীয়া আৰু অস্থিৰ স্বভাৱৰ বলৰাজে বহুতো অগতানুগতিক কাম কৰিছিল। কিন্তু এইটো ভবা ভুল হ'ব যে বলৰাজৰ ৰুচি আৰু ইচ্ছাই এটা বিশেষ লক্ষ্য স্থিৰ কৰিছিল বা এটা এৰাব নোৱাৰা আকৰ্ষণত পৰিণত হৈছিল নাইবা কিবা এটা সামগ্ৰিক কামনাৰ ৰূপত দেখা দিছিল। সময়ে সময়ে তেওঁ অদ্ভুত ধৰণৰ দৃঢ়সঙ্কল্প দেখুৱাইছিল— যিটো আন কথাত 'একগুয়েমি' ভাবৰ নিচিনা লাগিছিল। তেওঁ বৰ স্পৰ্শকাতৰ আৰু সাহসী আছিল, চৰকাৰী কলেজখনৰ ভিতৰে-বাহিৰে চলা ক্ৰিয়া–কলাপৰ ক্ষেত্ৰত তৎপৰতাৰে প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল আৰু তেনেদৰে চৰকাৰী কলেজৰ আন ছাত্ৰবোৰৰ তুলনাত সামাজিক দিশত অধিক সচেতন আছিল। আমাৰ পৰিয়ালে সেই সময়ত জহকালটো শ্ৰীনগৰত কটাইছিল।

দেউতাই তাত এটা ঘৰ সাজিছিল,–তেওঁৰ স্বৰ্গগত ভনীয়েকৰ ডাঙৰ পৰিয়ালটোৰ ঘৰৰ কাষতে। এবাৰ আমি আটাইবোৰে এখন মোগল বাগিচালৈ বনভোজ খাবলৈ গৈছিলোঁ, তাত হঠাতে বলৰাজৰ মূৰত খেলালে যে এটা জলধাৰা জঁপিয়াই পাৰ হ'ব। পানীৰ জানটো যথেষ্ট বহল আছিল আৰু দুয়োপাৰ শিলেৰে বন্ধোৱা আছিল। আন ল'ৰাহঁতেও হয়ভৰ দিলে। কিন্তু সেয়া ভয়শঙ্কুল কাম আছিল। যদি জলধাৰাটো জঁপিয়াই পাৰ হ'ব নোৱাৰি ভৰি গৈ জানৰ পানীত পৰে, তেনেহ'লে অসমান ঠাইত মোচোকা খাই ভৰিত দুখ পাব পাৰে নাইবা ভাঙিবও পাৰে। বলৰাজে এবাৰ, দুবাৰ আৰু তৃতীয়বাৰো চেষ্টা কৰি বিফল হ'ল। আন ল'ৰাহঁতো সফল নহ'ল, আৰু কিছুপৰ পিচত সেই চেষ্টা বাদ দি আঁতৰি আহিল। কিন্তু বলৰাজে পিচহুহকি নাহিল। তেওঁ চেষ্টা কৰিয়েই থাকিল। অলপ সময় বহি জিৰণি লয় আৰু পুনৰ চেষ্টা কৰে। কেবাবাৰো এনেকৈ চেষ্টা কৰাৰ মূৰকত, শেষলৈ তেওঁ জলধাৰা জঁপিয়াই পাৰ হ'বলৈ সক্ষম হ'ল আৰু বিজয়ীৰ আনন্দেৰে দলৰ আনসকলৰ মাজলৈ উভতি আহিল।

এইটোতকৈও অধিক বিপদজনক আন এটা ঘটনাৰ কথা মোৰ মনত পৰে। সেইটোও শ্ৰীনগৰৰে ঘটনা। শ্ৰীনগৰৰ প্ৰদৰ্শনী পথাৰত এখন ওখ চুচৰি নমা কাঠৰ তক্তা আছিল আৰু বলৰাজে হঠাতে ঠিক কৰিলে যে থিয় হোৱা ভঙ্গিমাত তেওঁ সেইখনৰে পিছলি তললৈ নামিব। তক্তাখন অতি মিহি আৰু চিকচিকিয়া আছিল আৰু আনকি যিসকলে বহি হাতেৰে ধৰি চুচৰি নামিছিল সেইসকলেও বেছিভাগ ক্ষেত্ৰতে ভাৰসাম্য হেৰুৱাই তলত উফৰি পৰিছিলগৈ। তেনে অৱস্থাত থিয়ৈ থিয়ৈ পিছলি অহা মানে আহুকাল মাতি অনাৰ দৰেই। যদিহে ভাৰসাম্য হেৰুৱায়, তেনেহ'লে মূৰ পাতি পৰি দেহৰ হাড় ভঙাৰ সম্ভাৱনা বৰ্তমান। আনকি নামনিৰ ৰেলিঙত লাগি বেয়া ধৰণে আহত হ'বও পাৰে। কিন্তু বলৰাজক বাধা দিব কোনে? দুবাৰ তেওঁ চেষ্টা কৰিলে আৰু দুয়োবাৰ বেয়াকৈ পৰিলত পেন্টৰ আঁঠুভাগ ফালিলে আৰু দেহৰ কেবাঠাইতো ছাল গ'ল। বন্ধুসকলে অস্বস্তি আৰু আশঙ্কা বোধ কৰিলে যদিও, তেওঁ কিন্তু চেষ্টা নেৰিলে। শেষত তেওঁ নিজৰ দেহৰ ভাৰসাম্যৰক্ষাৰ কৌশল আয়ত্ব কৰিলে আৰু থিয় অৱস্থাত হাত আগ নবঢ়োৱাকৈয়ে আকৰ্ষণীয়ভাৱে নামি অহাত সফল হ'ল।

দেউতাই শ্ৰীনগৰত সজা ঘৰটো সজোৱা-পৰোৱাত বলৰাজৰ কল্পনাপ্ৰিয় মনৰ পৰশ যথেষ্ট প্ৰকাশ পাইছিল। তেওঁ বাহিৰৰ দেৱালত এখন ধেনুভিৰীয়া 'গেট' সজাইছিল– গীৰ্জাঘৰৰ প্ৰৱেশ পথৰ আৰ্হিতে। তদুপৰি আঠকোণীয়া ডাইনিং টেবুল এখন, কাপোৰ অঁৰাৰ বাবে ওলোটাকৈ মৰা কাঠৰ খুটি, বাৰান্দাত পাতিবলৈ তেনেই চাপৰ আৰামীচকী আদিৰোঁ তেওঁ ব্যৱস্থা কৰাইছিল। এইবোৰ ব্যৱস্থাত

দেউতাকৰ কাৰণে ব্যয়ৰ মাত্ৰা বাঢ়িছিল যদিও, সঁচাকৈ সেইবোৰে ঘৰটোক অভিনৱ আৰু চালে চকুৰোৱা কৰি তুলিছিল।

মহাৰজাৰ অধীনৰ তেতিয়াৰ কাশ্মীৰ বহুতো ইংৰাজ পৰিব্ৰাজকৰো বন্ধৰ দিন কটোৱা কেন্দ্ৰ আছিল। গুলমাৰ্গ, সোণামাৰ্গ আদি ঠাইত অলেখ ইংৰাজলোকে অৱসৰ-বিনোদন কৰিছিলগৈ। সেই সময়ৰ মধ্যবিত্ত শিক্ষিত ডেকাসকলে এই পৰিবেশ আচহুৱা ধৰণৰ বুলি অনুভৱ কৰিছিল। তেওঁলোকৰ দৃষ্টিত কাশ্মীৰৰ মহাৰাজ হৰি সিং আছিল যেন বিদ্ৰোহী ৰাজকোঁৱৰ। তেওঁলোকে ৰাজকুমাৰৰ প্ৰতি অতিশয় সহানুভূতিশীল আছিল আৰু বৃটিছৰ উপস্থিতিক অন্যায় অনধিকাৰ জ্ঞান কৰিছিল। ৰাজকুমাৰে সিংহাসনত বহিয়েই কেইটামান স্বাধীনচিতীয়া ব্যৱস্থা গ্ৰহণ কৰিছিল, আৰু তাৰ কাৰণে ডেকাসকলৰ প্ৰশংসা লাভ কৰিছিল। তেওঁ হেনো বৃটিছ প্ৰেছিডেণ্টক আপত্তি জনাইছিল আৰু দাবী জনাইছিল যে কাশ্মীৰত মাত্ৰ এখন পতাকা উৰিব লাগে আৰু সেইখন হ'ল ৰাজকুমাৰৰ পতাকা। তদুপৰি তেওঁ বোলে নিজৰ কাৰণেও বৃটিছ সম্ৰাটৰ দৰে একৈছটা তোপধ্বনিৰে সম্মান যঁচাৰ ব্যৱস্থা কৰিছিল। অৱশ্যে ৰাজকুমাৰক সৈমান কৰি তেওঁৰ প্ৰাপ্য বুজাই দিয়াত বেছি পলম লগা নাছিল। তথাপি এনেদৰে তেওঁ নিজৰ স্বত্ত্বৰবাবে থিয় দিয়া সাহসী ব্যক্তি হিচাপে ৰাইজৰ মনত প্ৰভাৱ বিস্তাৰ কৰিছিল। আৰু ডেকাসকলে প্ৰায়েই বিশ্বাস কৰিছিল যে ৰজাৰ বিষয়ে প্ৰচলিত বহু কাহিনী বৃটিছহঁতেই তেওঁক অপদস্থ কৰাৰ চক্ৰান্তৰে প্ৰচাৰ কৰিছিল। সেয়ে, বৃটিছ ভ্ৰমণকাৰী তথা বন্ধৰ দিনত অবসৰ বিনোদনলৈ অহাসকলৰ প্ৰতি তেওঁলোকৰ মনোভাৱ বিৰূপ আছিল। এবাৰ গুলমাৰ্গত বলৰাজে ওখোৰা-মোখোৰা বাটেৰে এটা ঘোঁৰাত উঠি গৈ থাকোতে ওলোটাফালপৰা অহা এজন ইংৰাজে কৈছিল, "ইমান বেয়াকৈ ঘোঁৰাটোক চাবুক মৰা ঠিক নহয়!" বলৰাজে ঘোঁৰা ৰখাই উত্তৰ দিছিল, "ইংৰাজে মানুহকেই ইয়াতকৈ নিষ্ঠুৰভাৱে চাবুক মৰা মই দেখিছোঁ। তোমাৰ ঘোঁৰাটোৰ প্ৰতি দেখুওৱা সহানুভূতি উপযুক্ত পাত্ৰত পৰা নাই।"

সেই সময়ত কাশ্মীৰত মহাৰাজৰ শাসনৰ বিপৰীতে প্ৰথমবাৰলৈ জনগণ জাগি উঠিছিল। সেই অৱস্থাত তেনে জনজাগৰণৰ উদ্দেশ্য বিশেষ স্পষ্ট হোৱা নাছিল, আৰু সেয়ে মধ্যবিত্ত ডেকাচাম বিভ্ৰান্ত হৈছিল আৰু ৰাইজৰ সংগ্ৰামলৈ অতি কম সহানুভূতি দেখুৱাইছিল। লাঠী চালনাৰ সময়ত দ'ম দ'ম চেণ্ডেল আৰু 'লোহি' (গৰম কম্বল) এৰি পলাই যোৱা কাশ্মীৰীসকলক লৈ ঠাট্টা-মস্কৰা কৰা হৈছিল। এহাতে বৃটিছৰ বিপক্ষে তীব্ৰ মনোভাৱ আছিল, আনহাতে সংগ্ৰামী কশ্মীৰীসকলৰ প্ৰতিও কম সহানুভূতি দেখা গৈছিল। সেয়ে বলৰাজে এদিন বন্ধু-বান্ধৱসকলৰ মাজত বহি কোৱা কথাই সকলোকে আচৰিত কৰি তুলিছিল;

—কিয়, ধন সংগ্ৰহৰ সকলো চাবি-কাঠী হয় মহাৰাজৰ হাতত থাকিব নাইবা ইয়াৰ থলুৱা নোহোৱা পঞ্জাবীসকলৰ হাতত থাকিব লাগে—যিসকলে থলুৱা ৰাইজক শোষণ কৰিহে আছে?

বলৰাজৰ এই উক্তি বহুতৰে বাবে কৰ্ণশূল যেন লাগিছিল।

ত্ৰিছৰ দশকৰপৰা কশ্মীৰৰ লগত সম্বন্ধ আৰম্ভ হোৱা বলৰাজৰ এই সংযোগ ক্ৰমে ঘনীভূত হৈ আহিছিল। কশ্মীৰ তেওঁৰ কাৰণে যেন দ্বিতীয় ঘৰ হৈ উঠিছিল। কশ্মীৰৰ মনোমোহা পৰিবেশ, সুদীৰ্ঘ পথ, হ্ৰদত সাঁতোৰাৰ সুবিধা, পৰ্বতাৰোহণ আদিয়ে তেওঁক আনন্দ দিছিল। কশ্মীৰ তেওঁৰ কাৰণে গভীৰ ব্যক্তিগত আকৰ্ষণৰ কেন্দ্ৰস্থল হৈ পৰিছিল। তাতেই তেওঁ তেওঁৰ কিছুমান সুন্দৰ কবিতা আৰু গল্প ৰচনা কৰিছিল। ভৱিষ্যতৰ বাবেও এই ঠায়েই তেওঁৰ সাংস্কৃতিক আৰু সাহিত্যিক কাৰ্য্যক্ষেত্ৰৰূপে দেখা দিছিল।

## তিনি

# লাহোৰৰপৰা প্ৰত্যাৱৰ্তন

1934 চনৰ এপ্ৰিল মাহত ইংৰাজী বিষয়ত এম. এ. ডিগ্ৰী লৈ বলৰাজ ৰাৱালপিণ্ডিলৈ উভতি আহিছিল আৰু দেউতাকৰ ব্যৱসায়ত যোগ দিছিলহি। কথাটো অৱশ্যে শুনাত আচহুৱা যেন লাগে কাৰণ এই দিশত তেওঁৰ কোনো আগ্ৰহ নাছিল। এই সিদ্ধান্তটোক প্ৰকৃততে সিদ্ধান্ত বোলাতকৈ সিদ্ধান্ত এটা এৰাই চলাৰ চেষ্টাহে বুলিব পাৰি; কাৰণ সেই দিনত ব্যৱসায় কৰাৰ একমাত্ৰ বিকল্প আছিল চৰকাৰী চাকৰি কৰা, আৰু কথাটোত বলৰাজ আৰু দেউতাক দুয়ো অসন্মত আছিল। সেই সময়ত কিতাপ-পত্ৰ বা আন ধৰণে লিখাটোক জীৱিকা বুলি ধৰিব পৰা হোৱা নাছিল, আনহাতে বলৰাজে অকল কিতাপ-পত্ৰ বা প্ৰবন্ধ-পাতি লিখাটোকে সৰ্বসময়ৰ পেশা হিচাপে লোৱাৰ কথাহে ভাবিছিল, সেই বিষয়ে মোৰ সন্দেহ আছে। সম্ভৱতঃ বলৰাজৰ দৰে লোকৰ বাবে ব্যৱসায় আৰু লিখা-পঢ়া দুয়োটা একেলগে খাপ খোৱা ধৰণৰ আছিল।

দেউতাৰ ব্যৱসায় বৰ সুবিধাজনক আছিল। ইংলণ্ড আৰু ফ্ৰান্সৰ কিছুমান ব্যৱসায় প্ৰতিষ্ঠানৰ একচেটিয়া এজেন্সী তেওঁৰ আছিল; আৰু উক্ত প্ৰতিষ্ঠানবোৰৰ সামগ্ৰীৰ বিক্ৰয় ব্যৱস্থা কৰি 'কমিছন' লাভ কৰিছিল। বহু বছৰে তেওঁৰ এচাম নিয়মিত গ্ৰাহক আছিল আৰু কেইটামান প্ৰচলিত 'ব্ৰেণ্ড'ৰ বয়বস্তুৰ বাবে বিশেষ চেষ্টা নকৰাকৈয়ে 'অৰ্ডাৰ' পাই থাকিছিল। বহু ক্ষেত্ৰত স্থানীয় বিক্ৰেতাসকলে নিজৰ ফালৰপৰাই 'অৰ্ডাৰ' পঠিয়ায়, আৰু দেউতাই মাত্ৰ সেইবোৰ নিৰ্মাতা বা যোগান ধৰোতালৈ অনুমোদন কৰি পঠিয়ায়। সেয়ে দেউতাই কৰি থকা দালালী ব্যৱসায়ত ক্ষতিৰ ভয় বিশেষ নাছিল আৰু মূলধনৰ আৱশ্যকো নহৈছিল বুলিবই পাৰি। যেতিয়া দেউতাই ব্যৱসায় বিস্তাৰৰ কথা ভাবিছিল, সেয়া হয়তো নতুন বয়বস্তু যোগানৰ দিশেৰেহে চিন্তা কৰিছিল– যেনে ধৰক, কটা কাপোৰৰ টুকুৰা আদিৰ যোগান। বলৰাজে যেতিয়া ব্যৱসায়ত যোগ দিলেহি, তেতিয়া দেউতাই কটা কাপোৰ যোগন ধৰোতাসকলৰ লগত আগতে থকা যোগাযোগ পুৰ্নজীৱীত কৰিবলৈ চেষ্টা কৰিলে আৰু লগতে দুই/এটা নতুন এজেন্সিও ল'লে। বলৰাজৰ কাৰণে এনে দালালী ব্যৱসায় কৰাটো উজু আছিল কাৰণ কোনো বিত্তীয় অনিশ্চয়তাৰ প্ৰশ্ন নাছিল, আৰু যথেষ্ট অৱসৰ নিজৰ আন কামৰ বাবে লাভ কৰিছিল।

ব্যৱসায়ৰ ক্ষেত্ৰতো বলৰাজৰ গতানুগতিক বেপৰোৱা আৰু উদাসীন ভাব দেখা গৈছিল। তেওঁৰ কলেজীয়া শিক্ষাৰ বাবে, তেওঁৰ মুকলিমূৰীয়া আৰামপ্ৰিয় স্বভাৱৰ বাবে, আৰু লগতে সাহিত্যৰ প্ৰতি থকা মানসিক অনুৰাগৰ বাবে, —বলৰাজে ইচ্ছা কৰিলেও গতানুগতিক ধৰণৰ 'কমিছন এজেণ্ট' হ'ব পৰা নাছিল। ভাল 'কমিছন এজেণ্ট' হ'বলৈ হ'লে দোকানীবিলাকৰ লগত ভাল সংযোগ গঢ়ি তুলিব লাগে, তেওঁলোকৰ খেয়াল খুচিৰ লগত খাপ খাই থাকিব লাগে আৰু বস্তুৰ অৰ্ডাৰ পাবলৈ সকলো ধৰণৰ সা-সুবিধাৰে বশীভূত কৰিব লাগে। আমাৰ বজাৰত, কমিছন এজেণ্টক—বিশেষকৈ অৰ্ডাৰৰ যোগান ধৰোতাসকলক যোগান দিওঁতা দোকানী আদিয়ে জঞ্জাল হিচাপে অলপ হেয় চকুৰে চায়। যদি ইতিমধ্যে সৰবৰহী হোৱা বয়বস্তুৰ যোগান ধৰে তেনেহ'লেহে হাঁহিমুখে আদৰণি পায়; কিন্তু যদি কিবা নতুন বয়বস্তুৰ যোগান দিবলৈ চেষ্টা কৰে তেনেহ'লে দোকানীবিলাকে নমুনা চোৱাৰ কৃপা দেখুওৱাৰ আগতে বহু পৰলৈকে বৈ থাকিবলগীয়া হয়। সেয়ে এজন কমিছন এজেণ্টৰ লাগি থাকিব পৰা ধৈৰ্য্যৰ আৱশ্যক আৰু তেওঁৰ সহন শক্তি গঁড়ৰ ছালৰ দৰে হ'ব লাগে;—আনহাতে দুৰ্ভাগ্যক্ৰমে বলৰাজৰ উক্ত গুণৰ তেনেই অভাৱ আছিল। অভাৱগ্ৰস্ত একোজন কমিছন এজেণ্টে গ্ৰাহকৰ মন যোগাবলৈ কেলেণ্ডাৰ বিলাই বা বিনামূলীয়া উপহাৰ দি সকলো ধৰণৰ অপমান সহিও ঘূৰি ফুৰিবলগীয়া হয়। কিন্তু বলৰাজৰতো অভাৱ নাছিল। যিকি নহওক, তেওঁ সন্তুষ্টচিত্তে ব্যৱসায়টোত হাত দিছিল আৰু তেওঁৰ স্বাভাৱিক অগতানুগতিক খেলুৱৈসুলভ ভাবেৰে এইক্ষেত্ৰত অগ্ৰসৰ হ'বলৈ চেষ্টা কৰিছিল। বজাৰ অঞ্চলত এটা 'ফ্লেট' ভাড়াত লৈছিল আৰু তাত নিয়মীয়া অফিচ স্থাপন কৰা হৈছিল। তেওঁৰ গতানুগতিক স্বভাৱেৰেই আচবাব-পত্ৰ সজাই লৈছিল—যেনে এখন অৰ্দ্ধবৃত্তাকাৰ টেবুলত বহুতো 'ড্ৰয়াৰ', নমুনা ৰখা ওখ মূধচত লগা আলমাৰীবোৰ। তদুপৰি এজন দালাল আৰু পিয়ন নিয়োগ কৰিছিল। মোৰ মনত আছে, এবাৰ তেওঁ নতুন ধৰণৰ এবিধ লং ক্লথ অভিনৱ উপায়েৰে চলোৱাত ব্যস্ত আছিল। বজাৰত নতুনকৈ চলাবলৈ এই কাপোৰৰ এটা সৰু সংগ্ৰহ তেওঁ অনাইছিল। এনে ক্ষেত্ৰত সাধাৰণতে মূল পাইকাৰী আৰু খুচুৰা বেপাৰীসকলৰ মাজত নতুন ধৰণৰ কাপোৰৰ কিছুমান টুকুৰা বিলাই দিয়া হয় আৰু তাৰদ্বাৰা বজাৰত ক্ৰেতাৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰা হয়। কিন্তু বলৰাজে তেওঁৰ নিজা কৌশলহে চলালে। তেওঁ প্ৰথমতে 'ব্ৰেণ্ড'টোৰ নাম জনপ্ৰিয় কৰিবলৈ থিৰ কৰিলে; ব্ৰেণ্ডটোৰ নাম আছিল 'হেৰিকছ্ লং ক্লথ'। তেওঁ পুৰণি কলেজীয়া বন্ধু কিছুমানক পঠিয়াই বিভিন্ন দোকানত 'হেৰিকছ লং ক্লথ' বিচাৰোৱাত লাগিল, আৰু ভাবিলে যে গ্ৰাহকৰ এনে চাহিদাৰ ফলত দোকানীসকলে সেই বিধ কাপোৰ বৃহৎ পৰিমাণে সংগ্ৰহ কৰিব। কিন্তু

বলৰাজে ভবাতকৈ আগতে সেই কৌশল বিফল হ'ল। এজন দোকানী আকৌ নিজেই বলৰাজৰ এসময়ৰ পুৰণি সহপাঠী আছিল; তেওঁ বলৰাজে পঠিওৱা আন সহপাঠীসকলৰ মুখ ছিঙি পেলাইছিল। সেয়ে দোকানীজনে বলৰাজক নিজকে পঠিয়াবলৈ সিহঁতক কৈছিল যাতে লং ক্লথৰ চাহিদা বঢ়োৱাৰ বুধি শিকি যাবহি পাৰে!

কথাটো এয়ে যে, এই বিষয়ত অতি আগ্ৰহী হ'লেও বলৰাজে ব্যৱসায়ত বিশেষ অগ্ৰসৰ হ'ব নোৱাৰিলেহেঁতেন। দেউতাই বৃহৎ প্ৰতিষ্ঠানৰ লগত ব্যাপক ব্যৱসায়ৰ সপোন দেখাটো এক কথা, আৰু এই ধৰণৰ ব্যৱসায়ত সোমাই পৰাটো আন কথা। তেওঁ নিজে অতি কষ্ট কৰি সৰু সৰু 'অৰ্ডাৰ' সংগ্ৰহেৰে আৰু অলপ অলপ 'কমিছন' গোটাই, এপইচা-দুপইচাকৈ জীৱনৰ উপাৰ্জনৰ বাট মোকলাইছিল। যদি তেওঁ এককালীন বৃহৎ লাভৰ বাবে 'স্পেকুলেচন' অৰ্থাৎ জুৱাৰীৰ মনোভাবেৰে ধন আৰ্জিলেহেঁতেন, তেওঁ ব্যৱসায়ত তেনে মনোভাবৰ গৰাকী হ'লহেঁতেন। তদুপৰি, ধন-সম্পত্তিৰ বাবে তেওঁৰ কেতিয়াও বিশেষ লালস্য নাছিল,— যিটো গতানুগতিক অৰ্থত ব্যৱসায়ী হোৱা সকলৰ বাবে এটা প্ৰতিবন্ধক স্বৰূপ মনোভাব বুলি ক'ব পাৰি। যিজন মানুহে সদায় ভক্তিমাৰ্গৰ শ্লোক আওৰাই থাকে, ধনীসকলৰ লালস্যক গৰিহণা দি দান ধৰ্ম বা সমাজ সেৱাৰ মাহাত্ম্যহে প্ৰচাৰ কৰি থাকে আৰু সাধাৰণভাৱে জী থাকি উচ্চ চিন্তাৰ গুণহে ল'ৰা-ছোৱালীহঁতৰ আগত বৰ্ণাই থাকে, —তেনে এগৰাকীয়ে বৃহৎ লাভৰ বাবে জুৱাৰীৰ দৰে সৰ্বস্ব পণ কৰা কথা স্বাভাবিকতে আশা কৰিব নোৱাৰি। বলৰাজ লাহোৰৰপৰা উভতি অহা সময়ত, দেউতাই ইতিমধ্যে প্ৰায় অৱসৰ জীৱন গ্ৰহণ কৰিছিল আৰু বেছিভাগ সময় আৰ্য্য সমাজৰ সেৱা কৰ্মতে নিজকে নিয়োগ কৰিছিল বুলি ক'ব পাৰি। দেউতাই নিজৰ মূলধনৰ বৃহৎ অংশ ব্যৱসায়ত খটুৱাবলৈ বিশেষ আগ্ৰহী নাছিল, আৰু বলৰাজে নিজেও তেনে ব্যৱস্থা লোৱাত আগ্ৰহী নাছিল। আনহাতে, দেউতাই যি 'ইনডেণ্ট' ব্যৱসায় বা 'অৰ্ডাৰ' সংগ্ৰহ কৰি কমিছন পোৱাৰ পদ্ধতি গ্ৰহণ কৰিছিল সেই প্ৰথা ক্ৰমে লোপ পাই আহিছিল; মূল নিৰ্মাতাসকলে বিচাৰিছিল যে এজেণ্টসকলে নিয়মিত 'শ্বোৰুম' (প্ৰদৰ্শনৰ দোকান) আৰু ধন খটুৱাই বয়বস্তুৰ ভঁড়াল নিজস্বভাৱে ৰাখিব লাগিব। গতিকে ব্যৱসায় বিস্তাৰ কৰিব'লৈ হ'লে— একোখন পাইকাৰী বিক্ৰীকেন্দ্ৰ স্থাপন কৰিবলগীয়া হৈছিল; —যিটোৰ বাবে দেউতাও সাজু নাছিল, বলৰাজো নাছিল। বলৰাজৰ বাবেও, উক্ত 'ইনডেণ্ট' ব্যৱসায়হে সহজ-সাধ্য আছিল কাৰণ তাত ক্ষতিৰ ভয় নেথাকিছিল আৰু বজাৰদৰৰ উঠা-নমাৰ ওপৰত তেনে ব্যৱসায় নিৰ্ভৰ নকৰিছিল। সেই কাৰণে তেওঁলোক দুয়োয়ে ভবাতকৈ আগেয়ে যেন এই বিষয়ত শেষ প্ৰান্তত উপস্থিত হ'বলগীয়া হৈছিল।

ফলত, বলৰাজে পালমৰা ধৰণেহে ব্যৱসায়ত লাগিছিল। বেছিভাগ সময় যশৱন্ত ৰায়, বক্সী কল্যাণ দাস আদি পুৰণি বন্ধুৰ লগতে কটাইছিল। দীৰ্ঘপথ ভ্ৰমণ, বাইচাইকেলেৰে বহু দূৰলৈ ফুৰা, কবিতা বা ৰাজনীতিৰ ওপৰত দীঘলীয়া আলাপ-আলোচনা, বহুতো কাহিনী-উপন্যাস পাঠ ইত্যাদিৰে সময়বোৰ পাৰ কৰিছিল। কলেজৰপৰা উভতি আহি, বলৰাজে কোনো বিষয়তে গম্ভীৰভাৱে লগা নাছিল। সেই সময়ছোৱাত তেওঁৰ বাবে জীৱন এটা খেলৰ সামগ্ৰী যেন আছিল; অৱশ্যে এই দৃষ্টিভঙ্গী বেছি দিনীয়া নাছিল। আনহাতে সেই কালছোৱাত বেপৰোৱাভাৱে কটোৱা তেওঁৰ জীৱন যাত্ৰাৰ কিছু আভাস এটা সৰু আকৰ্ষণীয় ঘটনাই দিয়ে।

তেওঁৰ বন্ধুসকলৰ ভিতৰত, বক্স কল্যাণ দাসৰো বলৰাজৰ দৰে দুঃসাহসিক আৰু মুকলি আকাশৰ তলত বিভিন্ন ক্ৰিয়া–কলাপৰ প্ৰতি বিশেষ প্ৰীতি আছিল। দুয়ো চাইকেলেৰে দূৰ-দূৰ গাঁৱলৈ গা ধোৱা ঘাট বিচাৰি যায়, মুৰী পৰ্বতমালা আৰোহণ কৰেগৈ নাইবা বহু দূৰ পথ ভ্ৰমণত ওলায়। এবাৰ এই ডেকাজন হঠাতে তেওঁৰ মতৰ বিৰুদ্ধে এজনী ছোৱালীৰ লগত বিৱাহ পাশত আবদ্ধ হ'বলগীয়া অৱস্থাত পৰিল। এই বিয়া ভাঙি দিবলৈও তেওঁ সাহস কৰা নাছিল, কাৰণ বিয়া ঠিক কৰা বৃদ্ধ খুড়াকজনক অসন্তুষ্ট কৰিবলৈ আগবাঢ়িব পৰা নাছিল। তেনে সময়তে, বলৰাজে নিজস্ব অদ্ভুত কৌশলেৰে– বন্ধুক উদ্ধাৰ কৰিবলৈ আগবাঢ়ি আহিল। এদিন আবেলি এখন বেনামী চিঠি সেই বৃদ্ধ খুড়াকজনলৈ বুলি লিখি, বলৰাজে ছোৱালীজনীৰ জীৱন ধ্বংস নকৰিবলৈ অনুৰোধ জনালে আৰু বিয়াখন ভাঙিবলৈ ক'লে কাৰণ মনোনীত দৰাজন 'নপুংসক'। উক্ত বয়স্ক ব্যক্তিগৰাকীয়ে চলোৱা এখন জোতাৰ দোকানত চিঠিখন পৌছাই দিবলৈ বলৰাজে অফিচপিয়ন এজনক বাছিলে। চিঠিখন যথাস্থানত দিয়া হ'ল, কিন্তু ব্যক্তিগৰাকীক ঠগিব নোৱাৰিলে। দোষী সহজে চিহ্নিত হ'ল। কাৰণ তেওঁৰ দোকানৰ এজন কৰ্মচাৰীয়ে বলৰাজৰ পিয়নজনক চিনি পেলাইছিল। গতিকে চক্ৰান্তটো ধৰা পৰিল আৰু সিদিনাই গধূলি বয়স্ক ব্যক্তিগৰাকীয়ে আমাৰ ঘৰলৈ আহি বলৰাজৰ উৰ্দ্ধতালিৰ অভিযোগ জনাই গ'ল। অৱশ্যে, বিয়াখন পিচলৈ ভাঙিছিল, কাৰণ ছোৱালীজনীৰ মাক-দেউতাকৰ মনত এক প্ৰকাৰৰ সন্দেহৰ ভাৱ ৰৈ গৈছিল আনহাতে বক্স কল্যাণ দাস যে সম্পূৰ্ণ সুস্থ তথা দৈহিকভাৱে উপযুক্ত সেই কথাও সন্দেহাতীতভাৱে প্ৰমাণ কৰাটো সহজ নাছিল।

প্ৰায় এইখিনি সময়তে যশৱন্ত ৰায়ৰ ভনীয়েক দময়ন্তীৰ লগত বলৰাজৰ নিজৰ বিয়াৰ ঠিক হৈছিল। কলেজৰ 'ফাইনেল' বছৰত থকা পৰতে, প্ৰায়, এবছৰ আগতে প্ৰস্তাৱটো উত্থাপিত হৈছিল। যশৱন্ত ৰায়ক বলৰাজে অতি মৰ্য্যাদা বৰং ক'ব পাৰি বিশেষ শ্ৰদ্ধাৰ চকুৰে চাইছিল আৰু সেয়ে এই প্ৰস্তাৱত বিশেষ গৌৰৱ

অনুভৱ কৰিছিল। কিন্তু, তেওঁৰ নিজস্ব খোলা স্বভাৱেৰে বলৰাজে যশৱন্ত ৰায়ক প্ৰথমতেই ভাগিনীয়েক সন্তোষৰ প্ৰতি থকা তেওঁৰ দুৰ্বলতাৰ বা আকৰ্ষণৰ কথা কৈ দিছিল। বলৰাজৰ এনে খোলা স্বীকাৰোক্তিলৈ প্ৰশংসা জনাই, যশৱন্ত ৰায়ে এনে দুৰ্বলতা বা আকৰ্ষণক 'ল'ৰালিৰ মোহ মাত্ৰ' বুলি কৈছিল আৰু বলৰাজক বুজাইছিল যে হিন্দুসমাজত নিজৰ ভাগিনীয়েকক বিয়া কৰোৱাৰ প্ৰশ্ন উঠিবই নোৱাৰে। যশৱন্তৰ কথা বলৰাজৰ বাবে আইনৰ দৰে আছিল, গতিকে সাময়িকভাৱে হ'লেও কথাটোৰ তাতেই সামৰণি পৰিছিল। ফলত, 1936 চনৰ ছয় ডিচেম্বৰ তাৰিখে ৰাৱালপিণ্ডিত দময়ন্তীৰ লগত বলৰাজৰ বিয়া হয়। পিচৰ জীৱনৰ ঘটনা পৰিক্ৰমাই অৱশ্যে দেখুৱাইছিল যে সেয়া 'ল'ৰালিৰ মোহ মাত্ৰ' নাছিল আৰু ভাগিনীয়েকক বিয়া কৰিব নোৱাৰা হিন্দুসমাজৰ আইনো উলঙ্ঘন কৰিব নোৱাৰা ধৰ্মীয় বাধাৰূপে সফল হোৱা নাছিল। স্বচ্ছ আন্তৰিকতা আৰু উদাৰ মনোমোহা আচৰণেৰে, দময়ন্তী অসাধাৰণ তথা আকৰ্ষণীয় ছোৱালী আছিল। পৰিয়ালৰ পাঁচজন ককায়েক আৰু দুজনী বায়েকৰ মাজত নুমলীয়া দময়ন্তীয়ে ঘৰৰ আটাইৰে চেনেহ মৰম পাইছিল আৰু তেওঁ অতিশয় সামাজিক আনন্দ মুখৰ ব্যক্তিত্বৰ অধিকাৰিনী হৈছিল। বলৰাজৰ জীৱনলৈ তেওঁৰ আগমনে এজাক ৰ'দালিৰ কিৰণহে যেন বোৱাই আনিছিল। দুয়ো এহাল আকৰ্ষণীয় দম্পতিত পৰিণত হৈছিল।

অধ্যয়ন শেষ কৰি মই যেতিয়া ঘৰলৈ উভতিছিলোঁ, আমাৰ ঘৰৰ পৰিবেশ বহুখিনি যেন সলনি হৈছিল। দেউতাক হতাশাগ্ৰস্ত দেখিছিলোঁ। আয়ে মোক এচুকলৈ মাতি নি ঘৰত চলা ঘটনাৰ কথা ফুচফুচাই কৈছিল–যিটোৰ বাবে তেৰোঁ কম উদ্বিগ্ন হোৱা নাছিল। দাদাক বুজাই শান্ত কৰাবলৈ আয়ে মোক পাচিছিল; আইৰ ভাষাত ক'বলগীয়া কথা হ'ল এয়ে যে 'পৃথিৱীত অকল সিয়েই বিয়া কৰোৱা প্ৰথম ল'ৰা নহয়'। বলৰাজ আৰু দাম্মোৰ (মৰমেৰে মতা নাম) অস্বাভাৱিক গতিবিধি চালচলনৰ কথা নগৰমুখি সকলোৰে মুখে মুখে বাগৰি ফুৰিছিল; আৰু সেয়ে আমাৰ দেউতা-মাক অতিশয় বিব্ৰত কৰিছিল।

ৰাৱালপিণ্ডি তেতিয়া এখন সৰু মহকুমা-চহৰ, য'ত প্ৰত্যেকটো কথাই প্ৰত্যেকজনৰ নিজৰ যেন হৈ পৰিছিল। কেই ঘণ্টামানৰ ভিতৰতে প্ৰতিটো সৰু ঘটনাই সকলোৰে জনাজাত হৈ পৰিছিল আৰু তাকে নগৰৰ আটাইৰে মুখে মুখে শুনা গৈছিল। বহু দিশত সংৰক্ষণশীল চহৰখনৰ নিজস্ব কিছুমান ঐতিহ্য তথা নীতিসূচক পৰম্পৰা আছিল। মহিলাসকলে গিৰীয়েকৰ লগত আলিবাটেৰে যোৱাৰ সময়ত একে শাৰীত খোজ পেলাব নোৱাৰিছিল– মুখখন ওৰণিৰে অলপ ঢাকি লৈ গিৰীয়েকহঁতৰ পিচে পিচেহে যোৱাৰ নিয়ম আছিল। 'টঙা'ত উঠি গ'লে, গিৰিয়েকে চালকৰ লগত সমুখৰ আসনত আৰু ঘৈণীয়েকে পিচৰ আসনতহে বহিছিল।

তিৰোতা মানুহে মুকলি ঠাইত মূৰত কাপোৰ নোলোৱাকৈ যাব নোৱাৰিছিল, —ডাঙৰ শব্দ হোৱাকৈ হঁহা মানা আছিল, আনকি মুকলিমূৰীয়াকৈ ফুৰা-চকা কৰাতো বাধা আছিল। সেয়ে বিয়াৰ পিচত যেতিয়া দময়ন্তীয়ে বলৰাজৰ চাইকেলৰ পিচত বহি সাধাৰণ সাজপাৰেৰে আনকি এপাত সোণৰ খাৰুও নিপিন্ধি টোপী পাৰ্কৰ পিনে সুদীৰ্ঘ পথত ফুৰা-চকা কৰিছিল, তেতিয়া স্বাভাৱিকতে তেওঁলোকক তেনে অৱস্থাত দেখা পৰিয়ালৰ লোক তথা বন্ধু-বান্ধৱ অতি আচৰিত হৈছিল। বিয়াৰ প্ৰথম দিনাৰপৰাই দময়ন্তীয়ে নৱ–বিৱাহিতা কন্যা সেই বিষয়ে কোনো লক্ষণ দেখা নগৈছিল। কেতিয়াবা দম্পতিহালৰ নগৰৰ বাহিৰৰ পথাৰে পথাৰে ঘূৰি ফুৰা দেখা গৈছিল। এদিন আবেলি, ৰাৱালপিণ্ডিৰপৰা নগৰখনৰ ওচৰৰ চাকলালা বোলা ঠাইলৈ গৈ থকা ৰেলৱেৰ মাল গাড়ীৰ খোলা ডবা এটাত তেওঁলোকক দেখা গৈছিল। আচৰিত হ'বলগীয়া কথা নহয় যে, এনে অৱস্থাত মা-দেউতাই বলৰাজৰ অগতানুগতিক চলন-ফুৰণৰ বাবে ব্যতিব্যস্ত হৈ পৰিছিল। দুয়ো সাবটা-সাবটি কৰি, আন মানুহে কি ভাবিব তালৈ কেৰেপ নকৰি ঘূৰি ফুৰিছিল।

কিন্তু তথাপি সঁচাকৈ কব'লৈ হ'লে, তেওঁলোকৰ কাৰ্য্যক্ৰমৰ মাজত কিবা ক্ৰান্তিসূচক বা অভাৱনীয় বিশেষত্ব থকা বুলি ক'ব নোৱাৰি। কাৰণ আন এখন ডাঙৰ নগৰৰ তুলনাত এনেবোৰ কথা অতি স্বাভাৱিক যেনেই আছিল।

আন এটা কথাই দেউতাক ব্যতিব্যস্ত কৰি তুলিছিল। বলৰাজে দ্ৰুতগতিৰে ব্যৱসায়ৰ প্ৰতি অনাসক্ত হৈ আহিছিল। সেয়া যে অকল অতি-সাময়িক আৰু বলৰাজে সোনকালেই জীৱনযাত্ৰাৰ গতানুগতিকতালৈ উভতি আহিব— সেই যুক্তিয়ে দেউতাকে পতিয়ন নিয়াব পৰা নাছিল। তেওঁ এনে যুক্তিৰ বিপৰীতে মূৰ লৰাই কয় যে বলৰাজে পুনৰ ব্যৱসায়ত মনোযোগ দিয়া বিষয়ে তেওঁৰ সন্দেহ আছে।

আচলতে মই যিদিনা লাহোৰৰপৰা উভতি আহিছিলোঁ, বলৰাজ ৰাৱালপিণ্ডিত নাছিল। কোনোবা দেবেন্দ্ৰ সত্যাৰ্থী নামৰ 'দঢ়ীয়া মানুহ' এজনৰ লগত ওচৰৰ গাঁওবোৰলৈ বোলে লোকগীত সংগ্ৰহৰ কাৰণে গৈছে। আইও অভিযোগ কৰিলে যে সেই 'দঢ়ীয়া মানুহ'টো প্ৰায় এমাহ মান ঘৰত আছেহি আৰু কিমান দিনলৈ সি আৰু তাৰ পৰিয়াল একেলগ হৈ থাকিব সেই বিষয়ে আইৰ সন্দেহ উপজিছে।

কিছুদিনৰ পিচত দুই 'ভবসুৰে' উভতি আহিছিল আৰু সংগ্ৰহ কৰা লোকগীত-বোৰৰ বাবে অতি আনন্দিত তথা উৎসাহিত হোৱা দেখা গৈছিল। দেবেন্দ্ৰ সত্যাৰ্থী ইতিমধ্যে লোকগীতৰ ক্ষেত্ৰত বিখ্যাত হৈ পৰিছিল আৰু পঞ্জাবৰ উপৰি আন ভাষা-ভাষী অঞ্চললৈ লোকগীত সংগ্ৰহৰ বাবে অভিযান চলোৱা স্থিৰ কৰিছিল। বৰ্তমান সংগ্ৰহ কৰা 'প'থোহাৰী' লোকগীতসমূহ এই ক্ষেত্ৰত বিশেষ অৱদান প্ৰমাণিত হৈছিল আৰু বলৰাজেও অতি আগ্ৰহেৰে এই কামত সহযোগ কৰিছিল।

ক্রমে ক্রমে অৱশ্যে দিন যোৱাৰ লগে লগে বলৰাজৰ মনৰ অস্থিৰতা বাঢ়ি গৈছিল। বাহ্যিক দৃষ্টিত যিটো তেওঁৰ দুঃসাহসিক বেপৰুৱা—এক কথাত অসামাজিক জীৱন ধাৰা প্রতীয়মান হৈছিল, —সেয়া প্রকৃততে তেওঁৰ অন্তৰৰ অস্থিৰ মানসিকতাৰহে প্রকাশ আছিল। তেওঁ গ্রহণ কৰি অহা জীৱনধাৰাৰ ক্ষেত্রত সন্তুষ্ট হ'ব পৰা নাছিল; আৰু প্রতিটো দিন যোৱাৰ লগে লগে এই বিতৃষ্ণা আৰু অধৈর্য্যভাৱ বাঢ়ি আহিছিল। সেয়ে পিচৰ কেইমাহমানত তেওঁৰ সঘনে সলনি হৈ থকা ৰুচি বা আগ্রহৰ কাৰণ আছিল। গ্রহণ কৰা জীৱিকাৰ পথৰ প্রতি বিতুষ্ঠ হৈ, বলৰাজ নিজস্ব প্রতিভা তথা উদ্যম প্রকাশৰ নতুন পথ বিচাৰি হাবাথুৰি খাইছিল।

দেবেন্দ্র সত্যার্থীৰ লগত গাঁৱে গাঁৱে ফুৰাটো বলৰাজৰ কাৰণে সম্পূর্ণ নতুন আৰু উৎসাহজনক অভিজ্ঞতা আছিল। এতিয়ালৈ ইংৰাজী সাহিত্যৰ আধাৰত গঢ়ি উঠা আগ্রহ আৰু সেয়াও কিতাপৰ মাজতে আৱদ্ধ থকা পৰিস্থিতিৰপৰা যেন তেওঁ থলুৱা সজীৱ পৰিবেশলৈ ধাবিত হৈছিল। আনহাতে যি গৰাকী ব্যক্তিৰ লগত তেওঁ ভ্রমণ কৰিছিল, সেই জনাই এই ক্ষেত্রত বাটকটীয়া হিচাপে আত্মোৎসর্গ কৰা ব্যক্তি আছিল। তাৰ পিচতেই, বলৰাজৰ মনত হিন্দী ভাষাৰে লেখাৰ আগ্রহৰ সৃষ্টি হৈছিল।

বৃহত্তৰ পৃথিৱী এখনত বাস কৰিবলৈ, দিগন্ত বিস্তৃত কৰি নিজৰ অভিজ্ঞতাৰ পৰিসৰ বঢ়াবলৈ আৰু বিভিন্ন মানুহ তথা ঠাইৰ বিষয়ে অধিক জ্ঞান লাভ কৰিবলৈ থকা হেঁপাহ তেওঁৰ প্রকৃতিত এৰাব নোৱাৰা ধৰণে সংযুক্ত আছিল। সেইবোৰে তেওঁৰ জীৱনত বাৰে বাৰে আত্মপ্রকাশ কৰিছিল। তেওঁ তেনেদৰেই গঢ় লৈ উঠিছিল। দেউতাই কেতিয়াবা ভাবিছিল যে বলৰাজৰ স্বভাৱ উৰণীয়া ধৰণৰ আৰু সেয়ে কোনো এটা বিষয়ত লাগি থাকিব নোৱাৰিছিল। সেইটো ঠিক নাছিল। ক্রমে উচ্চতৰ হৈ বৃদ্ধি পাবলৈ, সম্পূর্ণ জীৱন উপভোগ কৰিবলৈ, বৃহত্তৰ পৰিসৰত আত্মপ্রকাশ বিচাৰিবলৈ থকা আন্তৰিক চুড়ান্ত আগ্রহে তেওঁক অস্থিৰ কৰি ৰাখিছিল আৰু নতুন নতুন পৰীক্ষা-নিৰীক্ষা চলোৱাত উদগনি যোগাইছিল।

1937 চনৰ জহকালিৰ শেষৰপিনে যেতিয়া আমি আটায়ে কাশ্মীৰত আছিলোঁ, তেতিয়া বলৰাজৰ মূৰত এখন ইংৰাজী সাহিত্য বিষয়ক আলোচনী উলিওৱা ভাব সোমাইছিল। এই ক্ষেত্রত তেওঁ সহযোগী হিচাপে পাইছিল দুর্গা প্রসাদ ধৰক, তেতিয়া তেওঁ ছাত্র-ৰাজনীতিত সক্রিয়ভাৱে সংযুক্ত আছিল আৰু নতুন উদ্যমটোৰ বিষয়ে সমানে আগ্রহন্বিত হৈছিল। দুয়ো লগলাগি ৰচিদ বহী ছপাই বৰঙণি তুলি ফুৰিছিল। আলোচনীৰ নাম ভবা হৈছিল কুংপোছ, কাশ্মীৰী ভাষাৰ শব্দ যাৰ অর্থ হ'ল গৈৰিক। প্রায় সেইখিনি সময়তে উপত্যকাৰ দূৰণিবটীয়া গাঁও এখনত ৰাজহ বিষয়ৰ কাম কৰি থকা কাশ্মীৰী কবি মেহজুৰৰ বিষয়ে জানিছিল। বলৰাজে তেওঁক

দেখা কৰিলেগৈ আৰু কবিৰ বিখ্যাত কবিতা কেইটিমান সংগ্ৰহ কৰি আনিলে; লগতে কবিৰপৰা তেওঁৰ জীৱনৰ কিছুমান তথ্যও জানি ল'লে। (বহু বছৰ পিছত যেতিয়া বলৰাজ কথা ছবিজগতত সুপ্ৰতিষ্ঠিত হৈছিল, –তেওঁ কাশ্মীৰ চৰকাৰক ধৰিমেলি মেহজুৰৰ জীৱনৰ ওপৰত এখন কাহিনী চিত্ৰ নিৰ্মাণ কৰাবলৈ আগ্ৰহান্বিত কৰিছিল। তেওঁৰ উদ্যোগতে আৰু নেৰানেপেৰা অধ্যৱসায়ৰ ফলশ্ৰুতি হিচাপে কথা ছবিখন নিৰ্মিত হৈছিল আৰু সেইখনেই কাশ্মীৰী ভাষাত প্ৰথম কাহিনী চিত্ৰ আছিল। বলৰাজৰ পুতেক পৰীক্ষিতে কবিজনাৰ ভাও লৈছিল। তেওঁ নিজে আৰু কিশোৰী কাউলে যথাক্ৰমে কবিৰ দেউতাক আৰু এজনী গায়িকাৰ ভাওত অৱতীৰ্ণ হৈছিল। কথাছবিখনি পৰিচালনা কৰিছিল প্ৰভাত মুখাৰ্জীয়ে। কাশ্মীৰত সেইবাৰৰ জহকালিটো আমাৰ কাৰণে অতিশয় উল্লেখনীয় আছিল। আমাৰ লগত অসংখ্য আলহী আছিলহি, তাৰ মাজত যশৱন্ত ৰায়, বি. পি. এল. বেদী আৰু তেওঁৰ পত্নী ফ্ৰেডা, তেওঁলোকৰ শিশুসন্তান আছিল। বেদী পৰিয়ালে সেই সময়ত ছোচিয়েলিষ্ট হিচাপে ভাৰতীয় ৰাজনীতিত প্ৰৱেশ কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁলোকে লাহোৰৰপৰা 'কনটেম্প'ৰাৰী ইণ্ডিয়া' নামৰ এখন ইংৰাজী ত্ৰিভাষিক আলোচনী প্ৰকাশ কৰিবলৈ লৈছিল। তদুপৰি ৰাজনৈতিক তথা সাংস্কৃতিক বিষয় সামৰা এখন ইংৰাজী সাপ্তাহিক প্ৰকাশ কৰাৰ কথাও তেওঁলোকে সেই সময়ত গুণা-গথা কৰিছিল।

সেইখিনি সময়তে, মিষ্টাৰ ভৱনানী কাশ্মীৰলৈ আহিছিল বিখ্যাত কথাছবি অভিনেতা ডেভিদৰ লগত। ডেভিদ তেতিয়া উদ্যম আগ্ৰহেৰে ভৰপূৰ চফল ডেকা। মি. ভৱনানীয়ে তেতিয়া 'হিমালয়কী বেটী' নামৰ এখন কথাছবি প্ৰযোজনা কৰি আছিল; তেওঁ বলৰাজক কথাছবিখনিত এটি ভাও যাচিছিল। কিন্তু সেই সময়ত বলৰাজে কথাছবি উদ্যোগৰ প্ৰতি মন মেলা নাছিল। যিকি নহওক, ডেভিদৰ লগত এই অৱসৰতে বলৰাজৰ আন্তৰিক বন্ধুত্ব গঢ়ি উঠিছিল।

সেইখিনি সময়তে আকৌ, দুৰ্গাপ্ৰসাদ ধৰ, বামজাই আৰু আন কেইজনমান আগ্ৰহী লোকৰ সহযোগত বলৰাজে শ্ৰীনগৰত জেম্ছ ফ্লেকাৰৰ 'জেছমিন' নামৰ ইংৰাজী নাটক এখন মঞ্চস্থ কৰিবলৈ স্থিৰ কৰিছিল। নাটকখনৰ প্ৰতিলিপি টাইপ কৰি লোৱা হৈছিল আৰু শ্ৰী প্ৰতাপ কলেজত আখৰা আৰম্ভ কৰা হৈছিল। সেই সময়ত ল'ৰাই ছোৱালীৰ ভাও লৈছিল আৰু সেয়ে বামজাইক মূল নায়িকা চৰিত্ৰ 'জেছমিন'ৰ ভাওৰ বাবে বাছি লোৱা হৈছিল।

প্ৰায় একে সময়তে আৰম্ভ কৰা এই সকলো কাৰ্য্যক্ৰমে বলৰাজৰ অন্তৰৰ অস্থিৰতা আৰু বাঢ়ি অহা অসন্তুষ্টিকেই প্ৰতিবিম্বিত কৰিছিল। এইবোৰ সাংস্কৃতিক অভিযান সম্ভৱতঃ বলৰাজক কাৰণে আত্মসন্তুষ্টিৰ মাধ্যমবিশেষ আছিল,– যাৰদ্বাৰা

যেন তেওঁ ব্যৱসায়ীৰ জীৱন লোৱাৰ মাজতো এক প্ৰকাৰৰ সন্তুষ্টি সংগ্ৰহ কৰা আৰু তাৰদ্বাৰা অন্তৰৰ সুপ্ত বাসনাক ব্যৱসায়ৰ লগত আপোচজনক পৰিস্থিতিত গঢ় দিয়া বুলি নিজকে পতিয়ন নিয়াব পাৰিছিল। দেউতাৰ ইচ্ছা অনুসৰি তেওঁ প্ৰায় তিনিবছৰ এনেদৰে ব্যৱসায়ত লাগি আছিল, কিন্তু তেওঁৰ মন তাত নাছিল আৰু তেওঁৰ অসন্তুষ্টি ক্ৰমে বাঢ়িহে আহিছিল।

শেষত এদিন, ঘৰত বিপৰ্য্যয় নামিল। আগষ্ট মাহৰ শেষৰ পিনে, তেতিয়া সকলো আলহী গুচি গৈছিল। বলৰাজে হঠাতে ঘোষণা কৰিলে যে তেওঁ আন কৰবাত ভাগ্য অন্বেষণ কৰিবলৈ ঘৰ এৰি যাব। সম্ভৱ দেউতাই এনে এটা ঘোষণাৰ বাবে আধাআধিকৈ হ'লেও সাজু আছিলেই; তথাপি তেওঁ চমকি উঠিল আৰু অসন্তুষ্ট হ'ল। ক'লৈ তেওঁ যাব খুজিছে আৰু কিনো কৰিব খুজিছে– সেই বিষয়ে বলৰাজৰ কোনো স্পষ্ট ধাৰণা নাছিল। দেউতাই সুধিলেই প্ৰতিবাৰে মাথোঁ কৈছিল, "মোক আপোনালোকৰ আশীৰ্বাদ দিয়ক আৰু যাবলৈ কওক। মই নিশ্চয় কিবা এটা কৰিম।" তাৰ পিচত আৰম্ভ হ'ল অন্তহীন বাকবিতণ্ডা,– ভাঙি পৰা মনৰ যুক্তিতৰ্ক।

বহু কাৰণত দেউতা উদ্বিগ্ন হৈ পৰিছিল। বলৰাজে ঘৈণীয়েকৰ সৈতে নিজে চলিব কেনেকৈ? দেউতাই কঠিন অভাৱৰ দিন দেখিছে আৰু সেয়ে ইচ্ছা নকৰে যে তেওঁৰ পুতেকেও তেনে কষ্টৰ মাজত পৰক, বিশেষকৈ যি ক্ষেত্ৰত বলৰাজৰ কি কৰিব সেই বিষয়ে স্পষ্ট ধাৰণাই নাই অথচ আন্ধাৰ ভৱিষ্যতলৈ জাঁপ মাৰিবলৈ ওলাইছে। দিন যোৱাৰ লগে লগে, দেউতাৰ উদ্বিগ্নতাও বাঢ়ি আহিছিল। কেতিয়াবা তেওঁ পুৰণি হিচাপৰ খাতাপত্ৰ উলিয়াই বলৰাজক দেখুৱাই তেওঁৰ ব্যৱসায় কিমান লাভজনক সেই কথা বুজায়। কেতিয়াবা আকৌ ব্যৱসায়ীসকলৰ মুকলিমূৰীয়া জীৱনৰ গুণ বৰ্ণায়। বাৰে বাৰে পঞ্জাবী আপ্তবাক্য এষাৰ আওৰায়, "তুমি তোমাৰ নিদ্ৰা নিদ্ৰাৰ মাজেৰে উপভোগ কৰাৰ সুবিধা পাবা।" কেতিয়াবা তেওঁ দময়ন্তীক কয় যেন গিৰিয়েকক অনিশ্চিত ভৱিষ্যতৰ মাজলৈ বেঙা মেলাৰপৰা বুজাই-বৰাই আঁতৰাই আনে। অকল বলৰাজৰ লগত দেউতাৰেই নহয়, দেউতা আৰু আইৰ মাজতো অন্তহীন তৰ্ক-বিতৰ্ক চলিছিল। দুই গৰকীৰ ভিতৰত আই অধিক সংযত আছিল আৰু পৰিস্থিতিৰ প্ৰতি অধিক ভাৰসাম্য দৃষ্টি নিক্ষেপ কৰিছিল।

গতানুগতিক স্বভাৱেৰে আয়ে এদিন কৈছিল, "পাখি গজিলে প্ৰতিটো চৰাইৰ পোৱালি মাক-দেউতাকৰপৰা আঁতৰি যায়েই, আপোনাৰ ল'ৰাই যে নিজৰ ভৰিত থিয় দিব খুজিছে তাৰবাবে সুখী হোৱাহে উচিত।" আন এবাৰ আয়ে কৈছিল, "বলৰাজে একমাত্ৰ ঘৈণীয়েকৰ লগত কথাটো আলচ কৰা উচিত। সিহঁতৰ ভৱিষ্যৎ সম্পৰ্কে বলৰাজ আৰু ঘৈণীয়েকেই সিদ্ধান্ত লোৱা কৰ্তব্য। আপুনি আৰু মই তাৰ মাজত সোমোৱা ঠিক নহয়।"

কিন্তু দেউতাই এইবোৰ কথা নুশুনে; আৰু সেয়ে অধিক অস্থিৰ আৰু অধৈৰ্য্য হৈ উঠিছিল। এবাৰ মূৰৰ পাগুৰীটো খুলি বাৰাণ্ডাত বহি কৈছিল, "চোৱা, মোৰ এই পকা চুলিবোৰলৈ অন্ততঃ অলপ বিবেচনা কৰাচোন। মই আৰু ডেকা হৈ থকা নাই। তোমাৰ বয়স বাঢ়ি অহা মা-দেউতাৰালৈওতো এটা কৰ্তব্য আছে।" কিন্তু বলৰাজ নাছোৰবান্দা হৈ আছিল। সেই বুলি যে বলৰাজৰ পৰিয়ালৰ প্ৰতি আকৰ্ষণ নাছিল, সেইটো নহয়। বৰং তেওঁ মাক-দেউতাকৰ প্ৰতি অতি গভীৰভাৱে আসক্ত আছিল আৰু অনাহকতে তেওঁলোকৰ মনত আঘাত দিব নুখুজিছিল। তেওঁ গুচি যোৱাৰ ফলত পৰিয়ালত দেখা দিব পৰা বিপৰ্য্যয়ৰ কথাও তেওঁ অনুভৱ কৰিছিল। কিন্তু তেওঁ মন বান্ধিছিল, সেয়ে কোনো ধৰণৰ বুজনি বা আবেদন-নিবেদন কামত অহা নাছিল। ব্যৱসায় তেওঁৰ কাৰণে বিতৃষ্ণাৰ বিষয় হৈ পৰিছিল। আৰু তেওঁ অনুভৱ কৰিছিল যে এটা আলস্যজনক জীৱনপথত তেওঁ বহুকাল অবাবতে অপচয় কৰিলে, এতিয়া তেওঁ নিশ্চিতভাৱে কৰ্মপথত জঁপিয়াই পৰি নিজৰ পথ নিজে উলিয়াবই।

যেতিয়া সকলো ধৰণৰ চেষ্টাত বিফল হ'ল তেতিয়া দেউতাই গতানুগতিক পিতৃ এগৰাকীৰ দৰে কথাটো এৰি পেলালে। যেতিয়া তেওঁ বুজিলে যে বলৰাজে নিজৰ সিদ্ধান্ত নেৰে, তেতিয়া দেউতাই বলৰাজৰ বিদায়ৰ বাবে সকলো যা-জোগাৰ কৰাত লাগিল। সেয়া এক দুখলগা দৃশ্য। বলৰাজক ভাল সাজ–পাৰ লাগিব, যথেষ্ট ধনো তেওঁক দিব লাগিব। আয়ে পাত্ৰভৰাই 'পিনি' কৰাত লাগিল, —এইটো পঞ্জাবী পৰিয়লৰ বাবে চলি অহা প্ৰথা যে যেতিয়া তেওঁলোকৰ ল'ৰাহঁত দূৰলৈ যায় তেতিয়া সিহঁতৰ কাৰণে বহু পৰিমাণৰ মিঠাইৰ লাৰু কৰি দি পঠিয়ায়। দেউতায়ো বিভিন্ন চহৰ-নগৰৰ বন্ধু আৰু পা-পৰিয়াললৈ চিঠি-পত্ৰ লিখিলে যাতে বলৰাজে বিচাৰিলে যিকোনো ধৰণৰ সহায়-সহানুভূতি আগবঢ়ায়। তেওঁ আনকি বলৰাজৰ নামত 'লেটাৰ অৱ ক্ৰেডিট' খুলিলে। আৰু যেতিয়া বলৰাজৰ বিদায়পৰ উপস্থিত হ'ল, তেতিয়াও তেওঁৰ বাবে স্বাভাৱিক ধৰণে এটা কাম কৰিলে। তেওঁ বলৰাজক একডজন মান পোষ্টকাৰ্ড দিলে, সকলোবোৰ দেউতালৈ বুলি ঠিকনা লিখা। প্ৰত্যেকখন পোষ্টকাৰ্ডতে আকৌ তলত দিয়া ধৰণে কেইশাৰীমান কথা লিখি দিয়াও আছিল ঃ

"শ্ৰদ্ধেয় দেউতা,

দময়ন্তী আৰু মই দুয়ো ঈশ্বৰৰ কৃপাত কুশলে আছোঁ। আমাৰ বাবে কোনো চিন্তা নকৰিব।

আপোনাৰ মৰমৰ পুত্ৰ....."

বলৰাজক পোষ্টকাৰ্ডবোৰ দি দেউতাই কৈছিল, "মই জানোঁ তুমি বৰ এলেহুৱা, তথাপি মই ভাবো অন্ততঃ এইখিনি তুমি কৰিব পাৰিবা। তুমি মাত্ৰ প্ৰতি সপ্তাহে

ইয়াৰে একোখনকৈ পোষ্টকাৰ্ডত চহী কৰি মোলৈ ডাকত পঠিয়াবা। তাৰপৰা আমি জানিব পাৰিম যে তোমালোক দুয়ো ভালে আছা। আন একো আৰু মই তোমাৰপৰা নিবিচাৰোঁ।" বিদায়ৰ আগদিনা, 1937 চনৰ বিছ ছেপ্তেম্বৰ তাৰিখে বলৰাজে মোক দেউতাৰ ব্যৱসায়ৰ কিছুমান নীতি-নিয়ম আৰু খুটি-নাতি বুজাই দিছিল। চি. এল. এফ. আৰু চি. আই. মানে কি বুজায় আৰু এফ. অ'. আৰ. বোম্বে বুলিলে কি বুজায়, কেনেদৰে বস্তুৰ দামৰ নিৰিখ হিচাপ কৰি উলিয়াব লাগে, হুণ্ডী কাটিব লাগে কেনেকৈ, তদুপৰি 'ইণ্ডেন্ট', 'ইনভইচ' তথা 'ডেমাৰেজ' আদিনো কি– সকলোবোৰ শিকাই দিছিল। পিচদিনা পুৱা তেওঁ পত্নীৰে সৈতে বহল বিৰাট পৃথিৱীত নিজৰ ভাগ্য অন্বেষণত ঘৰ এৰি গুচি গৈছিল।

## লাহোৰত

তেওঁলোক প্ৰথমতে লাহোৰত ৰ'লগৈ। তাতেই বলৰাজে প্ৰথমবাৰৰ বাবে আৰু শেষবাৰৰ কাৰণেও সাংবাদিকতাৰ আশ্ৰয় লৈছিল। শ্ৰীনগৰত আমি উদ্বিগ্নভাৱে তেওঁৰ বাতৰি পাবলৈ বাট চাই থকা পৰতে, এদিন হঠাতে তেওঁ যোৱাৰ এমাহমান পিছত আহল-বহল হালধীয়া বিজ্ঞাপনৰ 'পোষ্টাৰ'ৰ বাণ্ডিল এটা আহিছিল; সেই পোষ্টাৰবোৰ 'মান্‌ডে মৰ্ণিং' নামৰ এখন সাপ্তাহিক কাকত প্ৰকাশৰ জাননী আছিল। ককাইদেউৰ এনে প্ৰথম নিজস্ব অভিযানত উৎসাহিত হৈ, মই আমাৰ চুবুৰীৰ বেৰ আৰু গছবোৰত সেই পোষ্টাৰবোৰ মাৰি ফুৰিছিলোঁ। সম্পাদকীয় বোৰ্ডত আছিল– শ্ৰী আৰু শ্ৰমতী বি. পি. এল. বেদী, বলৰাজ আৰু বলৰাজৰ পুৰণি কলেজীয়া বন্ধু জগপ্ৰবেশ চন্দৰ্। যদিওবা বলৰাজে ঘৰ এৰাৰ সময়ত কোনো ধৰণৰ স্পষ্ট আঁচনি লোৱা নাছিল,লাহোৰত বেদী পৰিয়ালক লগ পোৱাত পুৰণিদিনীয়া আঁচনিখন পুৰ্নজীৱীত কৰি সাপ্তাহিক কাকতখন আৰম্ভ কৰা হৈছিল।

সেই সময়ত লাহোৰৰপৰা দুখন ইংৰাজী দৈনিক বাতৰিকাকত ওলাইছিল– জাতীয়তাবাদী দৈনিক "দি ত্ৰিবিউন' আৰু আনখন হ'ল বৃটিছ চৰকাৰৰ নীতিৰ সমৰ্থক 'চিভিল এণ্ড মিলিটাৰী গেজেট'। কিন্তু দুইখনেই সোমবাৰে প্ৰকাশিত নহৈছিল। সেয়ে 'মানডে মৰ্ণিং' কাকতখনে শূন্যঠাই পূৰ্ণ কৰিব আৰু বিক্ৰীৰো বিশেষ সুবিধা হ'ব বুলি ভবা হৈছিল।

বহুকাল পিচৰ দৃষ্টিৰে চালে, এনেদৰে মূলধন নোহোৱাকৈ আৰু কাৰিকৰী দিশৰ জ্ঞান নথকাকৈ এখন সাপ্তাহিক কাকত উলিওৱাৰ বেপৰোৱা চেষ্টা যে কিমান যুক্তিসম্পদ আছিল সেই বিষয়ে যিকোনো লোকে আশ্চৰ্য্য প্ৰকাশ কৰিবই। তেওঁলোকৰ একমাত্ৰ মূলধন আছিল উৎসাহ আৰু যুবসুলভ উদ্দীপনা। থিৰ কৰা

হৈছিল যে কাকতখনত বা-বাতৰিৰ উপৰি সাংস্কৃতিক ঘটনাক্ৰম, গল্প-কবিতা আৰু লগতে সমাজবাদী চিন্তাধাৰা তথা আদৰ্শৰ প্ৰবন্ধ–পাতিও প্ৰকাশিত হ'ব।

আমি আগ্ৰহেৰে কাকতখনৰ প্ৰথম সংখ্যাটোলৈ বাট চাইছিলোঁ; কিন্তু যেতিয়া সেইটো হাতত পৰিছিল মোৰ মন ভাঙি পৰিছিল। দুপিঠিয়া কাকতখন, ছপাৰ ভুলেৰে ভৰা। আমি জনা নাছিলোঁ লাহোৰত কাকতখনে কি প্ৰভাৱ পেলাইছিল, কিন্তু এইটো ঠিক যে এয়া নিম্নখাপৰ হৈছিল আৰু নিশ্চিতভাৱে বেয়া আৰম্ভণিৰ সূচনা কৰিছিল। অভিজ্ঞতাৰ অভাবতে এনে হোৱা বুলি আমি ধৰি লৈছিলোঁ আৰু পিচৰ সংখ্যালৈ বাট চাইছিলোঁ। এসপ্তাহ পিচত পোৱা দ্বিতীয় সংখ্যাটো ছপাৰভুলৰ দিশেৰে অধিক বেয়া হৈছিল আৰু আমি সন্দেহ কৰিছিলোঁ যে এনেকুৱা কাকত বেছিদিন তিষ্ঠি থাকিব নোৱাৰিব। আৰু কেইটামান সংখ্যা আহিছিল, কিন্তু কোনোটোৱে উজ্জ্বল ভৱিষ্যত দূৰৈৰ কথা কাকতখন তিষ্ঠি থকাৰ আশাকে যোগাব পৰা নাছিল। দেউতা উৎকণ্ঠিত হৈছিল যাতে বলৰাজে প্ৰথম প্ৰচেষ্টাত কিছুদূৰ সফল হয়, নহ'লে অতিশয় হতাশাগ্ৰস্ত হৈ পৰিব পাৰে। ইতিমধ্যে আমি লাহোৰৰ এজন সম্পৰ্কীয় লোকৰ চিঠিত গম পালোঁ যে তেওঁ বলৰাজক এটা ছপাশালত দাড়িগোঁফ নকমোৱা অৱস্থাত আৰু অতিপাত জ্বৰৰ গাৰে মাটিত লেটি লৈ 'প্ৰুফ' চাই থকা দেখিছিল; লগতে লিখিছিল যে বলৰাজক অত্যন্ত ক্লান্ত আৰু দৈহিকভাৱে ভাঙি পৰা ধৰণৰ অনুভৱ হৈছিল। দেউতাই মোৰ ককাইদেউৰ অৱস্থাৰ বুজ লব'লৈ লাহোৰলৈ পঠিয়াইছিলেই প্ৰায়– এনে সময়তে বলৰাজৰ নিজে লিখা চিঠি এখন আমি পাইছিলোঁ। চিঠিত তেওঁ উক্ত প্ৰচেষ্টাৰপৰা ওলাই অহা আৰু তাৰ বাবে কোনো আপচোচ নথকা বুলি লিখিছিল। আমিও লগতে যেন স্বস্তিৰ নিশ্বাস এটা এৰিছিলোঁ। কাকতখন প্ৰকাশৰ বাবে যথেষ্ট দৈহিক আৰু বিত্তীয় ক্ষেত্ৰত হেঁচা পৰিছিল। তদুপৰি, বলৰাজে উপলব্ধি কৰিব পাৰিছিল যে এনে ধৰণৰ কামৰ বাবে তেওঁ ঠিক নহয়। এই অভিজ্ঞতাই তেওঁক দুখিত কৰিছিল যদিও, বহুখিনি জ্ঞানীও কৰি তুলিছিল।

লাহোৰত থকা কালছোৱাতে, বলৰাজে হিন্দী ভাষাত গল্প লিখিবলৈ লৈছিল। প্ৰকৃততে, এনে ধৰণৰ গল্প লিখাত তেওঁ একেবাৰে অনভিজ্ঞ বা নতুন নাছিল। তেওঁৰ বহুতো বন্ধু আৰু সম্বন্ধীয় লোক, আনকি পৰিয়ালৰে আমাৰ খুলশালী চন্দ্ৰগুপ্ত বিদ্যালঙ্কাৰ, ভতিজা সত্যব্ৰতী মালিক, আমাৰ অতি প্ৰতিভাসম্পন্ন স্পৰ্শকাতৰ ভতিজা পুৰুষাৰ্থৱতী আদিয়ে নিয়মিতভাৱে হিন্দী ভাষাত লিখিছিল। বলৰাজে বেছি লিখা নাছিল, আনকি নিয়মিতভাৱেও নিলিখিছিল, কিন্তু লিখা গল্পবোৰলৈ পাঠকসমাজে আদৰণি জনাইছিল আৰু সেয়ে সাহিত্য ক্ষেত্ৰত তেওঁ চকুত পৰিছিল। সেই সময়ত লিখা এটা গল্প 'ৱাপচীৱ ৱাপচী' (প্ৰত্যাৱৰ্তন); তাত

শ্ৰীনগৰত মহাৰাজৰ জন্মদিৱসত জেলৰপৰা মুক্তি পোৱা কাশ্মীৰী কৃষক এজনৰ কাহিনী বৰ্ণিত হৈছিল। বন্দী হিচাপে থকা হৰিপৰ্বতৰ জেলৰপৰা নামি আহি উক্ত কৃষকজনে শ্ৰীনগৰ চহৰ সুন্দৰভাৱে সজ্জিত আৰু চাৰিওদিশে এটা উৎসৱ- মুখৰ পৰিৱেশ দেখিলে। সেই দৃশ্যত উত্তেজিত হৈ সিও আলিবাটৰ জনস্ৰোতত সোমাই পৰিল আৰু নিজস্বমতে মহাৰাজৰ জন্মোৎসৱত যোগ দিলে। আনন্দত মতলীয়া হৈ থকা সময়তে, গভীৰ নিশা ধনী লোকসকলৰ অঞ্চল এটাত সি নিজকে আৱিষ্কাৰ কৰিলে। নতুনকৈ পোৱা আত্মবিশ্বাস আৰু সুস্থতাৰে সি তাৰে এটা ঘৰত প্ৰৱেশ কৰাৰ সাহস পালে। ঘৰটোৰ মানুহবোৰ উৎসৱলৈ গৈছিল কাৰণে, সি নিৰ্বিবাদে এটা কোঠালিৰপৰা আনটোলৈ গৈ এটা মদৰ বটল পালে আৰু আনন্দত মতলীয়া অৱস্থাতে মদখিনি খাই পেলালে। নিচা লগাত, সি গান গাবলৈ, নাচিবলৈ আৰু ইতিমধ্যে ডিউটিলৈ অহা ৰাতিৰ পৰীয়াসকলৰ চিঞৰ শুনি চিঞৰিবলৈ ধৰিলে। বেচেৰাক পুনৰ গ্ৰেপ্তাৰ কৰা হ'ল আৰু যেতিয়া ৰাতিপুৱাল, সি দেখিলে তাক পুনৰ পাহাৰৰ ওপৰৰ সেই জেলতে থোৱা হৈছে– য'ৰপৰা আগদিনা গধূলি মুক্তি পাইছিল।

বলৰাজৰ গল্পবোৰত একপ্ৰকাৰৰ সাহসী দৃষ্টিভঙ্গী তথা সজীৱ প্ৰাণময়তা আছিল। তেওঁ নতুন নতুন বিষয়বস্তুৰ ওপৰত লিখিছিল– যিবোৰে অকল ব্যক্তিগত আৱেগ-অনুভূতি বা ঘৰুৱা পৰিস্থিতিতে আবদ্ধ নাছিল, আনহাতে ব্যাপকতৰ সামাজিক জীৱনৰ লগতো জড়িত আছিল।

লাহোৰত পুনৰ তেওঁ নাট্যাভিনয় সংক্ৰান্ত কাৰ্য্যক্ৰমত সক্ৰিয়ভাৱে লাগিছিল। তেওঁৰ পুৰণি পাঠস্থান গভৰ্ণমেণ্ট কলেজৰ 'ড্ৰামাটিক ক্লাবে' 'দি বিল্ডাৰ অৱ দি ব্ৰীজেছ' নাটক মঞ্চস্থ কৰিবলৈ লৈছিল, বলৰাজ সেই প্ৰচেষ্টাত জড়িত হৈ পৰিছিল। তেওঁৰ পুৰণি শিক্ষক হৰিশ কাঠপালিয়াই নাটখন প্ৰযোজনা কৰিছিল আৰু দময়ন্তীক নায়িকাৰ ভাওত লৈছিল।

অৱশ্যে, বলৰাজ লাহোৰত বেছিদিন নেথাকিল। তাত থিতাপি লোৱাৰ আগতেই যেনিবা, তেওঁ ঘৈণীয়েকৰে সৈতে তাকৰীয়া বয়বস্তুখিনি সামৰি-সুতৰি শান্তিনিকেতনলৈ বুলি ৰাওনা হৈছিল।

অৱশ্যে, ঠিক শান্তিনিকেতনলৈ তেওঁলোক যোৱা নাছিল। তেওঁলোকৰ প্ৰথম লক্ষ্যস্থান আছিল কলিকতা– য'ত সেই সময়ত বলৰাজৰ পুৰণি সহপাঠী এজনৰ ককায়েক আৰু আগ্ৰহশীল হিন্দী লেখক এছ. এইছ. ব্যৎসায়ন আছিল। বলৰাজ আৰু দময়ন্তীয়ে তেওঁৰ 'ফ্লেট'তে উঠিছিলগৈ আৰু বলৰাজে কাম বিচাৰি ফুৰিবলৈ ধৰিলে।

কলিকতাত বলৰাজৰ লেখাৰ পৰিমাণ কিছুদূৰ বাঢ়িল। সচিত্ৰ ভাৰত নামৰ এখন সচিত্ৰ আলোচনীত ধেমেলীয়া ৰচনা লিখিবলৈ ধৰিলে আৰু প্ৰতিটো প্ৰবন্ধৰ

বাবে মুঠ চাৰি টকাকৈ পাইছিল। সেইখিনি সময়তে তেওঁৰ আকৰ্ষণীয় শিশুকাহিনী 'ধাপোৰ শঙ্খ' ৰচিত হৈছিল।

জীৱনযাত্ৰা তেওঁৰ কাৰণে কঠিন হৈ পৰিল। সাহিত্য ৰচনাৰদ্বাৰা বিশেষ টকা-পইচা নেপাইছিল, ইপিনে দময়ন্তীৰ কেঁচুৱাও হৈছিল। সেই কাৰণে, যেতিয়া বলৰাজে গম পালে যে মাত্ৰ চল্লিছ টকা মাহিলি দৰ্মহাত শান্তিনিকেতনত এজন হিন্দীশিক্ষক লাগে, তেওঁ দৰ্খাস্ত কৰিলে; আৰু চাকৰিটো পাই শান্তিনিকেতনলৈ গ'ল। সেয়া 1937 চনৰ জাৰকালিৰ কথা। শান্তিনিকেতনত এইদৰে স্থিতি লোৱাটো বলৰাজৰ কাৰণে এটা সম্পূৰ্ণ নতুন তথা উৎসাহজনক অভিজ্ঞতাৰ দৰে আছিল। সেই সময়ত কোৱা হৈছিল যে সেৱাগ্ৰাম আৰু শান্তিনিকেতন ভাৰতৰ দুখন ৰাজধানী— সেৱাগ্ৰাম হ'ল ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ৰাজনীতিৰ ৰাজধানী— য'ত জাতিৰ জনকে বাস কৰিছিল। আনহাতে শান্তিনিকেতন হ'ল সাংস্কৃতিক ৰাজধানী— য'ত গুৰুদেৱ ঠাকুৰে বাস কৰিছিল। ভাৰতীয় জনগণৰ আশা-আকাঙ্ক্ষা তথা তেওঁলোকৰ ৰাজনৈতিক জাগৰণৰ প্ৰৱাহ সেৱাগ্ৰামৰ মাজেৰে যেনেকুৱা শক্তিশালী গতিৰে পাৰ হৈছিল— তেনেদৰে শান্তিনিকেতনৰ মাজেৰেও প্ৰৱাহিত হৈছিল।

চালে চকুৰোৱা সুন্দৰ পৰিবেশত শান্তিনিকেতন অৱস্থিত আছিল আৰু সংস্কৃত বৰং ক'ব পাৰি বিশুদ্ধ সাংস্কৃতিক পৰিবেশ এটা তাত বিৰাজ কৰিছিল। সঙ্গীত মুখৰ আছিল সমগ্ৰ দিশ। প্ৰথম নিশাৰ পিচত যেতিয়া গতানুগতিক 'বৈতালিক' পৰিক্ৰমাৰ ছাত্ৰ-ছাত্ৰীৰ সুমধুৰ কণ্ঠবোৰৰ মূৰ্চ্ছনাই দোকমোকালিতে বলৰাজৰ টোপনি ভাঙি দিছিল, তেওঁ শিহৰিত হৈ উঠিছিল। গছৰ ছাঁত শ্ৰেণীবোৰ বহে। আৰু গছৰ ছাঁত বহিলে, ঘৰৰ বাৰান্দাত বহি থকা ঠাকুৰৰ শুভ্ৰ স্মশ্ৰুমণ্ডিত বগা ধুনীয়া মুখখন চকুত পৰে। তাতে বলৰাজে বঙালী গীত শুনিছিল আৰু নিজৰ ৰচিত গীতত ঠাকুৰে দিয়া অননুকৰণীয় সুৰবোৰে তেওঁক মুগ্ধ কৰিছিল। ভাৰতৰ আন যিকোনো ঠাইৰ পৰিবেশৰপৰা বিভিন্ন এটা নতুন পৰিবেশত বলৰাজে জীৱন কটাবলৈ ধৰিলে। তেতিয়ালৈকে থাকি অহা সকলো ঠাইতে, কলা তথা অধ্যয়নৰ প্ৰতিটো ক্ষেত্ৰত তেওঁ ইংৰাজৰ উপস্থিতি অনুভৱ কৰি আহিছিল, কাৰণ সেইবোৰত পছিমীয়া সংস্কৃতিৰ ছাপ স্পষ্ট আছিল। ইয়াত পালেহি এখন যথাযথ ভাৰতীয় ঠাই— য'ত যদিও পছিমীয়া প্ৰভাৱক সমূলি বাদ নিদিও অথচ তাৰদ্বাৰা প্ৰভাৱান্বিত নোহোৱাকৈ থাকি, শিল্পী আৰু চিন্তাবিদসকলে তেওঁলোকৰ আপোন জনসাধাৰণৰ জীৱন-যাত্ৰাৰ ওচৰ চাপি দিন নিয়াইছিল। সেইবুলি, তেতিয়া ভবা ধৰণে, শান্তিনিকেতন জীৱনসংগ্ৰামৰপৰা আঁতৰি থকা আশ্ৰম যেন নাছিল। বৰং আমাৰ ভাৰতীয় জনসাধাৰণৰ আশা-আকাঙ্ক্ষাৰে উদ্বেলিত হৈহে আছিল এইখন ঠাই; আমাৰ জনসাধাৰণৰ সাংস্কৃতিক নৱজাগৰণৰ মাজেৰে নিজৰ ভেটিত নিজৰ

ভৰিত ঠিয় দিবলৈ ওপজা তীব্ৰ আকাঙ্ক্ষাৰ কেন্দ্ৰভূমি। দেশৰ মুক্তিৰ কাৰণে আত্মোৎসৰ্গ কৰা বহু শিল্পী, বিদ্বান আৰু বিপ্লৱীক বলৰাজে তাতেই লগ পাইছিল আৰু ঘটনাক্ৰমে বলৰাজ তাত থকা সময়তো প্ৰথমে গান্ধীজী আৰু পিচত পণ্ডিত নেহৰুৱে শান্তিনিকেতন ভ্ৰমণ কৰিছিল। ঠাকুৰৰ উপৰি, তাত থকা বিখ্যাত মনীষীসকলৰ ভিতৰত আছিল মধ্যযুগীয় সেন, বিখ্যাত হিন্দী সাহিত্যিক তথা গৱেষক হাজাৰীপ্ৰসাদ দ্বিবেদী আৰু খ্যাতনামা চিত্ৰকৰ নন্দলাল বোস– যিজনে সাধাৰণ মানুহৰ জীৱনযাত্ৰাৰপৰা শিল্পকৰ্মৰ বিষয়বস্তু আহৰণ কৰিছিল। এনে পৰিবেশ, বলৰাজে অতিশয় উদগনিমূলক আৰু সম্পদশালী অভিজ্ঞতা লাভ কৰাটো স্বাভাৱিক আছিল।

সেই সময়ত এনে কিছুমান ডেকা-গাভৰুও আছিল যিসকলে ঠাকুৰৰ কবিতাক অনুভূতিপ্ৰৱণ আৰু ৰহস্যবাদী বুলি ইতিকিং কৰিছিল; তেওঁলোকৰ মতে শান্তিনিকেতন 'সংস্কৃতিৰ কছৰৎ' (বা চাৰ্কাছ) স্থলহে আছিল। কিন্তু বলৰাজৰ যদিও যুৱসুলভ উচ্ছ্বাসৰ আতিশয্য আৰু মুকলিমূৰীয়া স্বভাৱ আছিল, তথাপি তেওঁ যিকোনো বিষয়তে সন্দেহবাদী দৃষ্টিভঙ্গী পোষণ নকৰিছিল। এই ক্ষেত্ৰতো তেওঁৰ বাবে গভীৰ প্ৰভাৱ পেলাব পৰা বহু কথা বিচাৰি পাইছিল, যিবোৰ তেওঁৰ ব্যক্তিত্ব তথা বিভিন্ন বিষয়লৈ থকা দৃষ্টিভঙ্গীত প্ৰভাৱ পেলাইছিল, যদিও তেওঁ সেইবোৰক ৰোমাণ্টিকভাৱে বা উচ্চ প্ৰশংসিত দৃষ্টিৰে থিতাতে গ্ৰহণ কৰা নাছিল। দূৰৈত ৰাৱালপিণ্ডিত দেউতাই তেতিয়াও উদ্বিগ্নতাবোধ কৰিছিল আৰু বলৰাজৰ কাৰণে ব্যতিব্যস্ত হৈ আছিল। তেতিয়াও বলৰাজে জীৱনত থিতাপি লোৱাৰ কোনো লক্ষণ দেখা নগৈছিল; আৰু শান্তিনিকেতনৰ বিষয়ে শুনামতে দেউতাৰ ব্যতিব্যস্ততা কমাতকৈ বৰং বাঢ়িছিলহে।

এবাৰ এজন শিখ যুৱক আমাৰ ৰাৱালপিণ্ডিৰ ঘৰলৈ আহিছিল। এই ডেকা চিত্ৰশিল্পীজন শান্তিনিকেতনত থাকিছিল আৰু তাতে কাম কৰিছিল। কমদিনলৈ ছুটীত অহা সেই ডেকাজনক বলৰাজে শান্তিনিকেতনলৈ উভতি যোৱাৰ আগতে আমাক লগ ধৰি যাবলৈ কৈছিল। তেওঁ অতিশয় সহজ-সৰল, মৃদুভাষী ভদ্ৰ তথা নিৰহঙ্কাৰী আছিল। স্বাভাৱিকতে দেউতাই ডেকাজনক কিমানযে প্ৰশ্ন কৰা নাছিল– বলৰাজে কিমান টকা উপাৰ্জন কৰে, ঘৈণীয়েকৰ লগত ক'ত আছে, শান্তিনিকেতনত ভাল গাখীৰ–ঘিউ পোৱা যায়নে ইত্যাদি। ডেকা শিল্পীজনে দেউতাৰ সন্দেহ দূৰীকৰণৰ বাবে যিমান পাৰে চেষ্টা কৰিছিল। শেষত দেউতাই কৈছিল, ' 'তাত মানুহবিলাক ধৰ্মভাৱাপন্ন হয়নে? নিয়মিতভাৱে তেওঁলোকে প্ৰাৰ্থনা কৰেনে?"

দেউতাৰ কাৰণে, জীৱিকাৰ পিচতেই অতি দৰকাৰী কথা আছিল ঈশ্বৰভক্তি। তেওঁৰ বাবে মানুহ এজনে নিয়মিতভাৱে প্ৰাৰ্থনা কৰাটো নৈতিক পবিত্ৰতাৰ

মাপকাঠী। উক্ত প্ৰশ্নৰ উত্তৰত ডেকাজনে কৈছিল, "শান্তিনিকেতন কোনো মন্দিৰ বা মছজিদ নাই, কিন্তু ঈশ্বৰৰ নাম আছে— মানুহবোৰৰ ওঁঠত আৰু তেওঁলোকৰ হৃদয়ত....।"

উত্তৰটোৱে দেউতাক ইমান সন্তুষ্ট কৰিছিল যে তেতিয়াৰপৰা তেওঁ শান্তিনিকেতনৰ বিষয়ে আৰু বলৰাজ তাত থকাৰ বিষয়ে অধিক উদাৰ দৃষ্টি গ্ৰহণ কৰিব পাৰিছিল।

কেইমাহমান পিচত, কেইদিনমান কটাবলৈ বলৰাজে পত্নীৰে সৈতে ৰাৱালপিণ্ডিলৈ আহিছিল। দুয়ো সাধাৰণ হাতে কটা খাদী পিন্ধিছিল। বলৰাজক এজন সলনি হোৱা মানুহ যেন লাগিছিল। তেওঁ চুটিকৈ চুলি কাটিছিল, থুতুৰিত ছাগলীৰ দৰে অলপ দাড়ি, আৰু নিজে আৰ্হি দি বনোৱা এটা আচহুৱা ধৰণৰ 'পাট্টু' বা ৱেষ্টকোট তেওঁ পিন্ধিছিল। দেউতা সুখীও হৈছিল আৰু ব্যতিব্যস্তও হৈছিল;— সুখী হৈছিল ল'ৰাই দেউতাকৰ সাধাৰণভাৱে থাকি উচ্চ চিন্তা কৰা আদৰ্শ গ্ৰহণ কৰা বাবে। আৰু ব্যতিব্যস্ত হৈছিল যিহেতু তেতিয়াও পুতেক সুপ্ৰতিষ্ঠিত হ'ব পৰা নাছিল। শান্তিনিকেতনত শিক্ষকতা কৰাৰ উপৰি, বলৰাজে হিন্দীভাষাত গল্প-কাহিনী লিখিছিল। তেতিয়াও তেওঁ সচিত্ৰ ভাৰতলৈ ধেমেলীয়া ৰচনা লিখি আছিল— তাৰে এটাৰ শিৰোনামা আছিল 'দ্বিবেদীয়ে হাঁহিয়ে আছে' ('দ্বিবেদীজী হঁস্ ৰহে হ্যায়')— সেইটোত হাজাৰীপ্ৰসাদ দ্বিবেদীৰ চমুকৈ চৰিত্ৰ অঙ্কন কৰা হৈছিল অতি আকৰ্ষণীয়ভাৱে। এই সময়ছোৱাতে তেওঁৰ গল্প 'ওভাৰকোট', 'বসন্তই কি ক'ব' (বসন্ত ক্যা কহেগা) ইত্যাদি লিখিছিল। তেওঁ এবাৰ হাজাৰীপ্ৰসাদ দ্বিবেদীৰ লগত কলিকতাত অনুষ্ঠিত হিন্দী লেখকৰ সম্মিলনত যোগ দিছিলগৈ আৰু তাতে জৈনেন্দ্ৰ কুমাৰকে ধৰি বহুতো খ্যাতিমান হিন্দী লেখকক লগ পোৱাৰ সুবিধা পাইছিল। তেওঁ আনকি সম্মিলনত সেই সময়ৰ কিছুমান হিন্দী লেখকৰ আলঙ্কাৰিক প্ৰকাশভঙ্গীৰ বিপৰীতে তৰ্কত প্ৰবৃত্ত হৈছিল।

তেওঁৰ নাট্যপ্ৰিয়তাও আকৰ্ষণৰ সামগ্ৰী হৈ আছিল। তেওঁ বাৰ্ণাৰ্ড শ্বৰ 'আৰ্মছ এণ্ড দি মেন' নাটক শান্তিনিকেতনত মঞ্চস্থ কৰিছিল। সেই প্ৰচেষ্টাত তেওঁ শিক্ষণীয় সমলো পাইছিল— বিশেষকৈ প্ৰযোজনাৰ কাৰিকৰী দিশত শিকাৰ সুযোগ হৈছিল যিহেতু এই দিশত বঙালীসকলৰ মৌলিক ধাৰণা যথেষ্ট আছে।

বহু বছৰ পিচত, শান্তিনিকেতনৰ বিষয়ে কথা ওলালেই— বলৰাজে প্ৰায়েই সৃজনীমূলক আত্মপ্ৰকাশৰ মাধ্যম হিচাপে লেখকে লবলগীয়া ভাষাৰ প্ৰশ্নলৈ ঠাকুৰৰ লগত এবাৰ কৰা আলাপ-আলোচনাৰ উল্লেখ কৰিছিল। যদিও সেই সময়ত বলৰাজে হিন্দীতেই লিখিছিল, আৰু কেতিয়াবা কেতিয়াবা দুই এটা ইংৰাজী কবিতাও লিখিছিল বা ইংৰাজীলৈ অনুবাদ কৰিছিল (যেনে, শান্তিনিকেতনৰপৰা প্ৰকাশিত বিশ্বভাৰতীত এবাৰ তেওঁ লিখা ধনীৰাম ছাত্ৰীকৰ পঞ্জাবী কবিতাৰ

অনুবাদ)–। তথাপি এই প্ৰশ্নৰ বিষয়ে স্পষ্ট ধাৰণা নাছিল আৰু সাধাৰণতে বিশ্বাস কৰিছিল যে এজন সৃষ্টিশীল লেখকৰ বাবে মাতৃভাষাতেই হওক বা শিকিলোৱা ইংৰাজী, হিন্দী যি ভাষাতেই হওক– সাহিত্য ৰচনা কৰাৰ মাজত কোনো পাৰ্থক্য থাকিব নোৱাৰে। ঠাকুৰৰ এই ক্ষেত্ৰত অতি স্পষ্ট আৰু দৃঢ় মত আছিল। যেতিয়া বলৰাজে কৈছিল যে যদিও তেওঁৰ মাতৃভাষা পঞ্জাবী তথাপি হিন্দীত লেখে, তদুপৰি হিন্দী আমাৰ জনসাধাৰণৰ ভাষা আৰু অন্যতম আৱশ্যকীয় ৰাষ্ট্ৰীয় ভাষা,– তেতিয়া ঠাকুৰে কৈছিল, "এগৰাকী ৰক্ষিতা যিমানেই ধুনীয়া নহওক কিয়, তেওঁ পত্নীৰ স্থান কেতিয়াও পাব নোৱাৰে।"

আৰু তেওঁ বলৰাজক কৈছিল যে, যদিও তেওঁ নিজৰ কবিতাবোৰ প্ৰায়েই ইংৰাজীলৈ অনুবাদ কৰে, তেওঁ মূলতঃ কেতিয়াও ইংৰাজীতে কবিতা নিলিখিছিল। তেওঁ গুৰু নানকৰ কবিতাৰ বিষয়ে উদ্ধৃতি দি আৰু এটা কলি আওৰাই কৈছিল যে সেইটো আন এটা ভাষালৈ ৰূপান্তৰিত কৰাটো কিমান কঠিন।

এই মন্তব্যটো বলৰাজৰ মনত ৰৈ গৈছিল, আৰু বহু বছৰ পিচত যেতিয়া বলৰাজ পঞ্জাবী ভাষাৰ প্ৰতি অতি আগ্ৰহশীল হৈ পৰিছিল– তেতিয়া গুৰুদেৱৰ উপদেশ ফাকি অতি কৃতজ্ঞচিত্তেৰে স্মৰণ কৰিছিল।

শান্তিনিকেতনৰ দিনবোৰ ভালেৰেই পাৰ হৈছিল। দময়ন্তীয়ে শান্তিনিকেতনত বি. এ. ডিগ্ৰীৰ কাৰণে অধ্যয়ন কৰিছিল। তাতেই তেওঁ প্ৰথম সন্তানৰ জননীও হৈছিল। বলৰাজ বঙালী ভাষাৰ প্ৰতি আগ্ৰহশীল হ'বলৈ ধৰে আৰু সেই ক্ষেত্ৰত যথেষ্ট অগ্ৰসৰ হয়।

কিন্তু তেনে সময়তে, এটা নতুন দিশৰ উদ্ভাৱনা হ'ল– যিয়ে বলৰাজৰ জীৱনত এটি নতুন অধ্যায়ৰ সূচনা কৰিলে। গান্ধীজীৰ আশীৰ্বাদ লৈ ড° জাকিৰ হুছেইনে শিক্ষাৰ ক্ষেত্ৰত ৱাৰ্দ্ধা আঁচনিৰ সূত্ৰপাত কৰিছিল আৰু ইয়াৰ মূল অফিচ স্থাপিত হৈছিল সেৱাগ্ৰামত। কলিকতাত বহা অল ইণ্ডিয়া কংগ্ৰেছ কমিটিৰ অধিবেশন এখনত শান্তিনিকেতনৰপৰা দিয়া 'ষ্টল' (বিক্ৰীকেন্দ্ৰ) এখন চোৱাচিতা কৰিবলৈ বলৰাজ গৈছিল। তাতে তেওঁক ৱাৰ্দ্ধা শিক্ষা আঁচনিৰ মুখপত্ৰ 'নই-তালিম'ৰ সম্পাদকীয় বিভাগত কাম কৰিবলৈ সেৱাগ্ৰামলৈ যাব নেকি বুলি সোধা হৈছিল আৰু তেওঁ ততালিকে সেই প্ৰস্তাৱত সন্মত হৈছিল। আৰু সেয়ে, বলৰাজ আৰু দময়ন্তীয়ে শান্তিনিকেতন এৰিলে আৰু গান্ধীজী বাস কৰা সেৱাগ্ৰামলৈ (ৱাৰ্দ্ধা) বুলি যাত্ৰা কৰিলে– 'এক নতুন ক্ষেত্ৰৰ সন্ধানত'।

# চাৰি

# সেৱাগ্ৰামত

বলৰাজে তেওঁৰ নিজস্ব উদ্যমেৰে সেৱাগ্ৰামলৈ যোৱা নাছিল। উদ্যম মানে যদি লাভৰ সম্ভাৱনা দেখি বিশেষ লক্ষ্যেৰে সময়মতে কাৰ্য্যব্যৱস্থা লোৱা বুজাও, তেনেহলে বলৰাজক বিশেষ উদ্যমশীল ব্যক্তি বুলিব নোৱাৰি। প্ৰায়েই তেওঁ এটা কাৰ্য্যক্ৰমৰপৰা আনটোলৈ গুচি গৈছিল। মাত্ৰ যেতিয়া তেওঁৰ অন্তৰ্নিহিত প্ৰকৃতি বা অভিৰুচিৰ বিপৰীত ধৰ্মী পৰিস্থিতিৰ সমুখীন হৈছিল, তেতিয়াহে দৃঢ়তাৰে স্থিৰ সিদ্ধান্তমূলক ব্যৱস্থা লৈছিল। লগতে, নতুন নতুন অভিজ্ঞতা লাভৰ বাবে বৃহত্তৰ তথা অধিক উদগনিমূলক ক্ষেত্ৰত বাস কৰিবৰ বাবে, তেওঁৰ এটা অপূৰণীয় তৃষ্ণা সততে আছিল। যদিহে তেনেকুৱাকৈ নতুন পৰিবেশত থাকিবলৈ, নতুন নতুন মানুহক লগ পাবলৈ, নতুন ঠাই চাবলৈ কিবা সুবিধা পাইছিল– ততালিকে এদিনতে সকলো সামৰি সুতৰি পিছলৈ এবাৰো ঘূৰি নেচাই যাত্ৰা কৰিছিল। জীৱিকা বা নিৰাপত্তাৰ দৃষ্টিৰে চিন্তা কৰাটো যেন তেওঁৰ পক্ষে সম্ভৱ নাছিল। এটা জীৱিকাৰ উপায় ত্যাগ কৰা আৰু আন এটা গ্ৰহণ কৰাৰ মাজত যেন তেওঁ কোনো তাৰতম্য অনুভৱ নকৰিছিল। কিন্তু তেওঁৰ এটা অন্তৰ্নিহিত চাৰিত্ৰিক তথা দৃষ্টিভঙ্গীৰ স্থিৰতা আছিল, আৰু কোনো ক্ষেত্ৰতে তাৰ বিপৰীত ধৰ্মী কাম নকৰিছিল।

অকল যে দেশ প্ৰেমমূলক অনুৰাগ বা 'মৌলিক শিক্ষা'ৰ (বেছিক এডুকেচন) আদৰ্শৰ সেৱা কৰাৰ হেপাহত বলৰাজ সেৱাগ্ৰামলৈ গৈছিল,– সেইটোও ঠিক নহয়। মাত্ৰ আকৰ্ষণ আছিল– জাতিটোক মুক্তিৰ সংগ্ৰামত নেতৃত্ব দিয়া গান্ধীজীৰ সান্নিধ্যত থাকি ৰোমাঞ্চকৰ অনুভূতি লাভৰ সুযোগ। আনহাতে বীৰপূজাৰ দৃষ্টিৰে তেওঁ গান্ধীজীক লোৱা নাছিল নাইবা অন্ধ-অনুকৰণ কৰাৰ মানসিকতাও তেওঁৰ নাছিল। অৱশ্যে সেই সময়ৰ এচাম যুৱকৰ দৰে, তেওঁ গান্ধীজীৰ দোষ খোচৰা কটু সমালোচকো নাছিল। তেওঁ গান্ধীজীক যথেষ্ট সন্মান আৰু মৰ্য্যাদাৰ দৃষ্টিৰে লক্ষ্য কৰিছিল। বলৰাজে তেতিয়াও ৰাজনৈতিক সংযোগৰ বৃত্তৰ বাহিৰত আছিল আৰু মুক্তিসংগ্ৰামৰ মাজত সোমাই পৰা নাছিল। যদিও আমাৰ দেশৰ ভাগ্য গঢ়ি অহা প্ৰবাহৰ প্ৰতি আকৰ্ষিত হৈছিল, তথাপি তেওঁ তেতিয়াও কলা-সংস্কৃতিকহে তেওঁৰ প্ৰধান কৰ্মক্ষেত্ৰ ৰূপে গ্ৰহণ কৰিছিল; আৰু তেতিয়াও তেওঁ অস্পষ্টভাৱেহে অনুভৱ কৰিব পাৰিছিল যে দুয়োটা কৰ্মক্ষেত্ৰ নিবিড়ভাৱে সমন্বিত।

আমি ৰাৱালপিণ্ডিত বলৰাজৰ চিঠি-পত্ৰৰ যোগেৰে কিছুমান নতুন নামৰ লগত

পৰিচিত হৈছিল, যেনে শিক্ষাক্ষেত্ৰত 'বেছিক এডুকেচন'ৰ গুৰি ধৰোতা ডʼ জাকিৰ হুছেইন বা উক্ত আঁচনি কাৰ্য্যকৰী কৰাৰ দায়িত্বত থকাৰ লগতে বলৰাজে কাম কৰা 'নই-তালিম' আলোচনীৰ সম্পাদক আৰ্য্যনায়কম। তেওঁ তদুপৰি এনেবোৰ কথাও লিখিছিল যে,– ৱাৰ্দ্ধাৰপৰা পাঁচ মাইল দূৰৈত অৱস্থিত সেৱাগ্ৰাম শুকান সমভূমি যেন, গান্ধীজী কলা-সংস্কৃতিৰ প্ৰতি বিশেষ আগ্ৰহান্বিত নাছিল; কস্তুৰবা ঠিক আমাৰ মাৰ প্ৰতিভূৰ লেখীয়া; সেৱাগ্ৰাম আৰু চুবুৰীয়া অঞ্চল সুমথিৰা টেঙাৰে ভৰা; তাত পাহাৰ সমান সুমথিৰা দেখা যায়; সেৱাগ্ৰামত বিজুলী চাকি নাই; মানুহে হাৰিকেন লেম্প আৰু তেলৰ চাকিহে ব্যৱহাৰ কৰে; প্ৰতিদিনে কোনোবা নহয় কোনোবা ৰাষ্ট্ৰীয় নেতা সেৱাগ্ৰামলৈ আহে আৰু সাধাৰণ মানুহৰ দৰে ঘূৰাপকা কৰে– ইত্যাদি।

বলৰাজ ঘৰৰপৰা যোৱাৰেপৰা দেউতাই মাজে মাজে মোক বলৰাজ থকা ঠাইলৈ পঠিয়াইছিল, যাতে নিশ্চিত হʼব পাৰে যে বলৰাজে ভালে-কুশলে আছে আৰু যাতে মই বুজাই-বঢ়াই তেওঁক সন্তুষ্টচিত্তে ব্যৱসায়ীৰ জীৱনলৈ ঘূৰাই আনিব পাৰোঁ। এনেকুৱা অৰ্দ্ধ-চোৰাৰচোৱা গিৰি কৰি মই ভালেই পাইছিলোঁ। বলৰাজৰ লগত শান্তিৰে অৱসৰ-বিনোদনৰ সুযোগ মিলিছিল। মই যাও আৰু মোৰ কৰ্তব্য হিচাপে গৈয়েই গতানুগতিকভাৱে দেউতাৰ কথাবোৰ জনাও, আৱশ্যকীয় প্ৰশ্নাদি কৰো; আৰু তাৰ পিচত আৰম্ভ হয় অৱসৰ-বিনোদনৰ পাল– দূৰদূৰলৈ ফুৰা, নানা ধৰণৰ গল্প-গুজব, লেখা মিলাই চোৱা আৰু পাৰস্পৰিক অভিজ্ঞতাৰ বৰ্ণনা কৰা। সময় যোৱাৰ লগে লগে, দেউতাই বলৰাজক ব্যৱসায়ত লগাৰ বাবে হেঁচা দি থকাটো বহুখিনি কমি গৈছিল, কিন্তু বলৰাজৰ গুৰিবঠাহীন জীৱনযাত্ৰাৰ বিষয়ে উদ্বিগ্নতা সমানেই আছিল। সেয়ে 1938 চনৰ জাৰকালিও একে উদ্দেশ্যে লৈ মই সেৱাগ্ৰামলৈ যাবলগীয়া হৈছিলোঁ।

নিশা দোভাগত সৰু ৰেলষ্টেচনটোত ট্ৰেইনখন ৰৈছিলগৈ। প্লেটফৰ্মখন নিবিড় অন্ধকাৰেৰে ঘেৰা। প্লেটফৰ্মত এটা মাত্ৰ হাৰিকেন লণ্ঠন দুলি থকা মই দেখিছিলোঁ। সেয়া আছিল বলৰাজ, তেওঁ মোক ডবাবোৰত বিচাৰি ফুৰিছিল।

'টঙ্গা'খন বহল সমভূমিৰ কেঁচাৰাস্তাৰে গৈ আছিল, আমি তাত বহি থাকোতে জাৰতে ভৰিবোৰ কুছিমুছি আছিলোঁ। বলৰাজে এটা বিড়ি জ্বলাই লৈছিল।

"কেতিয়াৰপৰা তুমি বিড়ি হুপিব ধৰিলা?"– মই সুধিছিলো।

"সকলোৱে ইয়াত বিড়িহে খায়।"

"তুমি গান্ধীজীক নিতৌ দেখানে?"

"নাই, কেতিয়াবাহে দেখো। তেওঁৰ পঁজা আশ্ৰমত। আমি আশ্ৰম অঞ্চলৰ বাহিৰত থাকো।" তেওঁ আৰু কৈছিল– "এইকেইদিন ইয়াত ৰাজেনবাবু আছে। তুমি

তেওঁক দেখিবা। কেইদিনমান আগতে ৰাজাজী ইয়ালৈ আহিছিল। জানানে, গান্ধীজী সময়ৰ ক্ষেত্ৰত ইমান কঠোৰ যে ৰাজাজীক তেওঁ পাঁচ মিনিটৰ বেছি সাক্ষাতৰ সুবিধা দিয়া নাছিল। সাক্ষাৎ শেষ কৰিবলৈ তেওঁৰ ঘড়ীটোলৈ আঙুলিয়াই দেখুৱাইছিল।”

বলৰাজৰ কণ্ঠত এটা আৱেগজড়িত ভাব আছিল।

একেলগে বন্ধা কিছুমান জুপুৰীঘৰৰ সমুখত ‘টঙ্গা’খন ৰৈছিলহি। মই কিবা গম পোৱাৰ আগতে, দাম্মো এন্ধাৰতে দৌৰি আহি মোক সাবটি ধৰিছিল আৰু তেওঁৰ হাঁহিৰ ধ্বনিয়ে চাৰিওপিনৰ এন্ধাৰত খলক তুলিছিল।

“চুপ্ দাম্মো, মানুহবিলাক শুই আছে।” বাঁওপিনৰ এটা জুপুৰীত এটা বন্তি জ্বলি আছিল। “সেইটো আমাৰ অফিচ,” বলৰাজে কৈছিল– “শ্ৰী আৰ্যনায়কমে এতিয়াও কাম কৰি আছে। তেওঁ মাজনিশালৈ কাম কৰে।”

লগতে বলৰাজে কৈছিল যে শ্ৰী আৰ্যনায়কমে ইংলণ্ডত উচ্চ শিক্ষা লাভ কৰিছিল। দেশলৈ উভতি আহি গান্ধীজীৰ লগত যোগ দিয়ে আৰু সামান্য মাননি লৈ দেশৰ কাম কৰি আছে।

হাতত হাৰিকেন লণ্ঠন লৈ, আমি কেঁচা ভেটিৰ বাৰান্দা এখনলৈ আগবাঢ়িছিলোঁ; তাত এটাৰ পিচত এটাকৈ কেবাটাও কোঠা আছিল। তেনে এটা কোঠাত বলৰাজ আৰু দাম্মোৱে বাস কৰিছিল। মোৰ বয়বস্তুবোৰ তাতে ভৰাই থৈ, আমি বাৰান্দাৰ আনটো চুকত থকা ৰান্ধনিঘৰলৈ গ’লো। ৰান্ধনিঘৰ ঠিক বুলিব নোৱাৰি; দুৱাৰ নাই; মাত্ৰ কেইটামান পেকিং বাকচ আছে– যাৰ ওপৰত বাচন–বৰ্তনবোৰ সজাই থোৱা হৈছে।

দাম্মোৱে মোৰ থালখনত এমখা সিজোৱা চাউল দি তাৰ ওপৰতে দাইল বাকি দিছিল।

“কোনেও ইয়াত মঙহ নেখায়”– নবৌৱে কৈছিল– “আৰু মনত ৰাখিবা ইয়াত আটায়ে এখন হাতেৰেহে মানে সোঁহাতখনেৰে খায় পঞ্জাবীসকলৰ দৰে দুই হাতেৰে ৰুটী ছিঙি খোৱাৰ দৰে নহয়।” তাৰ পিচত এন্ধাৰৰ পিনে দৃষ্টি নিক্ষেপ কৰি কৈছিল– “সৌ চোতালত পানীৰ কল আছে, তাতে আমি বাচন–বৰ্তন ধোৱা-পখলা কৰোঁ। খোৱাৰ পিচত প্ৰত্যেকে নিজৰ নিজৰ থালখন তালৈ নিয়ে, ধোৱে আৰু ৰান্ধনি ঘৰত পুনৰ থৈ দিয়ে। আজি মই তোমাৰ থালখন ধুম কিন্তু কাইলৈৰপৰা তুমি নিজেই ধুব লাগিব। সেইটোৱেই ইয়াত নিয়ম। ইয়াত কোনো চাকৰ-বাকৰ নাই।”

“ৰ’বাচোন দাম্মো তাক আগেয়ে খাই ল’বলৈ দিয়া। তুমি জানাই মোৰ ভাই কি ধৰণৰ মানুহ। সি এতিয়া কিবা খোৱাৰ আগতে থালখন ধুই নানিলেই

ৰক্ষা।”খোৱা-বোৱা শেষ হ’লত, আমি পানীকলৰ ওচৰত বহি ফুচফুচাই কথা পাতিছিলোঁ। ওপৰৰ বহল নীল-ক’লা আকাশত লাখ লাখ তৰা ভৰি আছিল।

“আজি তুমি খোৱা থাল ধুইছা, কাইলৈ তোমাৰ শৌচৰ পাত্রও ধুব লাগিব। ইয়াত কোনো মেথৰ নাই, আৰু ‘ফ্লাছ’ কৰি ধুব পৰা পায়খানাও নাই।” দাম্মোৱে হাঁহি হাঁহি কৈছিল।

আৰু বলৰাজে মোক গান্ধীজীয়ে বনোৱা আৰ্হিৰ আত্ম-সাহায্যমূলক এবিধ নতুন পায়খানাৰ কথা কৈছিল।

“তুমি গান্ধীজীক সদায় দেখা কৰানে?”

“নাই, কেতিয়াবাহে যেতিয়া আমি তেওঁৰ প্ৰৰ্থনাসভাত যোগ দিও বা আমাৰ কাম-কাজৰ বিষয়ে কিবা সুধিবলগীয়া হয়।”

“তুমি প্ৰাৰ্থনাসভাত সদায় যোগ নিদিয়া নেকি?”

“নাই, এইটো বাধ্যতামূলক নহয়। মাত্র আশ্রমত থকা সকলেহে নিয়মিতভাৱে যোগ দিয়ে।”

“পাৰ্থক্যনো কিহৰ বাবে?”

“আশ্ৰমত থকাসকলে বিশেষভাৱে শৃঙ্খলা মানি চলিব লাগে।”– দাম্মোৱে কৈছিল।

“তেওঁলোকে স্ত্রীসংস্পৰ্স ত্যাগ কৰিব লাগে”,– বলৰাজে হাঁহি দাম্মোৰ কথাত যোগ দিছিল। হঠাতে বহুদূৰত এটা আচহুৱা শব্দ শুনা গৈছিল,– যেন কোনোবাই কাঁহতহে কোবাইছে।

“সেয়া কিহৰ শব্দ? শুনিছানে?”– মই সুধিছিলোঁ।

“জাপানী ভিক্ষু এজনে কাঁহ বজোৱা শব্দ।”

মোক অলপ বিব্রত অনুভৱ কৰি, বলৰাজে বুজাই ক’লে, “অলপতে এজন জাপানী বৌদ্ধ সন্যাসী ইয়ালৈ আহিছে। প্ৰত্যেক দিনে তেওঁ গান্ধীজীৰ পঁজাটোক কেন্দ্ৰকৰি বৃত্তাকাৰে প্ৰায় আঠমাইল পথ একোবাৰত পৰিক্ৰমা কৰে। এই সময়খিনিতে তেওঁ পৰিক্ৰমা কৰে। সন্ধিয়ালৈকে যিমানবাৰ পাৰে এইদৰে প্ৰদক্ষিণ কৰি সময়মতে গান্ধীজীৰ পঁজালৈ গৈ প্ৰাৰ্থনাসভাত যোগ দিয়ে। কেতিয়াবা তেওঁ ৰাতিও এই প্ৰদক্ষিণৰ পৰিক্ৰমা কৰে। গান্ধীজীৰ প্ৰতি তেওঁৰ গভীৰ অচলাভক্তি সহজেই অনুমান কৰিব পাৰি।”

নিশাৰ গভীৰতাৰ মাজত, ব্যাপক গ্ৰাম্যাঞ্চল জুৰি, মাজে মাজে বজোৱা কাঁহৰ ধ্বনি আমাৰ কাণত পৰিছিলহি; কেতিয়াবা স্পষ্টভাৱে, কেতিয়াবা অস্পষ্টভাৱে।

“মই আৰু এটা চুটিগল্প লিখিছোঁ”– উৎসাহেৰে বলৰাজে ক’লে।

“কি নাম?”



লাহোৰত ছাত্ৰ অৱস্থাত বলৰাজ



1953 চনত ৰাজনৈতিক বন্দী হিচাবে বোম্বেৰ কাৰাবাসৰ পৰা
ৰেহাই পোৱাৰ পিছত সন্তোষ আৰু সনোবৰৰ সৈতে বলৰাজ

পুত্ৰ পৰীক্ষিতৰ লগত 'পবিত্ৰ পাপী' নামৰ ছবিত বলৰাজ





অমৃতা শেৰগিলৰ সৈতে দময়ন্তী

'ধৰতী কে লাল' কথাছবিৰ এটি দৃশ্যত বলৰাজ আৰু দময়ন্তী







ককায়েক
বলৰাজৰ সৈতে
লিখক

'দো বিঘা জমিন' কথাছবিত বলৰাজ আৰু নিৰূপা ৰায়





বলৰাজৰ পিতৃ
শ্ৰীহৰবংশ লাল সাহানী



বলৰাজৰ মাতৃ
শ্ৰীমতি লক্ষ্মী দেবী



শান্তিনিকেতনত ছাত্ৰী হিচাবে দময়ন্তী



জীয়েক শবনম আৰু সনোবৰৰ সৈতে দাৰ্জিলিঙত বলৰাজ

"বি-গুদগুদী। মই কাইলৈ তোমাক পঢ়ি শুনাম। তোমাৰ মতামত দিবা।" –তেওঁ আৰু লগতে কৈছিল, "বচ্চনৰ নিশাৰ নিমন্ত্ৰণ' পঢ়িছানে?"

"মোৰ এখন আছে। সুন্দৰ কবিতাৰ সংকলন।"

শুবলৈ যোৱাৰ আগতে থিৰ কৰা হ'ল যে পিচদিনা গান্ধীজীৰ প্ৰাতঃ ভ্ৰমণত আমিও যোগ দিমগৈ। "যিকোনো লোকে তাত যোগ দিব পাৰে। মই তোমাক পৰিচয় কৰাই দিম"– হাঁহি মাৰি বলৰাজে কৈ গ'ল– "এজন ক'লা আশ্ৰমবাসী আছে, তেওঁ সদায় গান্ধীজীৰ লগত থাকে। গাৰ কিযে দুৰ্গন্ধ। যেতিয়াই তেওঁ কাৰোবাক গান্ধীজীৰ লগত বেছিপৰ লাগি থকা যেন দেখে, তেওঁ লাহেকৈ গান্ধীজীৰ কাষ চাপি পুনৰ মুহূৰ্ততে পিচহুহকি যায়। সেয়েই হ'ল গান্ধীজীৰ সাক্ষাৎ-নিয়ন্ত্ৰণৰ অহিংস উপায়।"

"গান্ধীজীয়ে তেওঁৰ গোন্ধ নেপায়নে?"

"গান্ধীজীৰ ঘ্ৰাণৰ বিচাৰ নাই।"

"তোমাৰ ককায়েৰাই কোৱা সকলো কথাকে বিশ্বাস নকৰিবা"– মাজতে দাম্মোৱে মাত দিয়ে– "তেওঁ যিহকে পায় তেনেকৈ গল্প বনায়।"

"মই তোমাক সন্ধিয়াৰ প্ৰাৰ্থনা সভালৈ লৈ যাম। পুৱাৰ প্ৰাৰ্থনা চাৰি বজাতে হয়। সেয়ে তালৈ যোৱাটো প্ৰশ্নৰ বাহিৰত। সন্ধিয়াৰ প্ৰাৰ্থনা সভাতহে অধিক সংখ্যক লোক গোট খায়। তুমি কস্তুৰবাকো দেখিবা। তোমাক কৈছোঁ তেওঁ আমাৰ আইৰ হুবহু প্ৰতিভূ যেন, আইৰ দৰেই কোলাত অকণি হাত দুখন থৈ বহে। আৰু আইৰ দৰেই প্ৰাৰ্থনাৰ পৰত ঘনেপতি চকুহাল মেলা মুজা কৰি থাকে।"

"আৰু গান্ধীজীক সমালোচনাও কৰি থাকে"– দাম্মোৱে কলে– "জানা, মই তেওঁক লগ ধৰি কৈছিলোঁ যে মই আশ্ৰমৰ ভিতৰত থাকিব খোজো। 'কেতিয়াও নেথাকিবা'– তেওঁ কৈছিল– 'য'তে আছা তাতে স্বামীৰ লগত থাকা। বাপুৱে সন্মতি দিলেও, মই নিদিম।"

ৰাতি পুৱাল। মই ৰুদ্ধশ্বাসে থিয় হৈ বাৰান্দাত অপেক্ষা কৰিছোঁ– কেতিয়ালৈ গান্ধীজীয়ে প্ৰাতঃভ্ৰমণৰ কাৰণে সেই পথেৰে যাব। বলৰাজ তেতিয়াও টোপনিত। পুৱা সোনকালে উঠাটো তেওঁৰ পক্ষে সম্ভৱ নাছিল। বতাহত এটা ঠেতুৱৈ লগা ভাব। দূৰৈত খেৰী এচলীয়া চালৰ জুপুৰীৰ সমষ্টিৰে সেৱাগ্ৰাম গাঁওখন। সুদূৰ বিয়পা পটভূমি সেউজীয়া আৰু সজীৱ লাগিছিল, দিগন্তলৈ খেজুৰ আৰু তাল গছ অ'ত-ত'ত দেখা গৈছিল। যিটো ঠেক ধূলিময় আলিবাটেৰে কালি নিশা ৱাৰ্ধাৰপৰা মই আহিছিলোঁ, সেইটো দূৰৈৰ টিলাবোৰৰ আৰু পাহাৰবোৰৰ লগতে সেৱাগ্ৰামৰ মাজেৰে এডাল বগা ফিটা যেন অনুমান হৈছিল। পথাৰবোৰত সুন্দৰভাৱে সীমাৰ আলিবোৰ আছিল আৰু সেয়ে চৰকাৰী 'ফাৰ্ম'ৰ দৰে দেখাইছিল।

ইয়াত পুৱাৰ চাহকাপ পোৱাৰ প্ৰশ্ন নুঠে। চাহদোকানো নাই। পুৱা কোনেও বাতৰিকাকত পঢ়িবলৈও নেপায়, আবেলিহে বাতৰিকাকত পায়হি। মই ক'তো চেয়াৰ বা বেঞ্চি দেখা নাছিলোঁ। সকলো কাম মাটিত লেটি লৈ বহি বা খেৰৰ কঠত বহি কৰা হয়। বলৰাজে মোক কৈছিল যে মৌলানা আজাদ আৰু পণ্ডিত নেহৰুৰ দৰে দুই এক ব্যতিক্ৰমৰ বাহিৰে, আশ্ৰমৰ ভিতৰত কেৱে বিড়ি–চিগাৰেট নেখায়। ঠাইডোখৰ বৰ শূন্য আৰু কঠুৱা যেন লাগিছিল ক'ৰবাত কাচিতহে ফুল গছৰ জোপোহা দেখা গৈছিল।

সৌৱা গান্ধীজী! মোৰ দেহেৰে যেন এটা আনন্দৰ শিহৰণ বৈ গ'ল। এডাল পাতলীয়া লাখুটি হাতত লৈ, আৰু তেওঁৰ বিখ্যাত ঘড়ীটো একাষত ওলোমাই, খীণমীন দেহাৰে তেওঁক ঠিক মই দেখা পৰিচিত ছবিৰ মানুহজনৰ দৰেই লাগিছিল। মই পিচ হুহকি আহিছিলোঁ কাৰণ বলৰাজে সাৰপোৱা নাছিল, আনহাতে মই আলিবাটেৰে গৈ থকা সেই সৰু দলটোত যোগ দিবলৈ সাহ কৰিব পৰা নাছিলোঁ।

যেতিয়া দলটো বহুদূৰ পাইছিলগৈ, তেতিয়াহে বলৰাজে ব্ৰাৱাণ্ডালৈ দৌৰি আহি কৈছিল "মোক জগাই নিদিলা কিয়?" তাৰ পিছত দূৰলৈ নিৰীক্ষণ কৰি পুনৰ কৈছিল, "কোনো কথা নাই। তেওঁ উভতি আহোতে আমি লগ ধৰিব পাৰিম। সৌ টিলাটোৰ কাষৰ এটা পঁজাত এজন টি. বি. ৰোগী (ক্ষয়ৰোগী) থাকে, প্ৰতিদিনে পুৱা গান্ধীজীয়ে তেওঁৰ লগত অলপ পৰ কথা পাতেহি।"

আমি দলটোৰ লগ লাগিবলৈ আগুৱাই গৈছিলোঁ আৰু দলটো ওভতাৰ আগতে লগ ধৰিবলৈ সক্ষম হৈছিলোঁ। ক্ষয়ৰোগীজনে হৃষ্টচিত্তে গান্ধীজীৰ লগত কথা পাতিছিল। তেওঁক এজন সাধাৰণ কংগ্ৰেছকৰ্মী যেন লাগিছিল। গান্ধীজীয়ে তেওঁক কি কয়– মই শুনিবলৈ ইচ্ছা কৰিছিলোঁ, কিন্তু দুয়ো গুজৰাটী ভাষাত কথা পতা কাৰণে বুজি নেপালোঁ।

দলটো উভতি আহি আছিল। বলৰাজে আগবাঢ়ি গৈ কৈছিল, "এয়া মোৰ ভাই, বাপু। সি কালি ৰাতি আহিছে।"

চশমাৰ মাজেৰে দেখা গান্ধীজীৰ চকুযুৰিত এটি নীলাভ জেউতি– মোলৈ চাই হাঁহি মাৰোতে মই লক্ষ্য কৰিছিলোঁ।

"তুমি তেওঁকো টানি আনিলা"– মিচিকিয়াই হাঁহি এটা মাৰি গান্ধীজীয়ে ক'লে।

"নহয় বাপু, সি মোৰ লগত কেইদিনমান কটাবলৈহে আহিছে।"

"মই ভাবিছিলোঁ তেওঁকো তুমি লৈ আহিছা, ইয়াত কাম কৰিবলৈ"– পুনৰ গান্ধীজীয়ে মিচিকিয়ালে।

খাকী পেণ্ট আৰু খহটা হাতে ক'টা সূতাৰ কামিজ পিন্ধি বলৰাজে ধূলিময় বাটটোৰ এদাঁতিৰে খোজ কাঢ়ি গৈ আছিল। মই গান্ধীজীৰ কাষে কাষে গৈ আছিলোঁ

আৰু তেওঁ কিমান চুটিচাপৰ তালৈ লক্ষ্য কৰিছিলোঁ, প্ৰকৃততে মোৰ উচ্চতাৰ লগত তেওঁক যেন জুখিহে চাইছিলোঁ। মই তেওঁৰ ধূলিভৰা ভৰি আৰু চেণ্ডেললৈও মন কৰিছিলোঁ।

গান্ধীজীক একো ক'বলৈ বিচাৰি নেপাই, বহু বহু বছৰ আগতে কোহাটৰ সাম্প্ৰদায়িক সংঘাতৰ পিচত আমাৰ ঘৰ থকা ৰাৱালপিণ্ডি চহৰলৈ যে গৈছিল– তাকেই সোঁৱৰাই দিলোঁ। তেওঁৰ চকুত উজ্জ্বল পিৰিকণি এটা দেখিলোঁ। "এৰা সেই সময়তযে মই কেনেদৰে কাম কৰিছিলোঁ, অকণো ক্লান্তি অনুভৱ কৰা নাছিলোঁ।"

তেওঁ অতীতৰ কথা সুঁৱৰিবলৈ ধৰিলে। তেওঁৰ নিখুঁতভাৱে ৰাৱালপিণ্ডিৰ কোম্পানি-বাগৰ্ (কোম্পানীৰ বাগান) কথা ক'লে– তাত তেওঁ এখন সভাত ভাষণ দিছিল আৰু বাগানখনৰ বিপৰীতপিনে তেওঁক ৰখা ঘৰটোৰ কথাও ক'লে। যদিও তেওঁ তালৈ ওঠৰ বছৰ আগতে গৈছিল, তথাপি বহুতৰে নাম মনত আছিল; এগৰাকী এডভোকেট মিষ্টাৰ জানৰ বিষয়েও তেওঁ সুধিছিল।

"বোধহয় কোহাটৰপৰা উভতি অহাৰ সময়তে চলি থকা আমাৰ কাৰখনৰ দুৱাৰ সুলকি ছিটিকি গৈছিল আৰু গান্ধীজী ৰাস্তাত উফৰি পৰিছিল গৈ"– কোনোবাই আমাৰ পিচফালৰপৰা উচ্চ কণ্ঠস্বৰেৰে কোৱা শুনিলোঁ। মই উভতি চালোঁ। তেওঁ আছিল গান্ধীজীৰ সচিব মহাদেৱ দেশাই, ওখ শকত-আৱত মানুহজন– হাতত এডাল মোটা লাঠী।

তেনে সময়ত গান্ধীজী মহাদেৱ দেশাইৰ লগত কথা পতাত লাগিছিল আৰু মই পিচ হুহকি আহিছিলোঁ....।

তেতিয়া গধূলি হৈছে। বলৰাজৰ কোঠাৰ বিপৰীতপিনে এজন কৃষকৰ ল'ৰাই আলিৰ দাঁতিত বহি বৰকৈ ফোঁপাই আছে– শেতা পৰা তাৰ মুখখন ঘামেৰে উপচি পৰিছে। সি মূৰটো বাৰেপতি জোকাৰি কৈছে যে তাৰ বৰ বেয়া লাগিছে আৰু সেয়ে বাপুক ততালিকে মাতি আনিব লাগে। কেইজনমান মানুহ তাৰ চাৰিওপিনে জুম বান্ধিছিল আৰু কৈছিল যে বাপুক তেতিয়া আমনি দিব নোৱাৰি কাৰণ এখন দৰকাৰী মিটিঙত ব্যস্ত আছে। ল'ৰাটোৱে বাৰে বাৰে উঠিবলৈ চেষ্টা কৰিছিল, গান্ধীজীৰ জুপুৰীটোলৈ আগবঢ়াৰ বাবে দুই/এখোজ আগবঢ়াইছিল কিন্তু অলপ গৈয়েই হাতেৰে মূৰত চেপি ধৰি বহি পৰিছিল।

হঠাতে মই দেখিলোঁ গান্ধীজীয়ে পথাৰৰ মাজেৰে আমাৰপিনে আহি আছে। ওখোৰা-মোখোৰা পথেৰে তেওঁ অহাত অসুবিধা হৈছিল; ৰ'দৰ তাপৰ হাত সাৰিবলৈ এডোখৰ বগা কাপোৰেৰে মূৰটো ঢাকি আহিছিল আৰু হাতত গতানুগতিকভাৱে থকা এডাল পাতল লাঠী আছিল। মই আচৰিত হৈছিলোঁ যে তেওঁ মিটিং এৰি থৈ এনেদৰে ৰুগ্ন খেতিয়ক ল'ৰাটোক চাবলৈ আহিব পাৰে।

"তোমাৰ হৈছে কি?"– গান্ধীজীয়ে সুধিলেহি। ল'ৰাটোৱে অতিজাৰে মূৰ জোকাৰি জোকাৰি ক'লে, "মই মৰিম, বাপু।"

গান্ধীজীয়ে তালৈ গভীৰ দৃষ্টিৰে কিছুপৰ চালে, গাটো ছুই চালে, পেটত হাত দিও চালে আৰু হঁহা যেনকৈ ক'লে, "শুনা, তোমাৰ দুটা আঙুলি মুখৰ গভীৰলৈ সুমুৱাই দিয়া আৰু পেটত যি আছে বমি কৰি উলিয়াই দিয়া। বোধহয়, তুমি অতিমাত্ৰাই কুঁহিয়াৰৰ ৰস খাইছা।"

ল'ৰাটোৱে গান্ধীজীয়ে কোৱামতে কৰিলে, বমি কৰিলে আৰু অলপ আস্বস্ত বোধ কৰি মাটিতে শুই দিলে। গান্ধীজীয়ে দুই মিনিটমান অপেক্ষা কৰিলে আৰু 'তুমি এটা বলিয়াহে' বুলি মৃদু হাঁহি মাৰি নিজৰ পঁজালৈ উভতি গ'ল।

এনেকুৱাই আছিল বলৰাজ বাসকৰা ঠাইডোখৰ আৰু তাৰ পাৰিপাৰ্শ্বিকতা। সেই ঠাই যে আমাৰ মুক্তিসংগ্ৰামৰ নাভিকেন্দ্ৰ সেইটো অনুভৱ কৰিব পৰা ধৰণৰ কোনো ইঙ্গিত নাছিল, ঠাইডোখৰ যেন শান্তিপূৰ্ণ, নিৰস আৰু সাধাৰণ ধৰণৰ আছিল।

"তুমি ৰাজনৈতিক কামত ধৰিবা নেকি?"– বলৰাজক তাৰ পঁজাটোৰ সমুখত, থকা ঘাঁহনিডৰাত বহি থাকোতে সুধিছিলোঁ।

"নাই, মই ৰাজনৈতিক কামত হয়তো নধৰো। মই মাত্ৰ সাংস্কৃতিক দিশৰ কামহে কৰিম। মই এজন লেখক হ'ব খোজো।"

"তেনেহ'লে সেৱাগ্ৰামলৈ অহাৰ কি যুক্তি আছিল? শান্তিনিকেতনতে তুমি থাকিব পাৰিলাহেঁতেন।"

"মই ঠিক নেজানো... লেখক হ'বলৈ শান্তিনিকেতনত থকাওতো আৱশ্যক নহয়... কিন্তু সেৱাগ্ৰামলৈ অহাৰ হেঁপাহ মই কেনেকৈ আঁতৰাব পাৰিলোহেঁতেন? মোৰ জীৱনপথত এইটো ইমান সুন্দৰ সুযোগ আহিছিল। কিন্তু সেই বুলি মই ৰাজনৈতিক কামৰ বাবে ওপজা নাই।"

এই বিষয়ত বলৰাজৰ মনত কিবা দ্বিধাভাৱ আছিল বুলি ভাবিলে ভুল হ'ব। তেওঁ ভবা নাছিল যে তেওঁ কিবা ভুল ঠাইলৈ আহিছে। তেওঁৰ মনত স্পষ্টভাৱে খেলাইছিল যে লেখক হ'লেই বিচ্ছিন্ন একক হৈ থাকিব লাগে ব'লা সামাজিক ৰাজনৈতিক কৰ্মৰ জীৱনপ্ৰৱাহৰপৰা আঁতৰি থাকিব লাগে সেইটো নহয় অৱশ্যে যদিওবা সেইবোৰত সক্ৰিয়ভাৱে যোগ নিদিলেও চলে। আনকি সেই সময়তো তেওঁ লেখা বা সাহিত্য কাৰ্য্যক গোপনভাৱে চৰ্চা কৰিব লাগে বুলি ভবা নাছিল। অৱশ্যে তেওঁ লেখক হিচাপে অভিজ্ঞতা অৰ্জন কৰিবলৈ বুলি সেৱাগ্ৰামলৈ অহা নাছিল, কিন্তু আমাৰ ৰাষ্ট্ৰীয় জীৱনৰ শক্তিশালী আন্দোলনৰ কেন্দ্ৰস্থলৰ কথা ওচৰৰপৰা জানিবলৈ তেওঁৰ এটা শিল্পীসুলভ স্বাভাৱিক আগ্ৰহ উপজিছিল। কেইবছৰমান পিচত

তেওঁ আনকি ৰাজনৈতিক কৰ্মধাৰাৰ আৰু ওচৰ চাপিবলগীয়া হৈছিল আৰু সুচিন্তাৰে বিশ্বাস কৰিছিল যে ৰাজনৈতিক কৰ্মপ্ৰৱাহ সাংস্কৃতিক প্ৰৱাহৰো এটি এৰাব নোৱাৰা অঙ্গ। সেৱাগ্ৰামত কটোৱা জীৱনযাত্ৰাই তেওঁক এই দৃষ্টিভঙ্গী গঢ়ি তোলাত বিশেষভাৱে বৰঙণি যোগাইছিল আৰু তাকে তেওঁ পিচৰ জীৱনতো শিল্পী হিচাপে আদৰ্শ কৰি লৈছিল। সেয়ে তেওঁৰ দৃষ্টিভঙ্গীক বিশালতা দিছিল, আমাৰ জনসাধাৰণৰ আশা-আকাঙ্ক্ষাৰ লগত অধিক নিবিড়ভাৱে পৰিচিত কৰাইছিল আৰু জীৱনৰ বিষয়ে গভীৰতৰ উপলব্ধিৰ লগতে গভীৰতৰ সহানুভূতিৰ গৰাকী কৰি তুলিছিল।

"যদি তুমি ঠাকুৰ আৰু গান্ধী– এই দুজনাৰ এজনক বাছি লবলগীয়া হয়, তেনেহ'লে তুমি বাৰু কোন গৰাকীৰ লগত থকাটো থিৰ কৰিব।"– মই হঠাতে সুধিছিলোঁ।

"সেইটোও আমাৰ প্ৰশ্ন কৰা কথানে?"– তেওঁ ক'লে।

"কিন্তু ধৰা, তুমি থিৰ কৰিব লগীয়া অৱস্থাত পৰিলা।"

"নিশ্চয়, মই গান্ধীজীৰ লগত থকাটোকে থিৰ কৰিম।"

"কিন্তু তুমিতো তেওঁৰ কিছুমান বদ্ধমূল ধাৰণা বিশ্বাস নকৰা,– তেওঁৰ খাদী আৰু কৃচ্ছ্ৰতা ইত্যাদি?"

বলৰাজ অলপপৰ নিমাতে ৰ'ল, তাৰ পিচত ক'লে ঃ

"তেওঁৰ বদ্ধমূল ধাৰণাবোৰ দৰকাৰী কথা নহয়। গান্ধীজীক তেওঁৰ তেনেবোৰ বদ্ধমূল ধাৰণাৰ দৃষ্টিৰে চাব নেলাগে..."–

বলৰাজ এক প্ৰকাৰ উত্তেজিত হৈ কৈ গ'ল,–

"তুমি জানানে, ৰাউণ্ডটেবুল কনফাৰেঞ্চৰ বাবে গান্ধীজী যেতিয়া লণ্ডনলৈ গৈছিল, বৃটিছ প্ৰধান মন্ত্ৰীয়ে তেওঁক ভয় খুৱাব খুজিছিল। এখন অভ্যৰ্থনা মেলত তেওঁ গান্ধীজীক কৈছিল, "গান্ধীজী ইচ্ছা কৰিলে আপোনালোকৰ সমগ্ৰ আন্দোলনটো এদিনতে মষীমূৰ কৰি দিব পৰা যথেষ্ট খাৰ-বাৰুদ আমাৰ আছে।" সেই কথা শুনি গান্ধীজীয়ে হাঁহি মাৰি কৈছিল, "মিষ্টাৰ প্ৰাইম মিনিষ্টাৰ (প্ৰধান মন্ত্ৰী ডাঙৰীয়া), আমাৰ ৰাইজে আপোনালোকৰ খাৰ–বাৰুদেৰে ধেমালি কৰিব– ঠিক যিদৰে আমাৰ শিশুসকলে দেৱালী উৎসৱত ফটকা ফুটাই ৰং–তামচা কৰে।"

মই বলৰাজলৈ চাইছিলোঁ। তেওঁ গভীৰভাৱে অভিভূত হৈছিল আৰু মই তেওঁক আবৰি ধৰা আৱেগৰ প্ৰৱাহৰ শক্তি যেন অনুভৱ কৰিব পাৰিছিলোঁ। তেওঁৰ কাৰণে গান্ধীজী সেই শক্তিশালী আৱেগ প্ৰৱাহৰ মূৰ্ত প্ৰতীক আছিল– যি প্ৰৱাহে তেতিয়া দেশজুৰি খলকনি তুলিছিল আৰু যাৰ তালে তালে বলৰাজৰ নিজৰো ধমনী স্পন্দিত হৈছিল।

প্ৰায় এবছৰ পাৰ হৈছিল আৰু ইতিমধ্যে দৃশ্যপট সলনি হৈছিল। বলৰাজে সেৱাগ্ৰামৰপৰা আহি বি. বি. চি.ৰ ভাৰতীয় বিভাগত ঘোষক (ব্ৰডকাষ্টাৰ) হিচাপে পোৱা নিযুক্তিত যোগ দিবলৈ ইংলণ্ডলৈ ওলাইছিল। তেওঁ আৰু মই এখন 'টঙ্গা'ত উঠি কেইযোৰমান উলৰ 'ছুট' আনিবলৈ ব্যয়বহুল তথা নামী দৰ্জী মহম্মদ ইছমাইলৰ দোকানলৈ গৈছিলোঁ। মই এইটো কথা কোনোমতে মানি ল'ব পৰা নাছিলোঁ যে সকলো ঠাই বাদ দি বলৰাজে ইংলণ্ডলৈ যাব ওলাইছে, আৰু সেই দেশৰ সেৱা কৰিব খুজিছে– যিখন দেশৰ বিৰুদ্ধে আমাৰ ৰাইজে সংগ্ৰাম কৰি আছে; আৰু তাকো গান্ধীজীৰ লগত থাকি কাম কৰাৰ পিচত।

"তুমি তোমাৰ ছুটৰ কাৰণে বিলাতী কাপোৰ ল'বানে"– মই তিক্ততাৰে সুধিছিলোঁ।

"মোৰ কোনো বিশেষ আগ্ৰহ নাই। কিন্তু যদি ভাল ভাৰতীয় কাপোৰ নেপাও, মই বিলাতী কাপোৰকে কিনিম।""ইমান বছৰে খাদী পিন্ধাৰ পিচত তুমি বাৰু কোন সতে বিলাতী কাপোৰৰ 'ছুট' পিন্ধিবা?"

"কিন্তু ইংলণ্ডতো মই খদ্দৰ পিন্ধিব নোৱাৰো। মই যিখন দেশত থাকিবলৈ আৰু কাম কৰিবলৈ ওলাইছোঁ, সেই দেশৰ সাজপাৰ পিন্ধিব লাগিবই। মানুহে সদায় ঠিকমতে সাজপাৰ কৰিব লাগে।"

"তুমি বাৰু বৃটিছক সেৱা কৰাৰ কথা ভাবিছা কেনেকৈ? গান্ধীজীয়ে কি ভাবিব?"

"মই গান্ধীজীৰ সন্মতি লৈ আহিছোঁ। মই সেৱাগ্ৰামৰপৰা পলাই অহা নাই। প্ৰকৃততে, লায়নেল ফিলডনে মোক বি.বি.চিত. কাম কৰাৰ অনুমতি দিবলৈ গান্ধীজীক অনুৰোধ কৰিছিল।"

ইউৰোপত যুদ্ধ আৰম্ভ হৈছিল। অল ইণ্ডিয়া ৰেডিঅ'ৰ দিল্লীত সঞ্চালকৰ কাম কৰি থকা লায়নেল ফিলডনে বি.বি.চি.ত ভাৰতীয় শাখা এটা সংগঠিত কৰিবলৈ ইংলণ্ডলৈ উভতিছিল, আৰু গান্ধীজীৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাৰ বাবে তেওঁৰ পৰা বিদায় ল'বলৈ সেৱাগ্ৰামলৈ গৈছিল। গান্ধীজীৰ লগত আলোচনা কৰি থকাৰ সময়তে তেওঁ বলৰাজক ইংলণ্ডলৈ এজন ঘোষকৰূপে নিয়াৰ প্ৰস্তাৱ উত্থাপন কৰিছিল।

যদিও সেই সময়ত ভাৰতে চৰম অসন্তুষ্টিত ভুগি আছিল, তথাপি কংগ্ৰেছৰ নেতাসকল ইউৰোপত ফেচীবাদৰ উত্থানত উদ্বিগ্ন আৰু বিব্ৰত হৈছিল। সেয়ে ফেচিষ্ট-জাৰ্মানীৰ বিপৰীতে চলোৱা সংগ্ৰামত, তেওঁলোকৰ সহানুভূতি গণতান্ত্ৰিক শক্তিসমূহৰ প্ৰতিহে উপজিছিল। কংগ্ৰেছ নেতৃত্বই ফেচিষ্ট-বিৰোধী শক্তিলৈ নৈতিক সমৰ্থন আগবঢ়াইছিল, আনকি বৃটিছ চৰকাৰে যুদ্ধৰ পিচত ভাৰতক স্বাধীনতা

দিয়াৰ চৰ্তত সক্ৰিয় সমৰ্থন জনাবলৈকো সাজু আছিল. এইদৰে যুদ্ধখন আন্তৰ্জাতিক সমস্যা ৰূপে দেখা দিছিল আৰু ইয়াৰ লগত অকল ভাৰত তথা গ্ৰেটবৃটেইনৰে সম্বন্ধ জড়িত হোৱা নাছিল– লগতে পৃথিৱীত গণতন্ত্ৰৰ ভৱিষ্যতো তাৰ ফলাফলৰ ওপৰত নিৰ্ভৰ কৰিছিল।

1940 চনত বলৰাজ আৰু দময়ন্তীয়ে ইংলণ্ডলৈ যাত্ৰা কৰে। তেওঁলোকৰ শিশুপুত্ৰ পৰীক্ষিত 1939 চনৰ জুলাই মাহত ৰাৱালপিণ্ডিৰ ওচৰৰ পৰ্বতীয়া স্বাস্থ্যকৰ ঠাই মুৰীত উপজিছিল। তাক আমাৰ আইৰ লগত এৰি গৈছিল। সি তেতিয়া তেনেই কেঁচুৱা আছিল, গতিকে যুদ্ধৰ কাৰণে অস্বাভাৱিক পৰিস্থিতিত থকা ঠাই এখনলৈ তাক লৈ যোৱাটো সম্ভৱ নাছিল। আচলতে, বলৰাজ আৰু দাম্মো লণ্ডনত ভৰি দিয়াৰ প্ৰথম দিনাই হিটলাৰৰ প্ৰথম বোমাবৰ্ষণ ছেণ্ট পল্‌ছ্ গীৰ্জা আৰু ইংলণ্ডৰ আন কেবা ঠাইতো হৈছিল।

তাৰ পিছলৈ ৰাৱালপিণ্ডিত আমাৰ পৰিয়ালৰ জীৱন পদ্ধতিতো এটা পৰিবৰ্তন আহিল। আই বলৰাজৰ শিশু সন্তানটোক লৈ ব্যস্ত থাকিছিল। প্ৰতিদিনে সন্ধিয়া, দময়ন্তীয়ে যৌতুকত অনা ৰেডিঅ'-ছেটটোৰ কাষত বহি চিলাই কৰি থকা অৱস্থাত আয়ে বি. বি. চি.ৰপৰা প্ৰচাৰিত অনুষ্ঠান শুনি থাকে,– যাতে ভাৰতীয়সকলৰ বাবে প্ৰচাৰিত আধাঘণ্টীয়া অনুষ্ঠানত পুতেক বলৰাজে ঘোষণা কৰা শুনিবলৈ পায়। দেউতাই গতানুগতিক স্বভাৱেৰে, বলৰাজৰ বিষয়ে পুৰণি পৰিচিত বয়বস্তু নিৰ্মাতাসকললৈ চিঠি দিছিল– যাতে আৱশ্যকমতে পুতেকক সহায় কৰে। বলৰাজ-দময়ন্তী ইংলণ্ডত থকা চাৰি বছৰেই আইৰ কাৰ্য্যক্ৰমনিকাৰ সলনি হোৱা নাছিল। এদিনলৈকে তেওঁ ৰেডিঅ'টো সময়মতে নচলোৱাকৈ নাছিল, যদিও জানিছিল যে বলৰাজৰ কণ্ঠস্বৰ নিতৌ নাহে।

## পাঁচ

# ইংলণ্ডৰপৰা প্ৰত্যাগমন

চাৰি বছৰ পাৰ হৈছিল। 1944 চনৰ জহকালি। পৰিয়ালটোৱে ইংলণ্ডৰপৰা বলৰাজৰ প্ৰত্যাৱৰ্তনলৈ বাট চাইছিল। এতিয়া ভাবিলে মনত পৰে যে, তেওঁৰ জীৱনৰ আগছোৱা আমি যেন সদায় হয় তেওঁ ক'ৰবাৰপৰা উভতি অহালৈ নাইবা তেওঁ ক'ৰবালৈ যোৱালৈ বাট চাই থাকিবলগীয়া হৈছিলোঁ। আৰু প্ৰত্যেকবাৰে বলৰাজ আহিলে, তেওঁৰ বিষয়ে নিশ্চিত হৈ কিবা এক স্বস্তিৰ পৰিবেশ যেন অনুভৱ কৰিছিলোঁ।— এইবাৰবা কেনে ধৰণে সলনি হৈছে? দেউতা-মা আৰু বহুতো বন্ধু-বান্ধৱ, পা-পৰিয়ালৰ সৈতে মই ৰাৱালপিণ্ডি ৰেলষ্টেচনৰ প্লেটফৰ্মত ফ্ৰন্টিয়াৰ মেইলখন অহালৈ বাট চাই আছিলোঁ। সেইখন ট্ৰেইনেৰে বলৰাজে, তেওঁৰ পত্নী আৰু লণ্ডনত ওপজা শিশু কন্যা শৰনাম অহাৰ কথা। এইবাৰ আকৌ কি আশ্চৰ্য্যজনক কথা তেওঁ আমালৈ আনিছে তাকে ভাবি আছিলোঁ।

সেই সময়ছোৱাত ইংলণ্ডৰপৰা কাৰোবাৰ ল'ৰা উভতি অহাটো এটা ডাঙৰ পৰ্ব যেন আছিল। বহুতো বন্ধু আৰু পৰিয়ালৰ মানুহে হাতত মালা লৈ বলৰাজক আদৰণি জনাবলৈ আহিছিল। আনহাতে দেউতাৰ সামাজিক প্ৰতিষ্ঠা বাঢ়িছিল, কাৰণ তেওঁৰ ল'ৰা বিলাত-ফেৰৎ হৈ আহিছে।

ট্ৰেইনখন ষ্টেচনত সোমালহি। কিন্তু বলৰাজ ট্ৰেইনখনৰপৰা নামি অহা অলপ হতাশাজনক যেন লাগিল। তেওঁ এটা দ্বিতীয় শ্ৰেণীৰ ডবাৰ দুৱাৰমুখত থিয় দি আছিল— প্ৰথম শ্ৰেণীত নাছিল আৰু পিন্ধনত পাতলীয়া সেউজ ৰঙৰ চুটি হাফপেণ্ট, খহটা খদ্দৰৰ কামিজ আৰু ভৰিত চেণ্ডেল। তেনে এটা আনন্দমুখৰ পৰিস্থিতিৰ কাৰণে তেওঁক অতি সাধাৰণ যেন লাগিছিল। আনকি তেওঁৰ দাঁতৰ মাজত এডাল 'পাইপ' নাছিল। সেই সময়ত তেনেদৰে কোনো ল'ৰা ইংলণ্ডৰপৰা নোভতে। তেওঁ চকুত লগা ধৰণৰ 'ছুট' পিন্ধি, বিলাত-ফেৰতৰ গৌৰবেৰে নামি বহি লাগিছিল আৰু কৃত্ৰিম ধৰণৰ উচ্চাৰণেৰে কথা ক'ব লাগিছিল। অথচ তেওঁ নিজে বয়বস্তুবোৰ ডবাৰপৰা নমোৱাত লাগিছিল। সেয়ে কিছুমান বন্ধু-বান্ধৱ সঁচাকৈয়ে হতাশ হৈছিল।

বলৰাজক শেতা আৰু খীন লাগিছিল। তেওঁৰ চুলিবোৰো পাতলীয়া হৈছে আৰু কুমৰ ওচৰত দুই/চাৰিডাল চুলি পকিছে। তেওঁক লেঙ-পেঙীয়া আৰু ক্ষীণ লাগিছিল। তেওঁৰ সদায় তেজগোৰা সুন্দৰ দেহ আমি দেখি আহিছোঁ। চাৰি বছৰ

আগতে, ইংলণ্ডলৈ যোৱাৰ সময়ত তেওঁৰ বাকচবোৰ মহম্মদ ইচমাইলৰ দোকানত নতুনকৈ চিলোৱা ছুটেৰে ভৰ্তি আছিল। সেয়ে তেওঁক এতিয়া পাতলীয়া সেউজ বৰণৰ হাফপেণ্ট আৰু খহটা খদ্দৰৰ কামিজেৰে আচৰিত যেন লাগিছে। দময়ন্তীয়েও ছেলোৱাৰ আৰু কামিজহে পিন্ধি আহিছে। তেওঁ অলপ শকত-আৱত হৈছে, ঘন ক'লা চুলিতাৰি মূৰৰ ওপৰত চৰাইৰ বাঁহৰ দৰে বন্ধা। কোলাত শিশু শৱনামক লৈ আছে।

আই এখন হুইল-চেয়াৰত (চকা লগোৱা গাড়ী) বহি আছিল– বলৰাজহঁত নথকাত এটা দুৰ্ঘটনাত কৰঙনৰ হাড় ভাঙিছিল। আইৰ কাষত থিয় দি আছিল তেওঁৰ কম বয়সীয়া নাতিয়েক পৰীক্ষিত। সেয়া প্ৰকৃততে পৰিয়ালৰ পুনৰ মিলন আছিল। বলৰাজ আহি পোৱাৰ পিচত ঘটা সৰু ঘটনা এটাই তেওঁৰ পৰিৱৰ্তনৰ প্ৰকাশ কৰিছিল। গতানুগতিক প্ৰথামতে, তেওঁ উভতি অহা উপলক্ষে মা-দেউতাহঁতে বহু পৰিমাণে লাৰু কৰাই ৰাখিছিল। বলৰাজক প্ৰত্যাগমনৰ পিচত শুভেচ্ছা জনাবলৈ অহা বন্ধু-বান্ধৱ বা সম্বন্ধীয়া সকলক এই লাৰু খাবলৈ দিয়া হৈছিল। ইংৰাজভাৱাপন্ন যেন হোৱা বলৰাজৰ বন্ধু এজনে দেউতাই বাৰেপতি অনুৰোধ কৰা সত্বেও লাড়ু খাবলৈ মান্তি নহ'ল–এই যুক্তিত যে তেওঁ ভাৰতীয় মিঠাই খাই ভাল নেপায়। নিৰ্ভুল ইংৰাজী উচ্চাৰণেৰে কথা কোৱা বন্ধুজনে বিগবেন, টাৱাৰ অৱ লণ্ডন আৰু ৱেষ্টমিনিষ্টাৰ এবেৰ বিষয়ে জানিব খুজিছিল– আনহাতে বলৰাজে কথাৰ আঁত সলাই ভাৰতৰ বিষয়ে কথা আৰম্ভ কৰিলত বন্ধুজনে 'কংগ্ৰেছৱালা' আৰু তেওঁলোকৰ আন্দোলনৰ বিষয়ে তুচ্ছাতাচ্ছিল্যৰে কৈছিল। বলৰাজে থিয় দি ততালিকে কোঠালি ত্যাগ কৰিছিল,– আনকি তেওঁক বিদায় সম্ভাষণো জনোৱা নাছিল। নিজে কেতিয়াও বিলাতলৈ যোৱা নাছিল যদিও বন্ধুজনে তেওঁৰ আৰু বলৰাজৰ মাজত অধিক দৃষ্টিভঙ্গীৰ মিল আশা কৰিছিল; সেয়ে বলৰাজৰ অনা-ইংৰাজী ধৰণৰ আচৰণত হতাশ হৈছিল। মা-দেউতাই মৰমেৰে যচা লাৰু খাবলৈ অমান্তি হোৱা বাবে বলৰাজে তেওঁক কেতিয়াও ক্ষমা কৰা নাছিল।

বলৰাজৰ জীৱনলৈ আৰু এটা পৰিবৰ্তন আহিছিল, এইবেলিৰ পৰিৱৰ্তন কিন্তু অতি বেছি উগ্ৰধৰণৰ।

এতিয়ালৈকে বলৰাজ সম্পৰ্কে মোৰ ধাৰণা আছিল– তেওঁ মুকলিমূৰীয়া, সৰল দুঃসাহসিকতা ভাল পোৱা ব্যক্তি যাৰ কোনো বদ্ধমূল মানসিকতা নাই, যি মাত্ৰ নিয়ম-নীতি বুলিয়েই যুক্তি অবিহনে সকলো কথা মানি নোলোৱা বিধৰ; এজন আত্মবিশ্বাসী ব্যক্তি যি মনলৈ অহা যি কোনো ইচ্ছা বা উদ্যমৰ ক্ষেত্ৰত ফলাফললৈ পৰোৱা নকৰি বা ভাবি-চিন্তি চোৱাৰ সময়লৈকো অপেক্ষা নকৰি কামত লাগি যায়;

যিজন কেতিয়াও অনুশোচনা বা সন্দেহৰদ্বাৰা আক্ৰান্ত নহয় যিজনে মানুহে কি ভাবিব তালৈ ভ্ৰূক্ষেপ নকৰি নতুন ধৰণৰ কাম কৰি ভাল পায় ; যি লগ-সঙ্গ ভাল পায় আৰু হাঁহি-তামচাত সদায় মতলীয়া ; নতুন নতুন গল্প–গুজৱ, ঠাট্টা-মাস্কৰা যাৰ অতিপ্ৰিয় ; আনহাতে যিজনে জীৱনত ধৰাবন্ধা নিয়ম-নীতি অনুসৰণ নকৰে আৰু বহি থাকি টেবুলৰ কাম কৰি ভাল নেপায়– তেওঁ ইংলণ্ডলৈ যোৱাৰ আগলৈকে, বলৰাজৰ বিষয়ে মোৰ ধাৰণা এনেকুৱাই আছিল। বিভিন্ন পৰিস্থিতিত আৰু অভিজ্ঞতাৰ ক্ষেত্ৰত তেওঁৰ আচৰণৰ কথা মোৰ প্ৰায়েই মনত পৰে। মনত পৰে এবাৰ তেওঁ ঠিক কলেজ এৰি আহি দেউতাৰ ব্যৱসায়ত যোগ দিয়া সময়ত, তেওঁ আৰু মই এটা বিয়াৰ পাৰ্টিৰ লগত লালামুছা নামৰ চহৰ এখনলৈ গৈছিলোঁ। বিয়াৰ দলটোক ৰেলষ্টেচনৰ দাঁতিৰ কেইটামান ৰেলৱে কোৱাৰ্টাৰত ৰখা হৈছিল। এদিন গধূলি আমি দুয়ো ফুৰাচকা কৰি কৰি ৰেল ষ্টেচনত সোমাইছিলোঁগৈ আৰু তাৰে এটা জিৰণি ঘৰত (ৱেটিং ৰুম) এবটল হুইচ্কী লৈ বহি থকা দুজন ভাগিনক দেখিছিলোঁ। সিহঁতে এই নিৰ্জন ঠাইডোখৰ বাছি লৈছিল কাৰণ 'বৰাত'ত অহা বয়স্কসকল বৰ কঠোৰ আছিল। আৰ্যসমাজীসকলে মদ খোৱাত ভীষণভাৱে বাধা দিয়ে। বলৰাজে নিজেও সেই সময়ত মদ খোৱা নাছিল। বলৰাজক দেখি সিহঁত ভয়ানকভাৱে ব্যতিব্যস্ত হৈ উঠিছিল, যিহেতু সিহঁত হাতে-লোটে ধৰা পৰিছিল। বলৰাজে দুখোজমান আগুৱাই গ'ল, এজনৰ গিলাচ এটা তুলি ল'লে আৰু কেইঢোকমান খালে– যাতে সিহঁত সহজ হ'ব পাৰে; আৰু ততালিকে কাম থকা বুলি কৈ ওলাই গ'ল। নক'লেও হ'ব যে সেই সন্ধিয়াটো তেওঁৰ লগত মোৰ ভীষণ তৰ্কাতৰ্কি চলিছিল– এই প্ৰশ্ন লৈ যে, ভাগিনহঁতক সহজ কৰাৰ উদ্দেশ্যে বলৰাজে মদ খোৱাটো আৱশ্যক আছিলনে?

আন এদিন, তেওঁ বোম্বেত কৰা আচহুৱা ধৰণৰ ব্যৱহাৰৰ কথা মোক কৈছিল। এইটোও তেওঁৰ ব্যৱসায়ত লিপ্ত থকা দিনৰে কাহিনী। তেওঁ কোৱা মতে এবাৰ ব্যৱসায় সংক্ৰান্তত বোম্বেলৈ যাওতে, তেওঁ 'জুহু-বীচ'লৈ গৈছিল। গাভৰু বেশ্যা এজনীয়ে তেওঁলৈ চাই চকু পিৰিকিয়াই হাঁহিছিল আৰু তেওঁ ভীষণভাৱে আকৃষ্ট হৈ তাইৰ ওচৰ পাইছিলগৈ। তাই আঠ অনা পইচা বিচাৰিছিল, তেৱোঁ ততালিকে দি দিছিল। তেতিয়া তেওঁলোকে 'বীচ'ৰ নিৰ্জন ঠাই এডোখৰলৈ খোজ লৈছিল। কিন্তু যেতিয়া তাই তেওঁক আদৰ-সাদৰ কৰি কাষলৈ আনিছিল, তেওঁ অতিশয় বিব্ৰত বোধ কৰিলে আৰু উঠি দৌৰ মাৰিলে। তেওঁ কৈছিল যে, গাভৰুজনীয়ে ৰিঙিয়াই মাতি আছিল, "হেৰা, তোমাৰ পইচা ঘূৰাই নিয়া", কিন্তু তেওঁ এবাৰলৈও উভতি চাবলৈকে নৰল।

ইংলণ্ডলৈ যাত্ৰা কৰাৰ আগলৈকে, তেওঁ এনে ধৰণৰ এজন মানুহ আছিল। কিন্তু প্ৰত্যাৱৰ্তনৰ পিচত তেওঁক বৰ বেলেগ যেন লাগিছিল। তেওঁৰ সকলো

ধৰণৰ পুৰণি 'বোহেমিয়ান' অৰ্থাৎ সমাজলৈ কেৰেপ নকৰি খেয়াল-খুচীত কাম কৰা স্বভাৱ যেন আঁতৰি গৈছিল। তেওঁৰ ক্ষেত্ৰত যেন সহজ আৰু মুকলি ভাবৰ অভাৱ ঘটিছিল। দুঃসাহসিকতাৰ বাবেই মাথোঁ দুঃসাহসিক হোৱা মনোভাবো যেন এতিয়া তেওঁৰ বাবে মূল্যহীন হৈছিল। ৰাজনীতিৰ আৱশ্যকতাৰ বিষয়ে আগতে কেতিয়াও নথকা মনোভাব, এতিয়া হঠাতে তেওঁৰ বাবে দৰকাৰী হৈ পৰিছিল। আগতে কেতিয়াও নেদেখা ধৰণে তেওঁক বৰ চিন্তিত আৰু খিটখিটিয়া দেখিছিলোঁ। গতিবিধিৰ ক্ষেত্ৰতো এতিয়া অধিক সক্ৰিয় আৰু তৎপৰ হৈছে। আৰু আচৰিতভাৱে তেওঁ ইংলণ্ডত থাকোতে কৰা সাহিত্য চৰ্চাৰ বিষয়ে খুব কমেই কৈছিল, অৱশ্যে কথাৰ লচত তেওঁ তাত লিখা তথা প্ৰচাৰ কৰোৱা কেইখনমান ৰেডিঅ'-নাটকৰ উল্লেখ কৰিছিল।

ৰাৱালপিণ্ডিত উপস্থিত হোৱাৰ দ্বিতীয় দিনা তেওঁ মোক কৈছিল যে, সেই দিনা গধূলি ফিৰোজ খাঁনুনে ভাষণ দিবলগীয়া আৰু কোম্পানী বাগত পতা মুছলিম লীগৰ সভালৈ যাব। মই আচৰিত হৈছিলোঁ। আগতেতো তেওঁ ৰাজনৈতিক কোনো সভা-সমিতিৰ প্ৰতি ইমান আগ্ৰহ দেখুওৱা নাছিল,– আনকি কংগ্ৰেছৰ সভা-সমিতিৰ ক্ষেত্ৰতো! আচলতে মই যেতিয়া এবাৰ সেৱাগ্ৰামলৈ গৈছিলোঁ, তেতিয়া তেওঁ মোক আগন্তুক হৰি পুৰাৰ কংগ্ৰেছ অধিবেশনলৈ যাবলৈ কৈছিল– মই গৈছিলোঁও, কিন্তু তেওঁহে নিজে তালৈ যোৱা নাছিল। বলৰাজে মুছলিম লীগৰ মিটিংখনলৈ গৈছিল। কেইদিনমান পিচতে, জিলা কংগ্ৰেছ কমিটিয়ে পতা ৰাজহুৱা সভা এখনলৈও গৈছিল। দেশৰ ৰাজনৈতিক সংগ্ৰাম এটা নতুন দিশলৈ ধাবিত হৈছিল ; পাকিস্তান প্ৰশ্নই গুৰুত্ব পাবলৈ ধৰিছিল– য'ৰপৰা সোনকালেই সাম্প্ৰদায়িক উত্তেজনাৰ সৃষ্টি হৈছিল ; তদুপৰি যুদ্ধৰ পিচত ৰাষ্ট্ৰীয় নেতাসকলক মুক্তি দিয়া হৈছিল আৰু দেশখন পুনৰ অসন্তুষ্টিৰ অগনিত দেই-পুৰি মৰিছিল। আগতে কেতিয়াও নভবা ধৰণে, বলৰাজে দেশৰ ৰাজনৈতিক প্ৰৱাহত অত্যাধিকভাৱে সোমাই পৰিছিল।

দেউতাৰ স্বাভাৱিকতেই চিন্তা হৈছিল– এতিয়া বলৰাজে কি কৰিব, কেনে ধৰণৰ জীৱিকাত হাত দিব, আৰু কোন দিশলৈ তেওঁ গতি কৰিব? দয়া কৰিয়েই হয়তো তেওঁ এইবেলি 'ব্যৱসায়'ৰ কথা উত্থাপন কৰা নাছিল, –কাৰণ তেওঁ জানিছিল বলৰাজ ব্যৱসায়লৈ উভতি অহা অৱস্থাৰপৰা বহু দূৰলৈ আঁতৰি গৈছে। সম্ভৱতঃ তেওঁ উপলব্ধি কৰিব পাৰিছিল যে যি ব্যৱসায় তেওঁ দেখুৱাই দিছিল সেইটো বিশেষভাৱে আকৰ্ষণীয় তথা লাভজনক নাছিল; মাত্ৰ উক্ত ব্যৱসায়ে ল'ৰাক মাক- দেউতাকৰ লগত যুটীয়া সংসাৰত বান্ধি থব পৰিব বুলি তেওঁ মনতে কল্পনা কৰিছিল।

দিনবোৰ গৈ আছিল ; অথচ বলৰাজে কিনো কৰিব তাৰ কোনো ইঙ্গিত দিয়া নাছিল। তেওঁ ঘূৰি অহাৰ কিছুদিন পিচতেই অল ইণ্ডিয়া ৰেডিঅ'ৰ এটি লোভনীয় একজিকিউটিভ অৰ্থাৎ প্ৰশাসন বিভাগৰ চাকৰিৰ বাবে মাতি পঠিয়াইছিল। কিন্তু আনে এই কথা গম পোৱাৰ আগতে আৰু পৰিয়ালত সেই বিষয়ে আলোচনাৰ সুবিধা নিদিয়াকৈ, বলৰাজে সেই চাকৰি প্ৰত্যাখ্যান কৰিছিল। কথাটো জনাৰ পিচত দেউতা আচৰিত হৈছিল, কাৰণ বি. বি. চি.ত চাৰি বছৰ 'ব্ৰডকাষ্টিঙ'ৰ অভিজ্ঞতা লাভৰ পিচত অল ইণ্ডিয়া ৰেডিঅ'ত ল'ৰাই ভাল চাকৰি পোৱাৰ বিশেষ যোগ্যতা আছিল। বলৰাজৰ মন অন্যত আছিল– যদিওবা তেতিয়াও জীৱিকা আৰ্জনৰ বাবে কি পথ ল'ব সেই বিষয়ে মনত কোনো স্পষ্ট ধাৰণা নাছিল। সম্ভৱতঃ কিবা এটা হ'বগৈ বুলিহে যেন অপেক্ষা কৰি আছিল।

ৰাৱালপিণ্ডিত কেইদিনমান থাকি, দুয়োটা শিশুক লৈ বলৰাজ আৰু দময়ন্তীয়ে শ্ৰীনগৰ বুলি যাত্ৰা কৰিছিল।

বলৰাজে কলেজৰ শিক্ষা সাং কৰি প্ৰথমে অহাৰ পিচত জীৱনযাত্ৰা আৰম্ভ কৰা দিনবোৰৰ স্মৃতি যেন এতিয়াৰ পৰিস্থিতিয়ে পাহৰাই পেলালে।

এইবাৰো, শ্ৰীনগৰতেই ভৱিষ্যতৰ বুকুলৈ পদক্ষেপৰ পাতনি মেলিলে। এদিন হঠাতে বলৰাজে ঘোষণা কৰিলে যে পুৰণি কলেজীয়া বন্ধু চেতন আনন্দই মেক্সিম গৰ্কীৰ 'লোৱাৰ ডেপ্‌থ্‌' নাটকৰ ভেটিত নিৰ্মাণ কৰিবলৈ ওলোৱা কথাছবিত অভিনয়ৰ বাবে বোম্বেলৈ যাব। এই বাতৰি দেউতাৰ কাৰণে অতি দুখজনক আছিল। তেওঁ সপোনতো ভাবিব পৰা নাছিল যে আৰ্যসমাজৰ শ্ৰেষ্ঠ পুৰস্কাৰেৰে লালিত-পালিত, উচ্চ শিক্ষিত, বিবাহিত, তথা দুটা শিশুৰ দেউতাক, তদুপৰি মৰ্যাদাসম্পন্ন বৃটিছ ব্ৰডকাষ্টিং কৰ্পৰেচনত কাম কৰা– তেওঁৰ ল'ৰাই সাধাৰণতে সমাজৰ বদনামী লোকৰ ব্যৱসায় কথাছবিৰ অভিনেতাৰ দৰে নিম্নমৰ্যাদাৰ জীৱীকাৰ স্তৰলৈ অবনমিত হ'ব পাৰে।

তদুপৰি, কথাছবিখনৰ প্ৰযোজকৰ নামেও পৰিকল্পনাটো কৃতকাৰ্য যে হ'ব সেই বিষয়ত দেউতাক পতিয়ন নিয়াব পৰা নাছিল। বলৰাজে দেউতাক মাত্ৰ কৈছিল যে– চেতন আনন্দ তেওঁৰ কলেজীয়া বন্ধু আছিল, তেতিয়া কবিতাও লিখিছিল, কিছুদিন ইংলণ্ডত আছিল যদিও বিশেষ একো কৰিব পৰা নাছিল, শেহতীয়াকৈ স্কুলৰ শিক্ষক আছিল ইত্যাদি। এইখিনি কথাই স্বাভাৱিকতে দেউতাক বোম্বেত ল'ৰাৰ ভৱিষ্যত উজ্জ্বল হ'ব পাৰে বুলি আশান্বিত কৰিব পৰা নাছিল। গতিকে, দেউতাই পুনৰ বহু বিনিদ্ৰ ৰজনী পাৰ কৰিবলগীয়াত পৰিছিল।

এইবাৰো তেওঁ ছেপ্টেম্বৰ মাহত 1944 দাম্মো, দুটি শিশু পাঁচবছৰীয়া পৰীক্ষিত আৰু এবছৰো নোহোৱা (শেৱনামক) লৈ শ্ৰীনগৰ এৰিছিল। এইবাৰ অৱশ্যে অভিজ্ঞতা

আহৰণ বা দুঃসাহসিক অভিযানৰ বাবে তেওঁ ওলোৱা নাছিল। তেওঁ অন্য এক মানসিকতাৰে যাত্ৰা কৰিছিল।

মহাযুদ্ধৰ সময়ত যেতিয়া লণ্ডনত আছিল– বলৰাজে পৃথিৱীখন অগ্নিদগ্ধ হোৱা দেখিছিল। তেওঁ সেই জীৱন-মৃত্যু সংগ্ৰামৰ গতিধাৰা তথা যি শক্তিশালী অৰ্থনৈতিক আৰু ৰাজনৈতিক কাৰণত তেনে মহাযুদ্ধ লাগিছিল– সেইবোৰ গভীৰভাৱে লক্ষ্য কৰাৰ সুযোগ পাইছিল। নাজী– 'কনচেণ্ট্ৰেচন কেম্প'ত লাখ লাখ ইহুদী হত্যা, হিটলাৰৰ 'ব্লিজক্ৰিগ', লণ্ডনকে ধৰি ইউৰোপৰ মহানগৰবোৰত বোমাবৰ্ষণ, হিটলাৰৰ অগ্ৰগামী ধ্বংসকাৰী সৈন্যদলৰ বিপৰীতে 'ৰেড আৰ্মী'ৰ বীৰত্বমূলক প্ৰতিৰোধ আৰু ইউৰোপৰ চৰকাৰসমূহৰ পতন– এই সকলোবোৰ ঘটনাই বলৰাজৰ মনত আঘাত দি জীৱনৰ কঠোৰ বাস্তৱতাৰ প্ৰতি সজাগ কৰিছিল,– যি বাস্তৱতাৰপৰা কোনোপধ্যে হাত সাৰিব নোৱাৰি, আৰু যি বিষয়ে কোনেও উপৰুৱাভাৱে চৌখীন কলাপ্ৰেমীৰ দৃষ্টিভংগী গ্ৰহণ কৰি থকাটো উচিত নহয়। তেওঁ দেখিছিল পুৰণি পৃথিৱীৰ ধ্বংস আৰু নতুন পৃথিৱী এখনৰ উদ্ভৱ। সাম্ৰাজ্য তথা উপনিবেশসমূহ সামৰি পৃথিৱী আৰু একেদৰে বৰ্তি থাকিব নোৱাৰে। তেওঁ উপলব্ধি কৰিছিল যে নিজৰ দেশৰ মুক্তিৰ সংগ্ৰামো বিশ্বখনৰ পৰিবেশত প্ৰগতিৰ শক্তি আৰু প্ৰতিক্ৰিয়াৰ শক্তিৰ মাজত চলি থকা বৃহত্তৰ সংগ্ৰামৰে এটা অবিচ্ছেদ্য অঙ্গ মাথোন।

বলৰাজ লণ্ডনৰ মাজমজিয়াত আছিল ; যুদ্ধৰ সময়ৰ ভয়াবহতা তথা কষ্ট কাঠিন্য তেওঁ প্ৰত্যক্ষভাৱে গম পাইছিল আৰু তেওঁ পতিয়ন গৈছিল যে এজন শিল্পী জীৱননাটৰ মাত্ৰ নিৰৱ দৰ্শক হৈ থাকিব নোৱাৰে ; তেওঁ শিল্পী হিচাপে, লগতে এজন নাগৰিক হিচাপে নিজস্ব ধৰণে তাত ভাগ ল'ব লাগে। এইদৰে শিল্প-কলা তথা এগৰাকী শিল্পীৰ কৰ্তব্য সম্পৰ্কে থকা তেওঁৰ মতৰ সলনি হৈছিল।

সেই মহাশক্তি গোট দুটাৰ মাজত হোৱা সংগ্ৰামত তেওঁৰ সহানুভূতি আছিল। ছোভিয়েট ৰাষ্ট্ৰ আৰু গণতান্ত্ৰিক শক্তিগোটৰ পক্ষে।

এই ক্ষেত্ৰত তেওঁ সংগ্ৰামৰ দুই পক্ষৰ আদৰ্শবোৰৰ বিষয়ে গভীৰভাৱে তথা খুতি-নাতি সামৰি অধ্যয়ন কৰাৰ প্ৰতি আকৰ্ষিত হৈছিল, আৰু তেওঁ সামাজিক পৰিবেশ, মাৰ্ক্সীয় বিচাৰধাৰাৰদ্বাৰা বাধা দিব নোৱাৰা ধৰণে আকৰ্ষণ অনুভৱ কৰিছিল। লণ্ডনৰ অৱস্থিতিয়ে তেওঁক এজন পতিয়ন যোৱা মাৰ্ক্সবাদী কৰি তুলিছিল। যেতিয়া বলৰাজে বোম্বেলৈ গৈ চেতন আনন্দৰ কথাছবিত যোগ দিবলৈ স্থিৰ কৰিছিল, তেতিয়াও এজন কথাছবি-অভিনেতা হোৱাৰ জীৱিকাৰূপে কথাছবিক গ্ৰহণ কৰা নাইবা তথাকথিত কথাছবি অভিনয়লৈ অনিৰ্বাৰ আকৰ্ষণ থকা মানসিকতাতকৈ– এই শক্তিশালী কলামাধ্যমটোক দৰ্শকৰ আগত বৰ্তমানৰ জীৱন

তথা জগতৰ বাস্তৱতা দাঙি ধৰি তেওঁলোকক সামাজিকভাৱে অধিক সচেতন কৰা বিষয়ত প্ৰয়োগ কৰাৰ প্ৰতিহে তেওঁৰ অধিক দৃষ্টি আছিল।

বলৰাজ যোৱাৰ কেইমাহমান পিচত দেউতাই মোক বোম্বেলৈ পঠিয়াইছিল– যাতে মই জানি আহিব পাৰোঁ বলৰাজ কেনে আছে, ছবিখনৰ কাম কেনেদৰে আগবাঢ়িছে, আৰু সেই ভয়ানক জীৱিকাতকৈ আন কিবা ভাল দিশলৈ তেওঁক এতিয়াও বুজাই-বৰাই আনিব পাৰি নেকি– এইবোৰ কথাৰ বুজ ল'বলৈ। আগতেও মই এনে উদ্দেশ্যত গৈছিলোঁ, গতিকে মই প্ৰস্তাৱত ততালিকে সন্মত হৈছিলোঁ।

দময়ন্তীয়ে মোক ৰেল ষ্টেচনৰপৰা আগবঢ়াই আনিছিলগৈ। আমি যেতিয়া তেওঁলোক থকা বান্দাৰৰ পালি হিললৈ গৈ আছিলোঁ, তেতিয়া মই কথাছবিখনৰ অগ্ৰগতি সম্পৰ্কে দাম্মোক সুধিছিলোঁ। তেওঁ মোকহে প্ৰশ্নসূচক দৃষ্টিৰে চাই ক'লে, "কথাছবি? কোনখন কথাছবি?" আৰু তাৰ পিচত মিচিকিয়াই হাঁহি মাৰি ক'লে, "তুমি নিজেই দেখিবাগৈ।"

মোক পালি হিলৰ এটা ঘৰৰ প্ৰথম মহলাত থকা আহল-বহল 'ফ্লেট' এটালৈ লৈ গৈছিল, তাত দেখিলোঁগৈ বহু মানুহ আছে–তাৰ ভিতৰত চেতন আনন্দ আৰু তেওঁৰ পত্নী, হামিদ বাট তেওঁৰ পত্নী আৰু দুজনী খুলশালীয়েক, বলৰাজ আৰু পৰিয়াল, তদুপৰি চেতন আনন্দৰ দুইভাই গোল্ডী আৰু দেব আনন্দ। সমুখৰ ডাঙৰ 'কমন-ৰুম'ত কিবা আখৰা চলি আছিল ; তাতেই ফ্লেটৰ সকলোবোৰ অধিবাসী ব্যস্ত আছিল আৰু এটা বিৰাট উত্তেজনা আনুভূত হৈছিল। শেষত গম পালোঁ সেয়া 'নীচানগৰ'ৰ (লোৱাৰ ডেপ্‌থ) আখৰা নাছিল, আনহাতে চেতন আনন্দ মূল ভূমিকাত থকা আৰু বলৰাজে পৰিচালনা কৰা ইণ্ডিয়ান পিপলছ থিয়েটাৰ এছোচিয়েচনৰ এখন নাটকৰহে আখৰা চলিছিল। কে. এ. আব্বাছৰ 'জুবেইদা' নাটক প্ৰযোজনাৰ চূড়ান্ত ৰূপ দিয়া হৈ আছিল।

মই কিছুপৰ পিচতে গম পালোঁ যে 'নীচানগৰ' প্ৰযোজনাৰ কাম আৰ্থিক কাৰণত সাময়িকভাৱে স্থগিত ৰখা হৈছে আৰু এটা অধিক আৱশ্যকীয় কাম সম্প্ৰতি হাতত লোৱা হৈছে। বলৰাজে 'ইণ্ডিয়ান পিপলছ থিয়েটাৰ এছোচিয়েচন'ৰ– সংক্ষিপ্ততে আই. পি. টি. এ.ৰ বিভিন্ন কামৰ মাজত অতি ব্যস্ত হৈ পৰিছে।

কিছুদিন পিচতে মই জানিব পাৰিছিলোঁ যে আই. পি. টি. এ. অকল নাট্য-সংস্থাই নহয়, আনহাতে এটা 'আন্দোলন' জাতীয় সংগঠনো। ইতিমধ্যে মই বহুদেশব দুৰ্ভিক্ষ সংক্ৰান্তত স্মৰণীয় অনুষ্ঠান এটা দেখিছিলোঁ– দুৰ্ভিক্ষ পীড়িতসকলৰ বাবে আই. পি. টি. এ. উত্তৰ ভাৰতত এটা নৃত্য-গীতৰ দলেৰে অনুষ্ঠান দেখুৱাই ফুৰিছিল। তেতিয়া মই দেখিছিলোঁ তিৰোতসকলে জনসাধাৰণৰ দুৰ্যোগৰ দৃশ্য দেখি কেনেদৰে হাতৰ সোণৰ খাৰু আদি খহাই বহু দেশৰ পীড়িতসকললৈ আগবঢ়াইছিল। আমাৰ

দেশৰ সামাজিক তথা সাংস্কৃতিক জীৱনত আই. পি. টি. এ.ই অতি শক্তিশালী আৰু লক্ষ্যণীয় বৰঙণি আগবঢ়োৱাৰ পথ লৈছিল। জনসাধাৰণৰ জীৱনৰ লগত ওতঃপ্ৰোতভাৱে সম্বন্ধ ৰাখি, আৰু অধিক ক্ষেত্ৰতে লোকগীত—নৃত্য-নাটকৰ ওপৰত ভেটি কৰি অনুষ্ঠান পৰিবেশন কৰা আই. পি. টি. এ. সোনকালেই সামাজিক নাট্য–প্ৰৱাহৰ উন্নয়ন তথা পুনৰ সংগঠনৰ এটি শক্তিশালী কেন্দ্ৰত পৰিণত হোৱাৰ দিশলৈ অগ্ৰসৰ হৈছিল।

মই যেতিয়া সেইখিনি পাইছিলোঁগৈ, তেতিয়া মঞ্চত কেনেকৈ এটা ঘোঁৰা অনাব পাৰি সেই বিষয়ে আলোচনা চলি আছিল। নাটকখনত এটা বিয়াৰ দৃশ্য আছিল, বিয়াৰ যাত্ৰীসকল জুবেইদাৰ ঘৰলৈ আহিব লাগে। বলৰাজে হুবহু 'বৰাত'ৰ শোভাযাত্ৰাৰ দৰে ঘোঁৰাৰ পিঠিত দৰাক লৈ সমুখত 'ব্ৰাছবেণ্ড' বজোৱা দলেৰে সৈতে আনি দৰাপক্ষ তথা কন্যাপক্ষৰ সম্বন্ধীয়সকলৰ 'মিলনি'ৰ (মিলন) দৃশ্য অৱতাৰণা কৰাৰ কথা ভাবিছিল।

"মই তোমালোকক কৈছোঁ, এইটো চমৎকাৰ হ'ব"– বাৰে বাৰে বলৰাজে কৈ আছিল। সেইটো তেওঁৰ মগজু-প্ৰসূত আছিল আৰু তাকে কাৰ্য্যকৰী কৰাত বিশেষ জোৰ দিছিল।

"তুমিতো মঞ্চৰ ওপৰলৈ ঘোঁৰা এটা আনিব নোৱাৰিবা বলৰাজ, অলপ বিবেচনাৰে কথাটো ভাবাচোন!"– চেতনে কৈছিল।

"কিয় নোৱাৰি? ভাবাচোন, এটা বগা ঘোঁৰা, পিঠিত ধুনীয়াকৈ সোণালী ৰঙৰ কাপোৰেৰে 'ছেডেল' বন্ধা। মই কৈছোঁ, সেয়ে, এটা চাঞ্চল্যৰ সৃষ্টি কৰিব।"

"ধৰা, মঞ্চত উঠি ঘোঁৰাটোৱে অস্বস্তি প্ৰকাশ কৰে",– চেতনে সুধিছিল।

"নাইবা আন অথন্তৰো ঘটায়",– হামিদ বাটে যোগ দিছিল।

"যদিওবা তুমি সফল হোৱা, দৰ্শকৰ দৃষ্টি সেইপিনেহে আকৰ্ষিত হ'ব। মানুহবোৰে তোমাৰ সংলাপ শুনাতকৈ ঘোঁৰাটোহে চাই ৰব।"

কিন্তু বলৰাজৰ মতেই ৰজিল ; মাত্ৰ ঘোঁৰাটো মঞ্চৰ ওপৰলৈ অনা নহ'ল। 'বৰাত'ৰ শোভাযাত্ৰা প্ৰেক্ষাগৃহত সোমাল। নাটকখন সুন্দৰবাই হলত মঞ্চস্থ হৈছিল। বৰাতৰ সমুখভাগত উচ্চস্বৰে বাজি থকা বেণ্ড, আৰু বেণ্ডপাৰ্টিৰ পিচে পিচে বগা মাইকী ঘোঁৰা এটাত উঠি দৰা আহিল, মূৰত এটা 'ছত্ৰ' ধৰা আছে, লগত আনসকল। মাত্ৰ ঘোঁৰাৰ পিঠিত অহা দৰা প্ৰেক্ষাগৃহৰ দুৱাৰ মুখতে ৰৈ আছিল যাতে সকলোৱে দেখা পায় আৰু তাতে নামি 'মিলনি' (মিলন) পৰ্ব অন্ত পৰাত খোজ কাঢ়ি আগবাঢ়িছিল মঞ্চ অভিমুখে। 'মিলনি' অনুষ্ঠিত হৈছিল প্ৰেক্ষাগৃহৰ ভিতৰত– ঠিক মঞ্চৰ আগভাগত। সেয়ে এটা অভিনব, উত্তেজনাপূৰ্ণ আৰু উচ্চপৰ্য্যায়ৰ দৰ্শনীয় পৰিস্থিতিৰ সৃষ্টি কৰিছিল। সেইটো বাদেও, 'জুবেইদা'

নাটক দৰ্শকৰ বাবে অতি উপভোগ্য হৈছিল। নাটকখনৰ সংলাপবোৰ চুটি চুটি আৰু বুদ্ধিমত্তাপূৰ্ণ আছিল ; সমাজৰ যি স্তৰৰ ওপৰত নাটকখন লেখা হৈছিল– সেইসকলৰ কথিত বাস্তৱ ভাষা ব্যৱহাৰ কৰা হৈছিল ; নাটকৰ বিষয়বস্তু সামাজিক তথা সামাজিক দায়বদ্ধতাৰ অনুভূতি জগোৱা ধৰণৰ আছিল। নাটকখনৰ গাঠনিত দুৰ্বলতা থাকিলেও, মঞ্চসফল হৈছিল আৰু আগলৈকো আই. পি. টি. এ.ৰ মঞ্চ সামাজিক দায়বদ্ধতাপূৰ্ণ নাটকৰ ক্ষেত্ৰত বাটকটীয়া যেন হৈছিল। এয়ে গভীৰভাৱে সামাজিক দায়বদ্ধতা আদৰি লোৱা ব্যক্তি তথা আই. পি. টি. এ.ৰ অন্যতম প্ৰতিষ্ঠাতা সদস্য কে. এ. আব্বাছ্‌ৰ দৰে একে পথৰ পথিক এগৰাকীৰ লগত বলৰাজৰ দীৰ্ঘকালীন সংযোগৰ সূত্ৰপাত কৰিছিল। তেওঁলোকে বহু সংখ্যক মঞ্চ–নাটক, কথাছবি আৰু সামাজিক-সাংস্কৃতিক অনুষ্ঠানত একেলগে কাম কৰিছিল;–তাৰে ভিতৰত বোধকৰো আটাইতকৈ চমকপ্ৰদ কৃতিত্ব আছিল চতুৰ্থ দশকৰ আগভাগত হোৱা বহু দেশৰ দুৰ্ভিক্ষৰ ভেটিত নিৰ্মিত কথাছবি 'ধৰতীকে লাল'। সেই কথাছবিখনিত বলৰাজে এটা ভাওত নামিছিল, আনহাতে চিত্ৰনাট্য তথা পৰিচালনাত আছিল আব্বাছ্।

বলৰাজক শিল্পী হিচাপে ক্ৰমে গঢ়ি তোলাত আই. পি. টি. এ.ৰ বৰঙণিও উল্লেখনীয়। আগতে তেওঁ যি বাস্তৱবাদী মঞ্চাভিনয়ৰ লগত জড়িত আছিল, সেয়া আছিল নগৰকেন্দ্ৰিক ঘঁহি-পিহি নিমজ কৰা ধৰণৰ আৰু নিয়ন্ত্ৰিত প্ৰকাশভঙ্গীৰ। সেইবোৰত লোকনাট্যত থকা দৰে স্বতঃস্ফূৰ্ততা তথা আৱেগ-উতলা গুণৰ প্ৰাচুৰ্য্য নাছিল। আনহাতে আই. পি. টি. এ.ই লোকনাট্যৰ ওপৰত বিশেষভাৱে গুৰুত্ব দিছিল আৰু তাৰপৰা বিষয়বস্তু আহৰণ কৰিছিল। এই অনুষ্ঠানবোৰ নগৰৰ শিক্ষিত দৰ্শকৰ আগত নিবেদন কৰাতকৈ সাধাৰণ মানুহৰ সমাবেশতহে আগবঢ়োৱা হৈছিল। বাস্তৱতা আৰু লোকনাট্যত নিহিত বলিষ্ঠ প্ৰকাশভঙ্গীৰ সমন্বয়ে বলৰাজক চৰিত্ৰ সৃষ্টিত বহু পৰিমাণে সহায় কৰিছিল, লগতে শক্তিশালী আৱেগজড়িত কাহিনীৰ নিবেদনত অৰিহণা যোগাইছিল। কিন্তু আমি বৰ্ণনা কৰা সময়লৈ সেই অৱস্থা অহা নাছিল।

বলৰাজে এই দিশলৈ গতি কৰাৰ আৰম্ভণৰ কথা এইদৰে বৰ্ণনা কৰিছিল... ...এদিন পুৱা এখন বাতৰিকাকতত পঢ়িছিলোঁ যে কৰবাত পিপল্‌ছ্ থিয়েটাৰৰদ্বাৰা এখন নাটক মঞ্চস্থ হ'ব। চীনদেশৰ 'পিপল্‌ছ্ থিয়েটাৰ' সম্পৰ্কে মই অলপ-অচৰপ জানিছিলোঁ, কিন্তু ভাৰতত এই 'পিপল্‌ছ্ থিয়েটাৰ'ৰ আৱিৰ্ভাৱ হ'ল ক'ৰপৰা? দিনটোত বহুতো চিৰি উঠা-নমা কৰি কৰি, অৱশেষত গধূলি বি. পি. সামন্ত এণ্ড কোম্পানীৰ অফিচ পাইছিলোঁগৈ ; তাতে বিখ্যাত চলচ্চিত্ৰ-সাংবাদিক মিঃ বি. পি. ছাথেক সুধিছিলোঁ– "মিঃ ছাথে, বোম্বেত পিপল্‌ছ্ থিয়েটাৰ আছে নেকি?"

"কিয় নহ'ব? মই নিজেই এজন সদস্য"– তেওঁ হাঁহি মাৰি কৈছিল– "মই তালৈকে এখন মিটিঙত যোগ দিবলৈ ওলাইছোঁ। যদি ইচ্ছা কৰা তুমিও ব'লা। খাজা আহমদ আব্বাছে তেওঁৰ নতুন নাটকখন পাঠ কৰি শুনাব।"

মই বৰকৈ ধৰাত, চেতনো লগতে ওলাইছিল।

অপেৰা হাউছৰ ওচৰত এটা সৰু গলিত প্ৰফেছাৰ দেওধৰৰ এখন সংগীত বিদ্যালয় আছিল। তাত এটা সৰু 'হল' আছিল, য'ত এশমান মানুহ বহাৰ ঠাই আছিল। এটা ফালে এখন সৰু মঞ্চও আছিল। সেই হলটোৱেই কালক্ৰমত আই. পি. টি. এ.ৰ সকলো কাৰ্য্যব্যৱস্থাৰ কেন্দ্ৰ হৈ পৰিছিল।

এখন 'ফেন'ৰ তলত কুৰিজনমান ল'ৰা-ছোৱালী বহি আছিল। আব্বাছে ঠিক নাটকখন পঢ়িবলৈ ওলাইছে। আব্বাছ আৰু মোৰ অলপ জনা–শুনা আছিল। লণ্ডনত থাকোঁতে, তেওঁৰ চুটি গল্পকেইটামানো পঢ়িছিলোঁ। কিন্তু কোনোদিনে লগ পোৱা নাছিলোঁ। আব্বাছে থিয় নিদিয়াকৈয়ে আমাক 'হেণ্ডস্বেক' কৰিছিল; আৰু তেওঁৰ নাটকখন পঢ়িবলৈ লৈছিল। এবাৰ মাত্ৰ শুনি, এখন নাটকৰ গুণাগুণ বিচাৰ কৰাটো টান। মই অনুভৱ কৰিছিলোঁ– নাটকখনত আৱেগময় গভীৰতা বা নাটকীয় ক্ৰমগতি বিশেষ নাছিল। এই ভাবধাৰা মোৰ মনত খেলাই আছিল, যেতিয়া আব্বাছে হঠাতে এটা অদ্ভুত প্ৰস্তাৱ দাঙি ধৰিলে।

"বন্ধুসকল, মই আনন্দিত যে আজি আমাৰ মাজত বলৰাজ ছাহানীক পাইছোঁ। মই এতিয়া এই নাটকখন তেওঁক দিম আৰু অনুৰোধ কৰিছোঁ যাতে আমাৰ হৈ তেওঁ নাটকখন পৰিচালনা কৰে।"

এইদৰেই, অভাৱনীয়ভাৱে এটা পৰ্য্যায়ৰ আৰম্ভণি হৈছিল– যিয়ে মোৰ জীৱনত এটা মচি পেলাব নোৱাৰা প্ৰভাৱ পেলাইছিল। মই এতিয়াও নিজক আই. পি. টি. এ.ৰ শিল্পী বুলি গৌৰৱ অনুভৱ কৰোঁ। এই নাটকখন আছিল 'জুবেইদা', আৰু 1944 চনৰ জাৰকালি সেইখন বোম্বেত মঞ্চস্থ হৈছিল।.....

বলৰাজ এজন মন্ত্ৰমুগ্ধ মানুহ যেন হৈ পৰিছিল। আই. পি. টি. এ. আৰু ইয়াৰ কাৰ্য্যক্ৰমৰ বাহিৰে তেওঁৰ আন একো ভাবিবলৈ যেন সময় নাছিল। বলৰাজৰ জীৱনলৈ এটা পৰিৱৰ্তন আহিছিল। আগতে তেওঁ মাত্ৰ আৱেগ-অনুভূতিৰেহে জাতীয় সংগ্ৰামৰ লগত জড়িত হৈছিল,– এতিয়া তেওঁ সক্ৰিয় সহকৰ্মী হিচাপে– এজন থিয়েটাৰৰ শিল্পীৰ ৰূপত কৰ্মব্যস্ত হৈ পৰিল। কলা-সংস্কৃতি আৰু ৰাজনীতিৰ মাজত তেওঁ আগতে যি ভেদৰেখা টানিছিল– সেয়া সমূলি নাইকিয়া হৈ গ'ল আৰু তেওঁ বিশ্বাস কৰিবলৈ ধৰিলে যে সাংস্কৃতিক আৰু ৰাজনৈতিক– এই দুই কৰ্মপদ্ধতিক একত্ৰিত তথা সমন্বিত কৰা উচিত। আই. পি. টি. এ. আছিল সামাজিক দায়বদ্ধতাৰে দায়িত্বসম্পন্ন নাট্য আন্দোলন। ইয়াৰ লক্ষ্য আছিল–

আগ্ৰহহীন বস্তুনিষ্ঠ দৰ্শকৰ দৃষ্টিৰে নহয় বৰং সহকৰ্মী হিচাপে সমাজৰ বাস্তৱতাক বিস্তৃত তথা হুবহু ভাবেৰে নিবেদন কৰা। কলা-সংস্কৃতি নিৰপেক্ষতাৰ দৃষ্টিৰে সৃষ্টি নহয়, অতি আগ্ৰহেৰে তথা গভীৰভাৱে নিজকে জড়িত কৰাৰ দৃষ্টিৰেহে হয়। সেয়েহে চল্লিছৰ দশকত ভাৰতীয় থিয়েটাৰৰ প্ৰগতিত আই. পি. টি. এ.ই এটা অবিস্মৰণীয় প্ৰভাৱ পেলাব পাৰিছিল। আমি যিসকলে আই. পি. টি. এ.ৰ অনুষ্ঠানবোৰ দেখিছিলোঁ বা তাত সহযোগ কৰিছিলোঁ, সেই স্মৃতিবোৰ এক ধৰণৰ গৌৰৱেৰে অনুভৱ নকৰাকৈ থাকিব নোৱাৰো। ইয়াৰ শাখা প্ৰত্যেক ভাষা–ভাষী অঞ্চলতে গঢ় লৈ উঠিছিল। বঙালীতে তেওঁলোকে আধুনিক বিষয়বস্তুৰ ওপৰত যাত্ৰা বা ছায়া-নাটিকা নাইবা বঙ্গদেশীয় ঐতিহ্যৰ শ্ৰেষ্ঠ নাটক নিবেদন কৰিবলৈ লৈছিল ; আন বহু ৰাজ্যত নৃত্য আৰু গীতৰ পয়োভৰ নিবেদিত হৈছিল, মহাৰাষ্ট্ৰ শাখাই 'পাৱাৰা' মঞ্চস্থ কৰিছিল, আনহাতে উত্তৰ প্ৰদেশৰ শিল্পীয়ে নিবেদন কৰিছিল 'নৌটঙ্কী'। আন্দোলনটোৱে লোক-সংস্কৃতিক পুনৰ্জীৱীত কৰিছিল, লগতে নতুন নতুন নিবেদনশৈলী উদ্ভৱ কৰিছিল। তদুপৰি, পাশ্চাত্য দেশৰ কিছুমান নাটক অভিযোজনা কৰি মঞ্চস্থ কৰা হৈছিল, যেনে– গ'গ'লৰ 'ইন্সপেক্টৰ জেনেৰেল', জে. বি. প্ৰীষ্টলীৰ 'দে কেম্ টু এচিণ্টি' আৰু 'ইন্সপেক্টৰ কলছ' ইত্যাদি বহুতো। আই. পি. টি. এ.ই শিল্পীসকলক সমাজৰ ওচৰ চপোৱাত বিশেষ ভূমিকা লৈছিল, আৰু তেনেদৰে প্ৰগতিশীল শক্তিৰ সপক্ষে সংগ্ৰামত যোগ দিবলৈ উদ্বুদ্ধ কৰিছিল। নাটকীয় প্ৰক্ৰিয়া অকল উচ্চ শিক্ষিত তথা ব্যৱসায়ী মঞ্চতে আবদ্ধ হৈ থকা নাছিল। আই. পি. টি. এ.ৰ মঞ্চই বলৰাজক সেই সহযোগ তথা নিবিড়ভাৱে জড়িত হোৱা মানসিকতা দান কৰিছিল,– যিটো আগতে তেওঁৰ নাছিল। গতিকে আচৰিত হ'বলগীয়া কথা নহয় যে, মাছে পানী পালে যিদৰে আপোন পাহৰা হয়, বলৰাজো এই বিষয়ত আত্মহাৰা হৈছিল।

নক'লেও হ'ব যে, সেইবাৰ ককাইদেউক ঘৰলৈ উভতি আহিবলৈ উপদেশ বা ধৰামেলা কৰাৰ কথা দূৰৈত, ময়ো যেন একে পথৰ পথিক হৈ পৰিছিলোঁ আৰু ৰাৱালপিণ্ডিলৈ আহোতে 'জুবেইদা' নাটকৰ প্ৰতিলিপি এটা জেপত লৈ উভতিছিলোঁ।

সাম্প্ৰদায়িক গণ্ডগোলৰ সময়ত আই. পি. টি. এ.ই উত্তেজনাপূৰ্ণ অঞ্চলবোৰত সাম্প্ৰদায়িক ঐক্য-সংহতিমূলক অনুষ্ঠান নিবেদন কৰি ফুৰিছিল। দেশ বিভাজনৰ আগমুহূৰ্তত আৰু পিচত, সংঘৰ্ষপীড়িত বোম্বেৰ অঞ্চলবোৰত আৰু আন নগৰ-মহানগৰতো আব্বাছৰ 'ম্যয় কোন হু?' আদি নাটক বহুবাৰ মঞ্চস্থ কৰা হৈছিল– আৰু কেতিয়াবা কেতিয়াবা আতিশয় সঙ্কটৰ মাজতো প্ৰেম ধাৱান, শঙ্কৰ শৈলেন্দ্ৰ, অমৰ ছেখ, আন্নাভাই ছাথে, গাৱাঙ্কৰ আদিৰদ্বাৰা সাময়িক বিষয়ৰ ওপৰত ৰচনা

আৰু সুৰ দিয়া গীতবোৰ সঙ্গীত শাখাই গাই ফুৰিছিল। আন এটা আমোদজনক কথা আছিল যে গ্ৰাণ্টৰোডৰ 'দেওধৰ হ্‌ল'ৰ আখৰা কৰি যোৱাৰ সময়ত 'ছুবাৰবান' ট্ৰেইনেৰে শিল্পীসকলে বিভিন্ন ঠাইৰ বাসভৱনলৈ যোৱা পৰত, সমবেত কণ্ঠেৰে গীতবোৰ গাইছিল। কেতিয়াবা কেতিয়াবা তেওঁলোকক ঘেৰি জনসমাবেশ হৈছিল আৰু গোটেই কোঠাটোত সেইবোৰ দেশপ্ৰেমমূলক প্ৰগতিবাদী ভাবৰ গীতৰ প্ৰতিধ্বনিৰ লহৰ উঠিছিল।

এই ধৰণৰ কামবোৰে বলৰাজক বন্দী কৰি পেলাইছিল আৰু প্ৰকৃততে তেওঁ আই. পি. টি. এ.ৰ সৰ্বক্ষণৰ শিল্পী তথা কৰ্মী হৈ পৰিছিল ; চেতনৰ দল প্ৰায় আঁতৰি গৈছিল আৰু কিছুদিন পিচত বলৰাজ আৰু দময়ন্তীয়ে বান্দাৰ 'ফ্লেট'টো এৰি জুহুত 'থিওছ'ফিকেল ক'লনী'ৰ এটি সৰু বঙলা ভাৰাত লৈছিলগৈ। দময়ন্তীয়ে মঞ্চ আৰু কথাছবিত অভিনয় কৰিবলৈ লৈছিল। তেৰোঁ আই. পি. টি. এ.ৰ আগ্ৰহী আৰু ভাল শিল্পী আছিল ; তদুপৰি বলৰাজতকৈ আগৰেপৰাই মাৰ্ক্সীয় আদৰ্শত দীক্ষিত হৈছিল বুলিব পাৰি। তেওঁ বোম্বেত পৃথ্বী থিয়েটাৰত মাহিলী চাৰিশ টকা দৰমহাত যোগ দিছিল। ভাৰতীয় চলচ্চিত্ৰ জগতৰ সুবিখ্যাত অভিনেতা পৃথ্বীৰাজে তেতিয়া অৰ্দ্ধ-ব্যৱসায়ী ধৰণৰ থিয়েটাৰ আৰম্ভ কৰিছিল আৰু অপেৰা হাউছত প্ৰগতিশীল জাতীয় ভাবৰ বিষয়ৰ ওপৰত লিখা নাটক মঞ্চস্থ কৰিবলৈ লৈছিল। তেওঁ নিযুক্তি দিয়া শিল্পীসকলৰ ভিতৰত আন্যতম দময়ন্তীও আছিল, আৰু তেওঁৰ কিছুমান নাটকৰ অভিনয় বিশেষকৈ 'দীৱাৰ'ত কৰা অভিনয় বহু দিনলৈ দৰ্শকৰ মনত সজীৱিত হৈ আছিল। তেওঁ আই. পি. টি. এ.ৰ বিখ্যাত কথাছবি 'ধৰতীকে লাল'তো অভিনয় কৰিছিল আৰু 'হলচুল', 'দূৰচলে', 'গুড়িয়া' আদি বহুতো কথাছবিৰ ভাওৰ বাবে মনোনীত হৈছিল। তেওঁ কথাছবি অভিনয়ত কৃতিত্ব দেখুৱাইছিল আৰু সেয়ে তেওঁৰ ভৱিষ্যত উজ্জ্বলতৰ হৈ উঠিছিল।

ইংলণ্ডৰপৰা উভতি অহাৰ পিচত বলৰাজৰপৰা দেউতাই যি আশা কৰিছিল, এই কামবোৰ তাৰ সম্পূৰ্ণ বিপৰীত। বলৰাজে যে এনে জীৱিকা যাক প্ৰকৃততে জীৱিকা বুলিবই নোৱাৰি অৱলম্বন কৰিব ; আনহাতে তেওঁৰ পত্নীয়েও পৰিয়ালৰ কাৰণে অৰ্জন কৰিব লাগিব তাকো মঞ্চ তথা কথাছবিত অভিনয় কৰি ; এইবোৰ কথাকাণ্ড মান ল'বলৈ তেওঁৰ কাৰণে অতি কষ্টকৰ হৈছিল। সেয়ে তেওঁৰ ঔচিত্যবোধ তথা গভীৰ নৈতিক বিশ্বাসৰ ওপৰত আঘাত কৰিছিল। আৰু সেইবাবেই, এদিন তেওঁ নিজে চকুৰে চাবলৈ বোম্বেত উপস্থিত হৈছিলগৈ।

সেইখিনি সময়ত আই. পি. টি. এ.ৰ কেন্দ্ৰীয় সন্থাই আন্ধেৰীত এটা আহল-বহল চোতাল থকা ঘৰ ভাৰাত লৈছিল। সেই চোতালৰ ডাঙৰ বটগছ এজোপাৰ তলত এখন মাটিৰে ওখ কৰি লোৱা মঞ্চ আছিল ; তাতেই আখৰাৰ মঞ্চ হিচাপে ব্যৱহাৰ

কৰা হৈছিল। কেতিয়াবা কেতিয়াবা নিমন্ত্ৰিত দৰ্শকৰ কাৰণে তাতে নাট আদি মঞ্চস্থ কৰা হৈছিল।

তেনে এটা বিচিত্ৰানুষ্ঠান বিনয় ৰায়ৰ নেতৃত্বত আই. পি. টি. এ.ৰ সাংস্কৃতিক শাখাৰদ্বাৰা নিবেদন কৰা হৈছিল ; তাত গীত, নৃত্যৰ উপৰি দুখনমান সৰু নাটিকা দেখুওৱা হৈছিল। বলৰাজে দেউতাক সেই বিচিত্ৰানুষ্ঠানখনলৈ লৈ গৈছিল আৰু ওচৰতে বহি শেষলৈকে চাইছিল। দেউতাই অতি আগ্ৰহেৰে আৰু অনুসন্ধিৎসু মনেৰে গীত আৰু আন অনুষ্ঠানবোৰ চাইছিল। অনুষ্ঠানসমূহ আগবঢ়োৱাৰ লগে লগে তেওঁৰ আগ্ৰহো যেন বাঢ়ি গৈছিল। সংগ্ৰাম আৰু ত্যাগৰ ভাবেৰে ৰচিত দেশপ্ৰেমূলক গীতবোৰ দেউতাক ইমান গভীৰভাৱে অভিভূত কৰিছিল যে, অনুষ্ঠানৰ শেষত তেওঁ বলৰাজক আকোৱালি ধৰি কৈছিল, "যদি তুমি এইবিলাকে কৰি আছা, তেনেহ'লে মোৰ অভিযোগ কৰিবলগীয়া একো নাই।"

1947 চনৰ ঊনত্ৰিছ এপ্ৰিল তাৰিখে হঠাতে দময়ন্তীৰ মৃত্যু হয়। কেইমাহমান আগতে গাঁও অঞ্চলত 'ধৰতীকে লাল'ৰ দৃশ্যগ্ৰহণ কৰা সময়ত, সম্ভৱতঃ তেওঁ আৰু আন দলৰ লোকসকলে খালৰ পানী খোৱা কাৰণেই হয়তো দময়ন্তীয়ে 'এমিটিন ইন্‌জেক্‌চন্' আৱশ্যকতকৈ বেছিকৈ দিয়াৰ ফলত আৰু দাম্মোৰো অত্যাধিক শাৰীৰিক পৰিশ্ৰমৰ কাৰণে, হঠাতে তেওঁৰ জীৱনৰ অৱসান ঘটিল।

বলৰাজৰ কাৰণে এইটো এটা মাৰাত্মক আঘাত আছিল। মাত্ৰ ২৮ বছৰ বয়সত ভৰযৌৱন কালত দাম্মোৰ মৃত্যুৱে বলৰাজৰ জীৱনৰ মেৰুদণ্ড ভাঙি পেলোৱা যেন কৰিছিল। তেওঁৰ কাৰণে দাম্মো আছিল এগৰাকী নিষ্ঠাৱতী পত্নী আৰু অতিশয় প্ৰতিভাময়ী জীৱনসঙ্গিনী।

বিগত তিনি বছৰকাল তেওঁলোকে একেলগে এইবোৰ কাৰ্য্যক্ৰম সমান আগ্ৰহ তথা নিঃস্বাৰ্থভাৱেৰে অনুধাৱন কৰি আহিছিল আৰু সেয়ে তেওঁলোক দুয়োকে অকল পৰস্পৰৰ ওচৰ চপাই অনাই নহয়– তেওঁলোকৰ বিবাহিত জীৱনকো সম্পূৰ্ণ তথা সুখী কৰি তুলিছিল।

বলৰাজে হঠাতে নিজকে এটা শূন্যতাত পতিত হোৱা যেন অনুভৱ কৰিলে। কিন্তু তেওঁ এই ক্ষতি সাহস আৰু ধৈৰ্য্যেৰে সহ্য কৰিলে। এই ক্ষেত্ৰত তেওঁক আটাইতকৈ বেছি সহায় কৰিছিল নিজকে অৰ্পণ কৰি দিয়া মানসিকতাই, যিটো শিল্পী হিচাপে অন্তৰেৰে সৈতে তেওঁ জীৱনত সাদৰি লৈছিল। বহু সময়ত তেওঁ নিশা শোৱাপাটি এৰি সাগৰ পাৰলৈ গৈ দেশপ্ৰেমমূলক গীতবোৰ গায় আৰু তেনেদৰে নিজৰ মনলৈ শক্তি তথা সাহস অনাৰ প্ৰয়াস কৰে। তদুপৰি, মনৰ শান্তি আৰু শক্তি আহৰণৰ বাবে তেওঁৰ কামবোৰত অধিক গভীৰভাৱে নিজকে নিমগ্ন কৰিবলৈ ধৰিলে।

1947 চনৰ আগষ্ট মাহত দেশ স্বাধীন হ'ল আৰু তাৰ লগতে হ'ল দেশ-বিভাজন। গোটেই পৰিবেশ নানান প্ৰকাৰৰ অস্থিৰ-উত্তেজনাৰে ভৰি পৰিল। দেশখন সাম্প্ৰদায়িক ঘৃণাই আবৰি পেলালে, বহু নগৰ তথা গাঁও অগ্নিত ভস্মীভূত হ'ল, উন্মত্ততাৰ ফলত অকৰ্থনীয় নিৰ্যাতন তথা ৰক্তপাত হ'ল। আনহাতে, অৱশেষত দীৰ্ঘকালৰ মূৰত দেশখন স্বাধীন হোৱা কাৰণে এটা আনন্দৰ ভাবো দেখা গ'ল। আমাৰ নিজৰ জিলা ৰাৱালপিণ্ডিত সাম্প্ৰদায়িক সংঘৰ্ষ হৈছিল আৰু দুশৰো বেছি গাঁও মাটিত মিহলি হৈ গৈছিল। আনন্দ, উদ্বেগ, ভয়– সকলো একেলগে উথলি উঠিছিল। পাকিস্তানৰপৰা আশ্ৰয়প্ৰাৰ্থীৰ সোঁত আৰম্ভ হৈছিল। দেশবিভাজনৰ সময়ত বলৰাজ আছিল বোম্বেত। তেওঁৰ দুয়োটা শিশু শ্ৰীনগৰত আমাৰ আইৰ লগত আছিল। আনহাতে দেউতা অকলে ৰাৱালপিণ্ডিত আছিল। যাতায়াত কৰা কঠিন হৈছিল, যান-বাহনৰ সা-সুবিধাত বিপৰ্য্যয় ঘটিছিল। কিছুদিন পিচতে জনজাতীয়সকলে কাশ্মীৰ আক্ৰমণ কৰাত পৰিস্থিতি অধিক জটিল হৈ পৰিছিল। দময়ন্তীৰ হঠাতে মৃত্যু ঘটাত আৰু দেশবিভাজনৰ ফলত দেউতাৰ ব্যৱসায়িক ক্ষতিৰ কাৰণে ঘৰৰ আৰ্থিক পৰিস্থিতিৰে যথেষ্ট পৰিৱৰ্তন ঘটিল।

বলৰাজৰ জীৱনত এটি নতুন অধ্যায়ৰ সূচনা হ'ল। পিচৰ কেইবছৰ তেওঁ আগতে কেতিয়াও সন্মুখীন নোহোৱা অধিক জটিল, বৃহৎ সংগ্ৰামৰ চাকনৈয়াত নিজক আৱিষ্কাৰ কৰিবলগীয়া হ'ল।

## ছয়

# চলচ্চিত্ৰ জগতত

1944 চনত বোম্বেত উপস্থিত হৈ, বলৰাজে গম পাইছিল যে চেতনৰ কথাছবিখনৰ নিৰ্মাণকাৰ্য্য আৰ্থিক অসুবিধাৰ কাৰণে পলম হৈ আছে, ভয় হৈছে যে অনিৰ্দিষ্ট কাললৈ সেয়া স্থগিত থাকিব পাৰে, আনকি প্ৰচেষ্টাটো বাদ দিয়া হ'বও পাৰে। চেতনে বিত্তসংগ্ৰহৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছে যদিও, অতিক্ৰম কৰিব নোৱাৰা সঙ্কটৰ সন্মুখীন হৈছে। হঠাতে বলৰাজে এখন আচহুৱা, অপৰিচিত ঠাইত অকলশৰীয়া অনুভৱ কৰিলে আৰু নিজকে নিজে ৰক্ষণাবেক্ষণ দিব লগীয়াত পৰিল। কথাছবিৰ অভিনেতা হোৱাৰ সপোন দেখাটো এটা কথা, আনহাতে উক্ত ব্যৱসায়ত খোপনি পোৱাটো সুকীয়া কথা। আৰ্থিক দিশেৰেও, বলৰাজৰ অৱস্থা স্বচ্ছল নাছিল। তেওঁ বি. বি. চি.ত চাকৰি কৰোঁতে জমোৱা টকা আনিছিল যদিও, সেয়া যথেষ্ট নাছিল। তদুপৰি দেউতাকৰপৰা টকা খুজিবলৈ তেওঁ বিচৰা নাছিল ; কাৰণ তেওঁ অনুভৱ কৰিছিল যে বেপৰোৱা হিচাপে বোম্বেলৈ আহি তেওঁ দেউতাকক বিৰক্ত কৰিছিল। আনহাতে তেওঁৰ লগত আছিল পত্নিয়াল মাত্ৰ এবছৰীয়া শৰনাম আৰু পাঁচবছৰীয়া পৰীক্ষিত। নিজৰেই আৰ্থিক অৱস্থা বা সা-সুবিধা সীমিত থকা সত্ত্বেও চেতনে প্ৰকৃত বন্ধু হিচাপে বলৰাজক এৰা দিয়া নাছিল, আৰু জনাশুনা লোকসকলৰ লগত বলৰাজক পৰিচয় কৰাই দিছিল। কিন্তু মূলতঃ বলৰাজে নিজে সঙ্কটৰ সন্মুখীন হ'বলগীয়া হৈছিল আৰু ফলত তেওঁৰ কাৰণে এটা সংগ্ৰামৰ কাল আৰম্ভ হৈছিল।

তেওঁ চলচ্চিত্ৰ-জীৱন আৰম্ভ কৰিবলগীয়া হৈছিল কিছুমান অসুবিধাৰ মাজেৰে, আটাইতকৈ ডাঙৰ অসুবিধা আছিল যে ইতিমধ্যে তেওঁৰ বয়স ৩৪ বছৰ হৈছিল আৰু সেয়ে এনে বয়সত মেটিনী দৰ্শকৰ জনপ্ৰিয় নায়ক হোৱাৰ আশা কৰিব পৰাটো সম্ভৱ নাছিল। বোম্বেত থকা সময়ত তেওঁৰ স্বাস্থ্যৰো অৱনতি ঘটিছিল আৰু অচিৰেই তেওঁক ক্লান্ত তথা অৱসন্ন যেন লাগিছিল। তদুপৰি, আৰ্থিক সমস্যা আছিলেই আৰু সেয়ে তেওঁ নিজেই কৈছিল যে– "সীমিত বিত্তেৰে বা সংযোগ নথকাকৈ কথাছবিত যোগ দিয়াৰ আকাঙ্ক্ষা কৰোতাৰ বাবে বোম্বে উপযোগী নগৰ নহয়।"

"যি অলপ পা-পইচা মই ইংলণ্ডৰপৰা আনিছিলোঁ, সেয়াও ক্ৰমে শেষ হৈ আহিছে। দেউতাৰপৰা টকা অনাৰ মই পক্ষপাতী নহওঁ।" কেইবছৰমানৰ পিচত এখন চিঠিত নিজৰ চলচ্চিত্ৰ-জীৱনৰ ৰোমন্থন কৰি এইদৰে লিখিছিল–

"মোৰ শাৰীৰিক অৱনতিৰ কাৰণ আছিল– আৰ্থিক দুশ্চিন্তা আৰু অনিয়মীয়া জীৱন-

যাত্ৰা। সেই কালছোৱাত অলপ পইচাও পাবলৈ মই কিযে কৰা নাছিলোঁ। ট্ৰেডাৰছ বেঙ্কৰ এটা শাখাৰ মেনেজাৰ এজন মোৰ পুৰণি সহপাঠী আছিল। মাজে–সময়ে তেওঁ বেঙ্কৰপৰা অলপ অচৰপ টকাৰ ঋণ দিছিল ; এসময়তো মোৰ নামত দুহেজাৰ টকা 'ওভাৰড্ৰাফ্‌ট্' হৈছিলগৈ। হঠাতে, সেই বন্ধু গৰাকীয়ে বদলীৰ হুকুম পায়। তেওঁ এমাহৰ ভিতৰতে যাব লাগিব আৰু তেওঁ যোৱাৰ আগতে ঋণখিনি পৰিশোধ কৰাটো মোৰ নৈতিক কৰ্তব্য আছিল। এই কৰ্তব্যটো কৰিবৰ কাৰণে মই কৰা চেষ্টা হাতৰ নখেৰে নাদ এটা খনাৰ প্ৰয়াসৰ দৰে আছিল। কেইটামান ৰেডিঅ' অনুষ্ঠানত অংশ লোৱা আৰু অনুবাদৰ কাম কৰাৰ বাহিৰে মই একো কৰিব পৰা নাছিলোঁ। এইবোৰ কামৰপৰা কিমান পইচাই বা আশা কৰিব পাৰোঁ?"

তেওঁ ভৰনানীক লগ পাইছিল। ভৰনানী এবাৰ কাশ্মীৰলৈ আহোঁতে আমাৰ ঘৰত আছিল আৰু সেই সময়ত বলৰাজক এটা ভাও দিবলৈও পাচিছিল। এতিয়া বোম্বেত ভৰনানীয়ে তেওঁক নৈশ আহাৰৰ কাৰণে মাতিছিল যদিও, এবাৰলৈও কথাছবিৰ বিষয়ে উল্লেখ কৰা নাছিল। মাত্ৰ কৈছিল যে বলৰাজৰ অৱয়ৱৰ গেৰী কুপাৰৰ লগত সাদৃশ্য আছে, বলৰাজে এই মন্তব্য প্ৰশংসা যেন অনুভৱ কৰিছিল,– কিন্তু তাৰে বুজোৱা হৈছিল যে ভাৰতীয় কথাছবিৰ নায়কৰ ভাওৰ কাৰণে বলৰাজ বেছি খীনমীন– যিহেতু ভাৰতীয় দৰ্শকে লোদোৰ-পোদোৰ দেহা আৰু ঘূৰণীয়া মুখৰ নায়কহে বিচাৰে। যোগ্যতাৰ প্ৰমাণপত্ৰ, আশ্বাস, প্ৰতিশ্ৰুতি আদিৰ ক্ষেত্ৰতো তেওঁৰ একে ধৰণৰ তিক্ত অভিজ্ঞতা লাভ হ'ল। তাহানিৰ দিনবোৰত কথাছবি উদ্যোগত খোপনি পোৱাটো তেওঁৰ বাবে সহজ নাছিল।

কেইবছৰমান পিচত বলৰাজে লিখিছিল যে, "কথাছবিত এটা ভাও বিচৰাৰ বাবে দিনটোত অলেখবাৰ প্ৰযোজকৰ অফিচে অফিচে আৰু ষ্টুডিঅ'বোৰৰ চিৰি বগাই ফুৰিও কাৰোপৰা কিবা নিশ্চিত উত্তৰ পোৱা নেযায়।'

বলৰাজৰ দুৰৱস্থাৰ কথা জানিব পাৰি, চেতনে তৎপৰতাৰে সুবিখ্যাত প্ৰযোজক-পৰিচালক ফণী মজুমদাৰক অনুৰোধ কৰিছিল যাতে বলৰাজক দুই-এখন কথাছবিত অভিনয়ৰ সুযোগ দিয়ে। ফণী মজুমদাৰৰ হাতত তেতিয়া 'জাষ্টিচ্' নামৰ ছবিখনৰ কাম আছিল আৰু তেওঁ বলৰাজক তাতে লগাই চালে।

কথাছবি জগতত বলৰাজৰ প্ৰথম অভিজ্ঞতা স্মৰণীয় ধৰণৰ হৈছিল। 'এক্সট্ৰা' (সৰু সুৱা ভাওৰ কাৰণে নিৰ্দিষ্ট ভাওৰীয়া) সকলৰ প্ৰসাধন কৰা কোঠাটোলৈ বলৰাজক ৰং-পাউডাৰ আদি ঘহিবলৈ পঠিওৱা হৈছিল। তেওঁৰ ভাষাতে ক'বলৈ হ'লে–

"মোক এটা ডাঙৰ কোঠালৈ লৈ যোৱা হৈছিল, য'ত বহুতো লোক বহি আছিল আৰু প্ৰসাধন কৰোৱাত ব্যস্ত আছিল। মই জনা নাছিলোঁ যে সেইসকল 'এক্সট্ৰা'।

অৱশ্যে মই জনাহেঁতেনো বিশেষ একো পাৰ্থক্য নহ'লহেঁতেন, কাৰণ তেতিয়ালৈ 'এক্সট্ৰা'নো কি মই জনা নাছিলোঁ।... ততালিকে মই তেওঁলোকৰ লগত কথা–বতৰা পাতিবলৈ ধৰিলোঁ। তেওঁলোকে তেওঁলোকৰ আটাইতকৈ সুন্দৰ সাজপাৰ পিন্ধি আহিছে, কাৰণ তেওঁলোকে এটা 'টি-পাৰ্টি'ৰ (চাহ মেল) দৃশ্যত ওলাব লাগিব। মই কিছুদিন আগতেহে ইংলণ্ডৰপৰা অহা কথা জানিব পাৰি, তেওঁলোকে মোক সমীহ কৰি সসন্মানেৰে ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ লগত কথা–বতৰা পাতি গম পালোঁ যে তেওঁলোক সাধাৰণ মানুহ নহয়। এজনে ক'লে যে নগৰত তেওঁৰ চাৰিখন 'ফাৰ্ণিচাৰ'ৰ দোকান আছে, কেবল চখতেই কেতিয়াবা কেতিয়াবা ষ্টুডিঅ'লৈ আহে, তেওঁ নিজেও এখন কথাছবি প্ৰযোজনাৰ কথা ভাবিছে আৰু তেওঁ মোক 'ভিলেইন' বা খলনায়কৰ ভাওত ল'ব– যিহেতু মোৰ মুখখন বোলে ঠিক ইংৰাজী কথাছবিৰ 'ভিলেইন'ৰ দৰে লাগে।"

"অকল তেৰেঁই নহয়, তাত বহি থকা প্ৰতিজনৰ মূৰত কোনোবা দিনা এখন কথাছবি নিৰ্মাণ কৰাৰ আঁচনি আছিল। প্ৰতিজনেই নিজে লিখা একোটা কাহিনীৰ কথা ভাবি আছে, প্ৰতিজনেই বিখ্যাত 'ফিল্ম-ষ্টাৰ'ৰ (কথাছবিৰ নায়ক-নায়িকা) লগত আন্তৰিক বন্ধুত্ব থকাৰ কথা ক'লে– তেনে দুই এগৰাকীয়ে তেওঁৰ কথাছবিত ভাও ল'বলৈ সন্মত হোৱা বুলি ক'লে.... তাৰে এজন আছলাম নামৰ পাঠানে নিৰহঙ্কাৰীভাৱে নিম্নস্বৰেৰে কথা কৈছিল। অলপ পিচতে তেওঁ ফণীদাৰ বিষয়ে বেয়াকৈ ক'বলৈ ধৰিলে। তেওঁ কৈছিল যে, আগৰ কথাছবিখনত ফণীদাই তেওঁক এটা তেনেই সৰু ভাও দিছিল, আৰু কৈছিল যে পিচৰ ছবিত এটা ডাঙৰ ভাও দিব আৰু তাৰ পিচৰখন কথাছবিত নায়কৰ চৰিত্ৰত অভিনয় কৰিবলৈ দিব। সেই প্ৰতিশ্ৰুতি মতে তেওঁক এইখন নিৰ্মীয়মান ছবিত একো কৰা নহ'ল। তাৰ পৰিৱৰ্তে, ইয়াত ওলমি থাকিবলগীয়া হৈছে আৰু এই 'এক্সট্ৰা'বোৰৰ কোঠাতহে দমাই থলে। এই কথা কৈ থাকোতে, আছলামৰ চকুত চকুপানী উপচি পৰিছিল। ততালিকে মোৰ মনত পৰিল যে ফণীদাই মোকো তেনেকুৱা প্ৰতিশ্ৰুতিয়েইতো দিছে।"

বলৰাজে সেই দিনটোৰ অভিজ্ঞতাৰ কথা বৰ্ণাই আৰু লিখিছে–

"ৰিহাৰ্ছেলৰ (আখৰা) সময়ত, মই অনুভৱ কৰিছিলোঁ– মোৰ কোৱাৰি দুটা শুকান চামৰাৰ দৰে জথৰ হৈছিল আৰু যেন কোনোমতে সহজ হ'ব পৰা নাছিলোঁ। মোৰ কথাবোৰো নিম্ন হৈছিল আৰু প্ৰায় নুশুনা হোৱা যেন লাগিছিল। মই ভাবিছিলোঁ মোৰ এনে অভিনয়ত ফণীদাই অসন্তুষ্টি প্ৰকাশ কৰিব ; কিন্তু তাৰ সলনি তেওঁ কৈ উঠিছিল "অতি সুন্দৰ 'শ্বট্'ঃ ও. কে"! আৰু কিছুমানে সেই কথা শুনি হাতচাপৰি মাৰিছিল আৰু সুহুৰিয়াইছিল। কিছুমানে আকৌ ওচৰ চাপি মোক কৰমৰ্দন কৰি ধন্যবাদ জনাইছিল কাৰণ কথাছবিখনত এইটো মোৰ প্ৰথম 'ক্লোজ আপ' আছিল। ফণীদাই

মোৰ হিচাপত 'ৰসগোল্লা' অনাই উপস্থিতসকলৰ মাজত বিলাই দিয়াইছিল। প্ৰত্যেকে মোৰ অভিনয়ৰ প্ৰশংসা কৰিছিল। মইহে বিবুধিত পৰা যেন হৈছিলোঁ। মই জানিছিলোঁ যে সেয়া মিছা প্ৰশংসা। কিন্তু কিয় বাৰু তেওঁলোক এনেদৰে মিছা প্ৰশংসাত অনুৰক্ত হৈছিল?"

"এইটোৱেই হ'ল কলা-প্ৰদৰ্শনৰ জগতৰ গোপন ৰহস্য, যিটো কথা বাহিৰৰ লোকে অতি ধীৰেহে বুজিবলৈ সক্ষম হ'বগৈ পাৰে।"

"এৰা, এয়া মিছা প্ৰশংসা। ষ্টুডিঅ'ৰ জগতখনত কোনেও কাকো সঁচাকথা নকয়। তেওঁলোকে মুখৰ আগত মাত্ৰ প্ৰশংসাহে কৰে আৰু পিঠি দিলেই পিচত কটু সমালোচনা কৰে। বাহিৰৰ লোকে সেয়া নীচতা বুলি ধৰিব। কিন্তু ভিতৰৰ সকলৰ কাৰণে সেয়া এটা বৃহৎ উদগনি। কথাছবি জগতত কোনেও মানসিক নিৰাপত্তা অনুভৱ নকৰে। সকলোৱে ঠগ-প্ৰৱঞ্চনাৰ মাজত বিচৰণ কৰে। প্ৰত্যেকে নিজৰ নিজৰ সপোনৰ বুৰ্বুৰণিৰ বৃত্তৰ মাজতে বৰ্তি থাকে। কোনেও আন এজনৰ সপোনৰ বুৰ্বুৰণি ভাঙি দিব নোখোজে। এয়ও এক ধৰণৰ পৰস্পৰৰ প্ৰতি জনোৱা সহানুভূতি। ধৰি লওক তাৰে এজনে যদি আগবাঢ়ি আহি মোক অকস্মাতে মোৰ অভিনয় কেনে লাগিছে সেই কথা ক'লেহেঁতেন, হয়তো মোৰ আত্মবিশ্বাস চূড়মাৰ হ'লহেঁতেন আৰু মই পিচদিনা কোনো কামকে হয়তো কৰিব নোৱাৰিলোহেঁতেন।"

"তাৰ পিচত তেওঁ কথাছবিখনৰ নায়িকা স্নেহলতাৰ লগত এটা শ্বট্ত (দৃশ্যৰ টুকুৰা) ওলাব লগীয়া হৈছিল। তেওঁ আকৌ 'নতুনকৈ লোৱা মানুহ'ৰ লগত 'আখৰা' কৰাত অসন্মতি জনালে। দৃশ্যাংশটোত তেওঁ মোৰ লগত কথা পাতিব কিন্তু মোলৈ নেচাই সকলো সময়তে কেমেৰাৰ পিনেহে চাই থাকিব। দৃশ্যাংশটো গ্ৰহণৰ সকলো-খিনি সময়তে, তেওঁ এনে এটা ভাব মোৰ মনত সৃষ্টি কৰাইছিল যেন মই কিবা অতি বেয়া ৰোগত ভুগি আছোঁ আৰু তেওঁ মোক দূৰত্ব এটাত ৰাখিবই লাগিব।"

এই অভিজ্ঞতাৰ বিষয়ে মনত পেলাই বলৰাজে লিখিছিল ঃ

"মই ভাবিছিলোঁ জগতত তথাকথিত 'উচ্চ' আৰু 'নীচ'ৰ কোনো দেৱাল নাই। কিযে ভুল ভাব মোৰ নাছিল! চলচ্চিত্ৰ উদ্যোগত, প্ৰতিটো পদক্ষেপতে দেৱাল আৰু দেৱাল। সমাজ জীৱনৰ আন আন ভাগত যদি সেই দেৱাল ইটা-বালিৰ, হিন্দী কথাছবি জগতৰ সেই দেৱাল শিলেৰে নিৰ্মিত।"

এনেদৰে তেওঁ মুভি-কেমেৰাৰ আগত প্ৰথম অভিজ্ঞতাৰ লগতে কথাছবি উদ্যোগৰ কল্পনাৰ জগততো প্ৰথম ভূমুকি মৰা হ'ল।

যেতিয়া ফণী মজুমদাৰৰ 'জাষ্টিচ' সম্পূৰ্ণ হৈছিল, কথাছবিখন ঘৰুৱাভাৱে হোৱা প্ৰদৰ্শনলৈ বলৰাজকো নিমন্ত্ৰণ কৰিছিল। "মই যেতিয়া ৰূপালী পৰ্দাত মোৰ 'ক্লোজ আপ' দেখিছিলোঁ, এনে ভাব হৈছিল যেন মোৰ মূৰৰ ওপৰত এটা গধূৰ শিলহে

পৰিছিলহি। মোৰ মুখমণ্ডল মৰাশৰ দৰে শেতা পৰিছিল। প্ৰসাধনে মোৰ মুখমণ্ডল অধিক কুশ্ৰী কৰা দেখিছিলোঁ। মই কেতিয়াও ভবা নাছিলোঁ। যে মোক ইমান বুঢ়ী দেখাব।”

ফণী মজুমদাৰে অৱশ্যে তেওঁৰ প্ৰতিশ্ৰুতি ৰাখিছিল আৰু তেওঁৰ পৰৱৰ্তী কথাছবি ‘দূৰ চলে’ত এটা আৱশ্যকীয় ভাল ভাও বলৰাজক দিছিল।

কথাছবিত ভাও পোৱাতকৈ ‘মুভিকেমেৰা’ৰ মুখামুখী হোৱাটোহে অধিক কঠিন কাম আছিল। বলৰাজৰ কিছু পৰিমাণে মঞ্চ অভিনয়ৰ অভিজ্ঞতা আছিল আৰু বি. বি. চি.ৰ ঘোষক হিচাপেও অতি আৱশ্যকীয় প্ৰশিক্ষণো আছিল। আনহাতে মাইক্ৰোফ’নৰ সমুখত যতি, লঘুগুৰু স্বৰনিক্ষেপণ আৰু শুদ্ধ উচ্চাৰণেৰে ‘সহজ বাস্তৱভঙ্গীৰ সংলাপ নিবেদন’ৰ বিষয়ে তেওঁ ইংলণ্ডত শিকিছিল ; আৰু সেয়া বলৰাজৰ কাৰণে সম্পাদশালী মূলধন যেন হৈছিল। তদুপৰি কথাছবি অভিনেতা হিচাপে বলৰাজৰ ক্ৰম গতিত বিশেষ সহায়ক হৈছিল ভাৰত আৰু ইংলণ্ডত দুয়ো দেশৰে বাস্তৱধৰ্মী মঞ্চাভিনয়ৰ লগত থকা ওতঃপ্ৰোতঃ সম্বন্ধৰ অভিজ্ঞতা। কাৰণ তেনে আদৰ্শৰ মঞ্চত প্ৰত্যেকটো চালচলন আৰু কথনভংগী বাস্তৱানুগ তথা স্বাভাৱিক হ’ব লাগে। এক কথাত, সেয়া পাৰ্ছী থিয়েটাৰৰ অত্যধিক হাত-ভৰিৰ চালনা, চকু চমকোৱা জাক-জমকতা তথা বক্তৃতাধৰ্মী উচ্চ-নিম্ন গ্ৰামৰ ছন্দোবদ্ধ সংলাপ নিবেদনৰ বিপৰীত-ধৰ্মী আছিল। কিন্তু তাৰবাবে তেতিয়াও উপযোগী সময় হোৱাগৈ নাছিল। সেয়ে কিছু বছৰলৈ হিন্দী কথাছবি জগতত খোপনি পুতিবলৈ আৰু কথাছবি-অভিনয়ৰ কৌশল আয়ত্ব কৰিবলৈ যথেষ্ট কঠিন আৰু কষ্টকৰ লাগিছিল।

“কেমেৰাৰ সমুখলৈ যোৱাটো মোৰ বাবে যেন ফাঁচী কাঠৰ সমুখলৈ যোৱা যেন অনুভৱ হৈছিল। মই নিজকে সহজ কৰিবলৈ যথেষ্ট চেষ্টা কৰিবলগীয়া হৈছিল। কেতিয়াবা কেতিয়াবা ৰিহাৰ্ছেলত হয়তো অতি সুন্দৰ হয়। প্ৰত্যেকে মোক উৎসাহ দিয়ে। কিন্তু ঠিক দৃশ্যগ্ৰহণৰ মাজত কিবা এটা আউল লাগে, আৰু মই অনুভৱ কৰোঁ যেন মোৰ প্ৰতিটো অঙ্গ জথৰ হৈ পৰিছে ; মোৰ জিভা কোচখাই পেটত সোমাইছে। ফলত, এটা এটাকৈ কেবাবাৰো দৃশ্যাংশটো ‘ৰিটেক্’ বা পুনৰ গ্ৰহণ কৰিবলগীয়া হয়। মই অনুভৱ কৰোঁ যেন মোক ঘেৰি থকা আটায়ে মোলৈ তীক্ষ্ণদৃষ্টিৰে চাইহে আছে। মই বৰকৈ চেষ্টা কৰোঁ সেইবোৰৰ কথা নেভাবিবলৈ, আনহাতে মোৰ ভাও তথা অভিনয়ত গভীৰভাৱে মনোনিবেশ কৰিবলৈ ; কিন্তু সকলোবোৰ কেমেৰাৰ চকুত অনুজ্জ্বল হৈ পৰে বা বৃত্তৰ বাহিৰ হৈ যায়, আৰু ফলত ভাব হয় যেন মোৰ বাবে চিৰদিনলৈ অভিনয় কলাৰ দুৱাৰবোৰ বন্ধ হৈ যায়।”

‘জাষ্টিচ’ৰ পিচত ফণী মজুমদাৰৰ লগত চুক্তিবদ্ধ হোৱা বলৰাজৰ দ্বিতীয়খন কথাছবি আছিল ‘দূৰ চলে’। ইয়াত এটা লাগতিয়াল পাৰ্শ্বচৰিত্ৰৰ অভিনয় কৰিবলগীয়া

হৈছিল, নায়ক আছিল কমল কাপুৰ আৰু নায়িকা নাছিম (সৰু)। দময়ন্তীকো কথাছবিখনত এটা দৰকাৰী ভাও দিয়া হৈছিল। এইখন কথাছবিৰ দৃশ্যগ্ৰহণৰ সময়ছোৱাতে বলৰাজ আই. পি. টি. এ.ৰ কাৰ্য্যক্ৰমনিকাৰ বৃত্তৰ মাজলৈ আকৰ্ষিত হৈছিল।

তাৰ পিছত বলৰাজে তেওঁৰ বেছিভাগ সময় আৰু কাম আই. পি. টি. এ.ৰ মাজতে নিবদ্ধ কৰিছিল। অৱশ্যে কথাছবি উদ্যোগতো তেওঁ সংগ্ৰাম চলাই আছিল। 'দূৰ চলে'ৰ পিছত জড়িত হৈছিল 'গুড়িয়া' নামৰ কথাছবিখনত ; এইখন কথাছবি ইবচেনৰ বিখ্যাত নাটক 'দি ডলছ্ হাউছ'ৰ ভেটিত কৰা হৈছিল, প্ৰযোজনা কৰিছিল ৰজনীকান্ত পাণ্ডেই আৰু পৰিচালক আছিল অচ্যুৎ ৰাও ৰাণাড়ে। মূল চৰিত্ৰ দুটিত নিয়োগ কৰা হৈছিল বলৰাজ আৰু দময়ন্তীক।

এই পৰিস্থিতি যথেষ্ট কাললৈ চলি আছিল। আন এখন কথাছবিৰ সন্দৰ্ভত এবছৰমান পিচত লিখোঁতে, বলৰাজে স্পষ্টভাৱে মন্তব্য দিছিল এনেদৰে–

"হামলোগ'ৰ দৃশ্যগ্ৰহণৰ সময়তো মই আত্মবিশ্বাস লাভ কৰা নাছিলোঁ। মোৰ বুকুৰ ওপৰত পাহাৰৰ দৰে– কেমেৰা-ভীতি তেতিয়াও অসহ্য যেন আছিল। আনোৱাৰ হুছেইনে মোৰ লগত অভিনয় কৰিছিল। তেওঁ অভিনয় কৰালৈ চাই, মোৰ নিজৰ ওপৰত থকা বিশ্বাস আঁতৰি গৈছিল আৰু মই যেন স্নায়ুৰ কাৰ্য্যকাৰিতা সমূলি হেৰুৱাই পেলাইছিলোঁ। দৃশ্যগ্ৰহণৰ কথা নকওৱেই, আনকি ৰিহাৰ্ছেলতো ঠিকমতে মই অভিনয় কৰিব পৰা নাছিলোঁ। মোৰ অৱস্থাৰ কথা এটা ঘটনাৰপৰা বুজিব পাৰি যে এবাৰ যেতিয়া মই ষ্টুডিঅ'ৰপৰা ওলাই মুকলি বতাহ ল'বলৈ এখন বেঞ্চত লেটি লৈছিলোঁ তেতিয়া মই পেণ্টতেই প্ৰস্ৰাৱ কৰি পেলাইছিলোঁ।"

এইখন কথাছবিৰ দৃশ্যগ্ৰহণৰ পূৰ্বেই, বলৰাজ আৰু দাম্মোৱে কে. এ. আব্বাছ ৰচিত আৰু পৰিচালিত আই. পি. টি. এৰ বিখ্যাত কথাছবি 'ধৰতীকে লাল'ত অভিনয় কৰাৰ অভিজ্ঞতা লাভ কৰিছিল। বলৰাজে ছবিখনৰ প্ৰযোজনাতো নিবিড়ভাৱে সংযুক্ত আছিল কাৰণে কথাছবি নিৰ্মাণৰ কাৰিকৰী দিশৰ বিষয়েও জানিবলৈ সুবিধা পাইছিল। বহুতো খুঁত থকা সত্ত্বেও 'ধৰতীকে লাল'এ এটা নতুন প্ৰৱাহৰ পাতনি মেলিছিল, যিটো পিচলৈ বিমল ৰয় আৰু সত্যজিত ৰায়ে ক্ৰমোন্নত কৰিছিল। কথাছবিখনত বলৰাজৰ স্বকীয় অভিনয়ো প্ৰশংসনীয় আছিল। তেওঁ লাহে লাহে কেমেৰাৰ আগত অনুভৱ কৰা জঠৰতা এৰাই আহিছিল, অৱশ্যে সেই কাম উজু নাছিল। তেওঁ চলচ্চিত্ৰ জগতৰ কঠুৱা বাস্তৱ পৰিস্থিতিৰ মুখামুখী হৈ থাকিল, আৰু সেই ক্ষেত্ৰত উত্থান-পতনৰ মাজেৰে আগবাঢ়ি থাকিল ;– এইবোৰ তেওঁক এহাতে অৱসন্ন আৰু হতাশ কৰি তুলিছিল যদিও, আনহাতে তেওঁ বাছি লোৱা ক্ষেত্ৰত সফলতা লাভৰ দৃঢ়তাও বাঢ়ি আহিছিল।

তেওঁ বাৰু কেনেকৈ তেওঁৰ জড়তা বা থৰঙা ভাব দূৰ কৰিছিল? তেওঁ নিজৰ মানসিক বল বৃদ্ধি কৰিবলৈ বিবিধ কৌশল অবলম্বন কৰিছিল। "এই মানুহবোৰে এটা কথা নেজানে। মই সিহঁতক ভাল অভিনয় কি সেয়া দেখুৱাম।"– ষ্টুডিঅ'ত ভিতৰি ভিতৰি মনলৈ অস্থিৰতাৰ ভাব আহিলে তেওঁ নিজকে এনেদৰে প্ৰবোধ দিছিল। এইটো আছিল এটা উপায়। আন এটা উপায় হিচাপে তেওঁ ষ্টুডিঅ'ত কাৰোপিনে চোৱা কথাটো মনলৈ নানিছিল আৰু কেমেৰাৰ সমুখত থিয় দি তেওঁ মন ভাল লগোৱা ধৰণৰ কথা ভাবিছিল– যেনে, তেওঁৰ এধানি ছোৱালীজনীৰ মুখখন, ফুলে ভৰা বাগিচা নাইবা ৰমনীয় প্ৰাকৃতিক দৃশ্যৰাজি– যিবোৰে তেওঁৰ মনটো সজীৱ আৰু আনন্দমুখৰ কৰি তুলিব পাৰিছিল। কেতিয়াবা আকৌ নিজৰ ওপৰতে যুক্তিবাদিতাৰে পুতৌৰ ভাব গঢ়ি লৈছিল– মানে এক ধৰণৰ অভিযোগ যিহেৰে আত্মবিশ্বাস জগাই তোলাৰ সম্ভাৱনা থাকে। তেওঁ দৃশ্যগ্ৰহণৰ পৰত আন আন অভিনেতাসকলৰ অভিনয় তন্ন তন্নকৈ নিৰীক্ষণ কৰিছিল আৰু 'স্বাভাৱিক অভিনয়'ৰ পদ্ধতি চিন্তা কৰি উদ্ভাৱন কৰাৰ চেষ্টা কৰিছিল।

'দূৰ চলে'ৰ দৃশ্যগ্ৰহণৰ কথা সুঁৱৰি বলৰাজে লিখিছিল–

"মই লক্ষ্য কৰিছিলোঁ যে দৃশ্যগ্ৰহণৰ আগলৈকে আগাই আমাৰ লগত স্বাভাৱিক অৰ্থাৎ বাস্তৱ ধৰণে কথা–বতৰা পাতি থাকে, কিন্তু যেতিয়াই কেমেৰাই দৃশ্যগ্ৰহণ আৰম্ভ কৰে তেওঁ অদ্ভুত ধৰণে চেৰাবলিয়া মানুহৰ দৰে আচৰণ কৰিবলৈ আৰম্ভ কৰে। তেওঁ সকলো ধৰণৰ হাঁহি উঠা অস্বাভাৱিক চাল-চলন দেখুৱায়। মই এনেবোৰ চাল-চলনক মূৰ্খালিৰ প্ৰদৰ্শন বুলি ভাবো। মই ভাবো যে আগাই অতি-অভিনয় কৰিছে, যিটো ভাৰতীয় কথাছবিৰ এটা বিশেষ ত্ৰুটি। কিন্তু যেতিয়া দৃশ্যটো লোৱা হৈ যায়, প্ৰতিজনে তেওঁৰ অভিনয়ত পঞ্চমুখ হৈ উঠে ; ইপিনে মোৰ পেটে পেটে খং উঠে। মই তেতিয়া ভাবো যে যথেষ্ট সংযমশীল আৰু স্বাভাৱিক অভিনয়ৰ বাবে মইহে প্ৰশংসা পোৱাৰ যোগ্য হ'ব লাগে....। যেতিয়া দৃশ্যগ্ৰহণ আৰম্ভ হয়, আগাই যেন ভাও দিয়া চৰিত্ৰত 'প্ৰৱেশ'হে কৰে আৰু দৃশ্যগ্ৰহণ সমাপ্ত হোৱাৰ লগে লগে, তাৰপৰা 'বাহিৰ হৈ' আহি পুনৰ আগৰ 'আগা'জন হৈ পৰে। এইবোৰৰ বিষয়ে আগতে মই পঢ়িছিলোঁ কিন্তু উপলব্ধি কৰিব পৰা নাছিলোঁ যে কেমেৰাৰ সমুখত মই যিবোৰ কৰি আছোঁ 'অভিনয়' বুলিবলৈ তাত যেন বিশেষ একো নাই।"

দিলীপ কুমাৰ আৰু নাৰ্গিছ অভিনীত ছবি 'হুলচুল'তো তেওঁ অভিনয় কৰিছিল; সেই কথাছবিখনৰ সন্দৰ্ভত বলৰাজে লিখিছিল–

"দৃশ্যগ্ৰহণৰ কেই ছেকেণ্ড মান আগলৈকো দিলীপ আৰু নাৰ্গিছে বহি ইটো সিটো কথা পাতি সময় কটায়। কিন্তু দৃশ্যগ্ৰহণ আৰম্ভ হোৱাৰ লগে লগে, তেওঁলোকে নিজৰ নিজৰ ভাও বা চৰিত্ৰত 'প্ৰৱেশ' কৰে, আনহাতে মই মোৰ ভাওৰ 'বাহিৰত' থাকি

যাও। ময়ো স্বাভাৱিক ধৰণে অভিনয় কৰাৰ চেষ্টা কৰোঁ; কিন্তু মই জনা নাছিলোঁ যে 'স্বাভাৱিক' হোৱা মানে অভিনেতা এজনে ভাওটোত 'প্ৰৱেশ' কৰিব লাগে— আৰু তেনেদৰেহে স্বাভাৱিক হ'ব লাগে। আৰু এই যে ভাও এটাত 'প্ৰৱেশ' কৰা, তাৰবাবে এটা মানসিক প্ৰক্ৰিয়াৰ আৱশ্যক। মই সেই মানসিক প্ৰক্ৰিয়াৰ বিষয়ে অজ্ঞাত অনভিজ্ঞ আছিলোঁ। সেয়েহে মই ভাবিছিলোঁ যে মই 'স্বাভাৱিক' ধৰণে অভিনয় কৰিছোঁ, আনহাতে দিলীপ আৰু নাৰ্গিছ সেই দৃষ্টিৰে 'অস্বাভাৱিক' আছিল। কিন্তু বাস্তৱক্ষেত্ৰত ঠিক ওলোটাটোহে আছিল।''

বলৰাজে আন অভিনেতাসকলৰ পৰামৰ্শ আৰু উপদেশ বিচাৰিছিল, যিটো গুণ অকল প্ৰকৃত শিল্পীৰহে থাকে। এবাৰ তেওঁ ডেভিডৰ লগত কথাছবি এখনত অভিনয় কৰিছিল ; তেতিয়া তেওঁ ডেভিডক সুধিছিল তেওঁ কেনেকৈ সংলাপবোৰ এনে ধুনীয়াকৈ মুখস্থ কৰে অথচ বলৰাজে সদায় পাহৰি থাকে। ডেভিডে মৰমেৰে বুজাই কৈছিল, ''এটা বাক্যৰ প্ৰতিটো শব্দৰ আঁৰত এটা 'ইমেজ' বা চিত্ৰকল্প থাকে। আন কথাত, যদি তুমি তোমাৰ কল্পনাত এটা বাক্য চিত্ৰকল্পেৰে চিন্তা কৰা তেনেহ'লে এলানি ক্ৰমিক চিত্ৰ তোমাৰ চকুৰ আগত ভাহি উঠে। তুমি কথা কৈ যোৱাৰ পৰত সেই ক্ৰমগতিৰ চিত্ৰৰাজিৰ ওপৰত মনটো যদি স্থিৰ কৰিব পাৰা, তেতিয়া তুমি সংলাপ বা বাক্যবোৰ নেপাহৰা।'' 'গুড়িয়া' শেষ হোৱাৰ কিছুদিন পিচতে 1947 চনৰ ঊনত্ৰিছ এপ্ৰিল তাৰিখে দময়ন্তীৰ মৃত্যু হয় ; আৰু বলৰাজৰ কাৰণে পৰিস্থিতি সম্পূৰ্ণ সলনি হয়।

তেওঁ 1944 চনৰ জহকালি বোম্বেলৈ আহিছিল। তিনিবছৰমানহে পাৰ হৈছিল মাত্ৰ। কিন্তু এই বছৰকেইটা অস্থিৰ কাৰ্যক্ৰমৰ মাজেৰে অতিবাহিত হৈছিল, সময়ত গভীৰ উৎসাহ-উদ্দীপনা তথা সামাজিক সংযোগেৰে বিভিন্ন অভিজ্ঞতাৰে সমৃদ্ধ হৈ আৰু সময়ত কৃচ্ছ্ৰতা, সংগ্ৰাম তথা চৰম দুখ-কষ্ট বেদনাৰে জৰ্জৰিত হৈছিল।

দময়ন্তীৰ মৃত্যুৰ পিচত বলৰাজ ৰাৱালপিণ্ডিলৈ গৈছিল আৰু তাৰপৰা নিজৰ শিশু দুটিক লৈ শ্ৰীনগৰলৈ গৈছিল। তেতিয়া দৃশ্যপটৰ সলনি হৈছিল। ৰাৱালপিণ্ডি ভয়াবহ সাম্প্ৰদায়িক সংঘৰ্ষৰ গ্ৰাসত পৰিছিল আৰু সেয়ে নিৰ্জন ভগ্নাৱশেষৰ কৰুণ ছবি যেন হৈ পৰিছিল। জিলাখনৰ দুশৰো বেছি গাঁও ভস্মীভূত হৈছিল, সেই গাঁওবোৰৰপৰা পলাই অহা অসহায় আশ্ৰয় প্ৰাৰ্থীৰে ৰাৱালপিণ্ডিৰ আলিবাটবোৰ ভৰি পৰিছিল, আৰু লাহে লাহে আশ্ৰয়প্ৰাৰ্থীৰ বিৰাট সমদলবোৰে পঞ্জাবৰ বিভিন্ন অংশৰপৰা অমৃতসৰ আৰু দিল্লী অভিমুখে গতি কৰিছিল। পঞ্জাবৰ বহুতো নগৰত জুই জ্বলিছিল। নীতিগতভাৱে পাকিস্তান গঠনৰ সিদ্ধান্ত লোৱা হৈছিল। মানুহবোৰ বিবুধিত পৰিছিল— তেওঁলোকে নিজৰ নিজৰ ঘৰত থাকিব পাৰিব নে সেইবোৰ এৰি যাব লাগিব।

শ্ৰীনগৰত উত্তেজনা বহুতো কম আছিল, কিন্তু এটা অনিশ্চয়তাৰ ভাব তাতো গঢ়

লৈ উঠিছিল।

বলৰাজৰ মানসিক অৱস্থাও ভাল নাছিল। দাম্মোৰ অভাৱৰ বাবে হোৱা দুখৰ লগতে সেই সন্দৰ্ভত নিজৰ অক্ষমতাৰ বাবেও অনুতাপৰ অনুভূতি হৈছিল। খোলাখুলিকৈ বলৰাজে সেইভাব ব্যক্ত কৰি লিখিছিল–

"তেওঁ (দাম্মোৱে) নিজৰ বাবে কেতিয়াও একো বিচৰা নাছিল। তেওঁ সাধাৰণ সাজপাৰ ছালৱাৰ-কামিজ পিন্ধিয়েই সন্তুষ্ট আছিল আৰু যলৈকে গৈছিল আনন্দমুখৰ কৰি তুলিছিল। যদিও তেওঁ উদীয়মান। কথাছবি অভিনেত্ৰী হিচাপে হেজাৰ হেজাৰ টকা অৰ্জন কৰিছিল, বেছিভাগ টকা-পইচা সমাজ কল্যাণৰ বিভিন্ন কামৰ বাবে দান কৰিছিল আৰু নিজে বাছেৰেহে আহ–যাহ কৰিছিল।

"সেই সময়ত মোৰ কৰ্তব্য আছিল তেওঁক সকলো ধৰণে সহায় কৰা, তেওঁৰ প্ৰতিভাক মূল্য দিয়া আৰু সাধাৰণ ঘৰুৱা কাম-কাজৰপৰা অব্যাহতি দিয়া। কিন্তু মোৰ ক্ষুদ্ৰতাৰ বাবে, মই যেন তেওঁৰ যশস্যা আৰু কৃতিত্বত ঈৰ্ষান্বিত হৈছিলোঁ। তেওঁ ষ্টুডিঅ'ৰপৰা ক্লান্ত হৈ ঘৰলৈ আহে আৰু মই তেতিয়া তেওঁক ঘৰুৱা কামত ব্যস্ত হ'বলৈ দিওঁ। মতা মানুহ হিচাপে মোৰ শ্ৰেষ্ঠত্ব স্থাপন কৰিবলৈকে, আই. পি. টি. এ.ৰ অনাৱশ্যক কামকাজো মূৰপাতি লওঁ। একো অভিযোগ নকৰি, দাম্মোৱে তেওঁৰ কাৰণে অত্যধিক বোজা হ'লেও সকলো কাম সামৰি লৈছিল। এতিয়া সেইবোৰ কথা মনত পৰিলে বৰ দুখ লাগে। দাম্মো যেনিবা এটি মূল্যৱান আপুৰুগীয়া মুকুতাহে আছিল ; আৰু সেই মূল্যৱান সম্পদ এজন অলায়ক ব্যক্তিৰ হাতত পৰিছিল– যিজনে সেই সম্পদৰ মূল্য উপলব্ধি কৰিব নোৱাৰিলে আৰু তাৰ বাবে কৃতজ্ঞতাবোধো যাৰ নাছিল।"

শ্ৰীনগৰত থকা সময়তে বলৰাজে খ্যাতিমান হিন্দীলেখক অমৃতলাল নাগৰৰ কাহিনীৰ ভেটিত নিৰ্মিত 'গুঞ্জন' নামৰে কথাছবি এখনত মূল চৰিত্ৰত অভিনয় কৰিবলৈ আমন্ত্ৰণ পাইছিল। সেয়ে 1947 চনৰ জুলাই মাহত, শ্ৰীনগৰত সন্ততি দুজনক লৈ, বলৰাজ বোম্বেলৈ উভতি গৈছিল।

কথাছবিখনত তেওঁক নলিনী জয়ন্ত আৰু ত্ৰিলোক কাপুৰৰ লগত অভিনয় কৰিবলৈ দিয়া হৈছিল। কথাছবিখন পৰিচালনা কৰিছিল নলিনী জয়ন্তৰ গিৰিয়েক বীৰেন্দ্ৰ দেশায়ে। বোম্বে পাই তেওঁ গম পালে যে তেওঁক ঠিক নায়কৰ ভাওত দিয়া নাই, কাহিনীটোত দুজন নায়ক আছে আৰু তেওঁক তাৰে এজনৰ ভাও দিয়া হৈছে।

কথাছবিখন সফল নহ'ল। আৰু এনেদৰে বলৰাজৰ আত্মবিশ্বাসৰ ওপৰত যেনিবা আৰু এটি মাধমাৰ পৰিল।

অভিনয়ত চৰিত্ৰ-নিবেদনৰ এটি মনস্তাত্ত্বিক দিশ আছে– যি বিষয়ে মই অজ্ঞ আছিলোঁ ; মই সেই কথা জনাৰ আৱশ্যকতাও নাছিল। প্ৰায়েই মই কেমেৰাৰ সমুখত

ভীষণ অস্বস্তিবোধ কৰিছিলোঁ আৰু মোৰ অঙ্গ-প্ৰত্যঙ্গবোৰ জঠৰ হোৱা যেন লাগিছিল। কিন্তু মোৰ মনোভাব আছিল এনে এজন ৰোগীৰ দৰে, যি কোনোবা এদিন নিজে নিজেই ভাল হোৱাৰ আশাৰে বেমাৰৰ কথা লুকুৱাই ৰাখে।

আই. পি. টি. এ.ৰ লগত বলৰাজৰ সংশ্ৰৱ অবাৰিতভাৱে চলি আছিল। কিন্তু এই সময়ত, কমিউনিষ্ট পাৰ্টিৰ পৰিস্থিতি নিৰ্ণয় তথা দলীয় দৃষ্টিভঙ্গীৰ দিশত এটা অভাৱনীয় পৰিৱৰ্তন আহিছিল। দলটোৱে নেহৰু চৰকাৰৰ বিপৰীতে সংঘৰ্ষত নীতি গ্ৰহণ কৰিছিল। এই নতুন নীতিয়ে আই. পি. টি. এ.ৰ পৰিচালনাত যথেষ্ট পৰিমাণে প্ৰভাৱ পেলাইছিল। যদিও আই. পি. টি. এ. কমিউনিষ্ট সংগঠন নাছিল, তথাপি ইয়াৰ সদস্যসকল বামপন্থী তথা বামপন্থী দৃষ্টিৰ গণতান্ত্ৰিক লেখক আৰু শিল্পী আছিল; তদুপৰি মূলতঃ কমিউনিষ্ট পাটিয়ে ইয়াৰ কাৰ্য্যক্ৰমণিকা পৰিচালনাত আগভাগ লৈ আহিছিল। আই. পি. টি. এ.ৰদ্বাৰা নিবেদিত অনুষ্ঠানসমূহত চৰকাৰৰ কামৰ বিষয়ে ক্ৰমে অধিক সমালোচনা কৰা হৈছিল, আৰু আনহাতে চৰকাৰৰ নীতিও তেওঁলোকৰ বাবে ক্ৰমে অধিক দমনমূলক হৈ আহিছিল। আই. পি. টি. এ.ৰ বহুতো পুৰণি কৰ্মীয়ে পৰিৱৰ্তিত দৃষ্টিভঙ্গীৰ বিৰোধিতা কৰিছিল আৰু ক্ৰমে ক্ৰমে ইয়াৰ কাৰ্য্যক্ৰমণিকাৰপৰা আঁতৰি গৈছিল। কৰ্মীসকলৰ কেন্দ্ৰীয় ব্যক্তি সকলো গোষ্ঠী সচেতন হৈছিল আৰু সংগঠনটোৰপৰা 'সোঁপন্থী সংস্কাৰবাদী' আখ্যা দি কিছুমান কৰ্মকৰ্তাক বৰ্খাস্ত কৰিবলৈকো পিচহুহকা নাছিল। আই. পি. টি. এৰ দলবোৰৰ শক্তি হ্ৰাস পাইছিল, আৰু তেওঁলোকে ৰাইজৰ আগত অনুষ্ঠান নিবেদন কৰাতো অসুবিধাত পৰিছিল, কাৰণ পুলিচে সকলো সময়তে তেওঁলোকক পদে পদে অনুসৰণ কৰি ফুৰিছিল। বলৰাজে অৱশ্যে 1949 চনত গ্ৰেপ্তাৰ নোহোৱালৈকে আই. পি. টি. এ.ৰ কাৰ্য্যক্ৰমৰ লগত নিবিড়ভাৱে সংযুক্ত হৈ আছিল।

1949 চনৰ মাৰ্চ মাহত, দাম্মোৰ মৃত্যুৰ প্ৰায় দুবছৰ পিচত বলৰাজে আমাৰ ভাগিনছোৱালী সন্তোষক বিয়া কৰায়। তেওঁৰ অকলশৰীয়া বিষণ্ণ অৱস্থাত বলৰাজে সন্তোষৰ ওচৰ চাপে আৰু বাল্যকালৰ আৱেগিক আকৰ্ষণে দুয়োকে লগ লগায়। তেওঁৰ বাল্যকালত যিটো কথাক 'মোহ' বুলি ভবা হৈছিল, সেয়া আচলতে কোনো সময়তে সমূলি অন্তৰ্হিত হোৱা নাছিল। আনকি দাম্মোৰ লগত বিয়া হোৱাৰ পিচতো, সেই বাল্যকালৰ 'মোহ' মাজে মাজে জাগি উঠিছিল আৰু যথেষ্ট মানসিক তথা আৱেগিক খেলিমেলিৰ সৃষ্টি নকৰাকৈ থকা নাছিল। কিন্তু তেতিয়া তেনে পৰিস্থিতি খন্তেকতে উৰলি গৈছিল কাৰণ বিৱাহিত জীৱনত প্ৰত্যক বছৰটো যোৱাৰ লগে লগে দাম্মো আৰু তেওঁৰ মাজত পাৰস্পৰিক ভালপোৱা, শ্ৰদ্ধা তথা সমদৃষ্টি ক্ৰমগতিত গঢ় লৈ আছিল। কিন্তু এতিয়া বলৰাজ আৰু সন্তোষ দুয়ো অকলশৰীয়া আৰু একপ্ৰকাৰে গুৰিবঠাহীন যেন হৈ আছিল। সেই সময়ত সন্তোষ ইংলণ্ডত আছিল ; আগৰ

গিৰিয়েক এছ. ডি. বাৎসায়নৰ লগত বিৱাহ বিচ্ছেদ হোৱাৰ পিচত তেওঁ তালৈ গৈছিল আৰু বি. বি. চি. আদি সন্থাৰ কাম কৰি বা আন ইটো সিটো উপায়ে জীৱিকা নিৰ্বাহি কৰিছিল। অৱশ্যে সন্তোষক বিয়া কৰোৱা লৈ দুয়োটা পৰিয়ালৰ বয়স্কসকল যথেষ্ট বিব্ৰত হৈছিল, কিয়নো হিন্দুসমাজত নিজৰ আপোন ভতিজা-ভাগিনক বিয়া কৰোৱাটো মানি লোৱা নহৈছিল।

সেইখিনি সময়তে বলৰাজে কে. আছিফৰ 'হুলচুল' নামৰ কথাছবিৰ কাৰণে চুক্তিবদ্ধ হয় ; সেই কথাছবিত বলৰাজৰ উপৰি দিলীপ কুমাৰ আৰু নাৰ্গিছো আছিল। কথাছবিখনত বলৰাজক এজন জেইলাৰৰ ভাও দিয়া হৈছিল, নায়িকাৰ দেউতাক। ঘটনাক্ৰমে, পৰিচালকে এদিন বলৰাজক বোম্বেৰ আৰ্মাৰ ৰোডৰ জেলখানালৈ নিছিল যাতে তেওঁ জেল-জীৱন আৰু জেইলাৰৰ কৰ্তব্য আদিৰ বিষয়ে আভাস পায়। আৰু কিছুদিন পিচতে, এটা সমদলত অংশ লোৱা বাবে বলৰাজক আটক কৰি সেইখন জেইলতে ৰখা হৈছিল। আছিফৰ লগত আহোতে লগ পোৱা আচল জেইলাৰজনে বলৰাজক কাৰাবন্দীৰ মাজত দেখি অনুসন্ধিৎসু দৃষ্টিৰে প্ৰশ্ন কৰিছিল, 'মোৰ ভাব হৈছে, মই তোমাক কৰবাত দেখিছোঁ।'

বলৰাজ আটক হোৱাত 'ছুটিং' (দৃশ্যগ্ৰহণ) কাৰ্য্যক্ৰমত ব্যাঘাত জন্মিছিল। আৱশ্যে দৃশ্যগহণৰ দিনবোৰত বলৰাজক 'পেৰল'ত জেইলৰপৰা আনি তেওঁৰ ভাওত অভিনয় কৰোৱা ব্যৱস্থা কৰা হৈছিল।

দ্বিতীয় বিৱাহৰ এপষেকৰ ভিতৰতে বলৰাজক গ্ৰেপ্তাৰ কৰা হৈছিল। ঘৰৰ অৱস্থাও বিশেষ সুবিধাজনক নাছিল। পৰিয়ালটো দিল্লীত আছিল ; দেউতাই 'ৰিফিউজী কলনী'ত এটা সৰু ঘৰ কিনি লৈছিল। বলৰাজৰ ল'ৰা-ছোৱালীহালো তেনেই সৰু আছিল, পৰীক্ষিত নবছৰীয়া আৰু অকণি শৱনামৰ পাঁচ বছৰ হৈছিল মাত্ৰ। ঘৰতো নিৰ্ভৰ কৰিব পৰা অৱস্থা বিশেষ একো নাছিল।

সেই দিনবোৰত বলৰাজৰ মন অতিশয় ভাৰাক্ৰান্ত হৈ পৰিছিল। যদিও ৰাজনৈতিক কৰ্মীসকলৰ মাজত সোমাই পৰিছিল, সামগ্ৰিকভাৱে কেৱল ৰাজনৈতিক ক্ষেত্ৰত সংগ্ৰাম কৰাৰ বিষয়ে বলৰাজৰ বিশেষ জ্ঞান বা অভিজ্ঞতা নাছিল। বহু কথাই তেওঁক অতি বিব্ৰত কৰি তুলিছিল। প্ৰকৃতপক্ষে ঘৰৰপৰা কোনো খা-খবৰো নেপাইছিল। বলৰাজে জেলৰপৰা 'পেৰল'ত আহি দৃশ্যগ্ৰহণত যোগ দিয়াৰ সময়ত, কেতিয়াবা কেতিয়াবা নাৰ্গিছৰ মাকে বলৰাজৰ ঘৈণীয়েকক ষ্টুডিঅ'লৈ অনাৰ ব্যৱস্থা কৰিছিল, যাতে দুজনে দুজনক লগ পাব পাৰে। সেইটোৱেই বলৰাজৰ পৰিয়ালৰ লগত একমাত্ৰ সংযোগৰ পথ আছিল। আনহাতে জেইলৰৰ ভাওত কৰা অভিনয়ে তেওঁক নিজকে বিশেষ সন্তুষ্টি দিব পৰা নাছিল।

ছমাহ জেল খটাৰ পিচত, বলৰাজে মুক্তি পায়। তেওঁ উভতি আহি যি পৰিস্থিতিত

পৰিছিল, সেয়াও বিশেষ উৎসাহজনক নাছিল। আই. পি. টি. এ. ভগ্ন– প্ৰায় অৱস্থাত। তেওঁৰ হাতত ধনবিতো কম আছিল ; আৰু কথাছবি-উদ্যোগত থিতাপি পোৱাৰ সংগ্ৰামো ঠিক আগৰ দৰেই জটিল আছিল। কেতিয়াবা তেওঁৰ এনে লাগিছিল যেন তেওঁ পুনৰ একো নোহোৱা অৱস্থাৰপৰা জীৱনযাত্ৰা আৰম্ভ কৰিবলগীয়া হৈছে। কিন্তু সেয়া জানো কৰি লাভ আছে?

কিয় বাৰু মই এই অভিশপ্ত মহানগৰ বোম্বেলৈ আহিছিলোঁ? মই বাৰু পঞ্জাৱলৈ উভতি নেযাও কিয় আৰু মোৰ নিজৰ মানুহবিলাকৰ লগত নেথাকো কিয়? মই ইয়াত কিনো কৰি আছোঁ? কিন্তু তেতিয়াওতো কোনো নিশ্চয়তা নাই যে তাত পৰিস্থিতি ইয়াতকৈ ভাল হ'ব? মই আৰ্থিক দিশত স্বাৱলম্বী হ'বই লাগিব। মই মোৰ কামত দক্ষতা লাভ কৰিবই লাগিব। মই অধিক কঠোৰ পৰিশ্ৰম কৰিম। মই কথাছবিৰ কামত সন্তুষ্ট হ'ব পৰা নাই, কিন্তু অভিনেতা হিচাপে মই সফল হ'বই লাগিব। মই সফল হমেই। পঞ্জাৱলৈ উভতি যোৱাৰ প্ৰশ্ন নুঠে।

তেওঁৰ আৰ্থিক দুৰৱস্থাৰ কথা এটা মৰ্মান্তিক ঘটনাৰ উদাহৰণেৰে বৰ্ণনা কৰিব পাৰি। দেৱালীৰ আগনিশা ঘৰলৈ আহোতে, অকণি ল'ৰা-ছোৱালীহালৰ কথোপকথন তেওঁৰ কাণত পৰিছিল। পৰীক্ষিতে ভনীয়েক শৱনামক কৈ আছিল, "ফটকা ফুটোৱাতো যে কিমান মূৰ্খামি! মানুহবোৰে অনাহকতে পইচা খৰচ কৰে।"

ল'ৰা-ছোৱালীহালে ঘৰৰ অৱস্থাৰ ভু পাইছিল। সেই কথাবোৰ কাণত পৰাত বলৰাজে মনত ইমান আঘাত পাইছিল যে, ততাতৈয়াকৈ ঘূৰি গৈছিল আৰু বন্ধু এজনৰপৰা অলপ পইচা ধাৰে লৈ সিহঁতৰ কাৰণে ফটকা আৰু মিঠাই কিনি আনিছিলগৈ।

জীৱিকা অৰ্জনৰ বাবে বলৰাজে নানা ধৰণৰ সৰুসুৰা কাম কৰিছিল। তেওঁ আৰু সন্তোষে এখন ৰুছ কথাছবি হিন্দুস্তানী ভাষালৈ 'ডাব্' কৰিছিল। চেতন আনন্দৰ পিচৰ কথাছবিখনৰ চিত্ৰনাট্য আৰু সংলাপ লিখাৰ চুক্তিও গ্ৰহণ কৰিছিল; সেই ছবিখনৰ নাম পিচলৈ 'বাজী' থোৱা হৈছিল। তেওঁৰ অকণি পুতেক পৰীক্ষিতকো 'হুলচুল'ত নায়কৰ শিশুকালৰ অভিনয়ৰ বাবে শিশু চৰিত্ৰত নমোৱা হৈছিল। পৰীক্ষিতক নীতিন বোসৰ ছবি 'দীদাৰ'তো এটি ভাও দিয়া হৈছিল– বলৰাজে এইবোৰ পুতেকলৈ দিয়া ভাও অনিচ্ছাকৃতভাৱেহে গ্ৰহণ কৰিছিল।

'হুলচুল'ৰ কিছুদিন পিচতে তেওঁক এটা ভাও যচা হৈছিল– জিয়া ছৰহাদ্দিৰ কথাছবি 'হামলোগ'ত, তাত বলৰাজক নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ নিবনুৱা ডেকা এজনৰ ভাও ল'বলৈ দিয়া হৈছিল। এইখনেই প্ৰথম কথাছবি য'ত বলৰাজে কিছুদূৰ আত্মবিশ্বাস লাভ কৰিব পাৰিছিল আৰু জথৰতাৰ হাত সাৰিবলৈ সক্ষম হৈছিল। তেওঁ এই অভিজ্ঞতাৰ বিষয়ে নিজে লিখিছে; সেয়া এহাতে আমোদজনক আৰু লগতে

তেওঁৰ বিষয়ে জনাৰো তাত সমল আছে।

"হামলোগ'ৰ দৃশ্যগ্ৰহণ আৰম্ভ হোৱাৰ সময়ত অভিনয় দক্ষতাৰ মোৰ অভাৱ আছিল। সিদিনা মই এটা দৃশ্যটো ভালদৰে অভিনয় কৰিব পৰা নাছিলোঁ...। গধূলি ষ্টুডিঅ'ৰপৰা উভতি অহাৰ পৰত, মই জিয়াক কৈছিলোঁ, 'আপুনি মোৰ ওপৰত আস্থাসহকাৰে দিয়া দায়িত্বৰ উপযোগী নহও। আপুনি অতি কষ্টেৰে কথাছবিখনৰ পৰিচালনাৰ দায়িত্ব লাভ কৰিছে। আপুনি যদি মোৰ ঠাইত আন কাৰোবাক লয়, মই অকণো বেয়া নেপাম।' জিয়াৰ উত্তৰ আছিল– 'বলৰাজ, আমি সাঁতুৰিব পাৰোঁ বা ডুবি মৰো যি কোনো ক্ষেত্ৰতে দুয়ো একে পথেৰে আগবাঢ়িম'– এনে উত্তৰেৰে তেওঁ দেখুওৱা সহানুভূতি তথা উদাৰতাত মই অভিভূত হৈ পৰিছিলোঁ।"

"ঘৰ পাই যেতিয়া পত্নীক লগ পাইছিলোঁ, তেতিয়া মই কান্দি পেলাইছিলোঁ আৰু এখন দেৱালত মূৰ খুন্দিয়াইছিলোঁ। মই চিএঞৰি কৈছিলোঁ,– 'মই অভিনেতা কেতিয়াও হ'ব নোৱাৰো,– কেতিয়াও নোৱাৰো।' ঠিক তেনে সময়তে মাত্ৰ ঊনৈছ বছৰমান হোৱা ডেকা আৰু জিয়াৰ সহকাৰী নাগাৰৎ আমাৰ ঘৰত সোমাইছিলহি। মোক তেনে অৱস্থাত দেখি, সি উচ্চস্বৰেৰে মোক তিৰস্কাৰ কৰিবলৈ ধৰিলে, "কাপুৰুষ! নিজকে আকৌ কমিউনিষ্ট বুলি জহায়;– আচলতে তেওঁৰ আত্মা ধনী-বিত্তশালী লোকৰ চৰণতলিত লুণ্ঠিত হৈ আছে। আপুনি নিজে লাজ পাব লাগে।"

বাক্‌ৰুদ্ধ হৈ মই তাৰ পিনে চাই আছিলোঁ। নাগাৰতে কৈ গৈছিল, "আপুনি আনবোৰতকৈ বহু ভাল অভিনয় কৰিব পাৰে। কিন্তু যেতিয়ালৈ সিহঁতৰ মটৰ-গাড়ীবোৰৰ ওপৰত আপোনাৰ চকু থাকে, সিহঁতৰ যশস্যা তথা অৰ্থশক্তিৰ-দ্বাৰা ভয়-ভীত হৈ থাকে– তেতিয়ালৈ অৱশ্যে নোৱাৰিব। আনৱাৰ ধনী মানুহ, নাৰ্গিছৰ ভায়েক। সেয়ে আপুনি তেওঁৰ সমুখত সহজ হ'ব নোৱাৰে। আপোনাক অন্তৰৰ ভিতৰৰপৰা ঈৰ্ষাই খুলি খুলি খায়। আপোনাৰ চকু কলাৰ প্ৰতি নহয়, টকা-পইচাৰ প্ৰতিহে! সেইটোহে আপোনাৰ দৃষ্টিত মহত্ত্বম বস্তু....।"

নাগাৰতে মোক এখন আই. পি. টি. এ.ৰ মঞ্চনাট 'বাই দি ৰোডছাইড' (আলিবাটৰ দাঁতিত) অভিনয় কৰা দেখিছিল,– য'ত মই এজন ৰুগ্ন নিবনুৱা ডেকাৰ ভাও লৈছিলোঁ। গোটেইখন নাটকতে, সেই ডেকাজনে ধনতন্ত্ৰবাদী ব্যৱস্থাৰ বিপক্ষে বিষোদগাৰ কৰিছিল। মই সেইখন নাটকত অতি আন্তৰিকতাৰ আৰু দৰ্শকৰ মনত চাপ বহুওৱা ধৰণে অভিনয় কৰিছিলোঁ। 'হামলোগ'ত মোৰ ভাওটোও তেনে ধৰণৰ আছিল। তেনে ক্ষেত্ৰত মই কিয় সেয়া নিবেদন কৰাৰ আতঙ্কত দেৱালত মূৰ খুন্দিয়াবলগীয়া হ'ল?

নাগাৰতে মোৰ মূৰত ঠিক ঠাইতেই আঘাত কৰিব পাৰিছিল। সি মোৰ ভাওটোৰ প্ৰকৃত দৃষ্টিকোণ প্ৰকাশ কৰি দিছিল– সেয়া ঘৃণা! সকলো বস্তুৰে প্ৰতি ঘৃণা! জীৱনৰ

প্ৰতি ঘৃণা!! অন্তহীন ঘৃণা!

জঠৰ অনুভৱ কৰা দেহতো মোৰ যেন সহজ স্বাভাৱিক ভাব উভতি আহিছিল। গোটেই ৰাতি মই মোৰ মনৰ ভিতৰত ঘৃণা ভাবৰ অনুশীলন কৰি কটালোঁ।.... পিচদিনা যেতিয়া মই ষ্টুডিঅ'লৈ গৈছিলোঁ, তেতিয়া এটা অন্যায় আৰু নিষ্ঠুৰ পদ্ধতিৰ ওপৰত চৰম ঘৃণাৰ মানসিকতাই মোক আৱৰি আছিল। ...আচৰিতভাৱে আৱিষ্কাৰ কৰিলো যে মই মোৰ সংলাপবোৰ অন্তৰেৰে উপলব্ধি কৰিব পাৰিছোঁ। ৰিহাৰ্ছেলৰ সময়ত মোৰ সংলাপবোৰ এনে ধৰণে উচ্চাৰিত কৰিছিলোঁ— ঠিক যেন এটা ঘনচিৰিকাৰ ওপৰত এটা শেন চৰাইহে জঁপিয়াই পৰিছে। জিয়াই মোক বুকুত সাৱটি লৈছিল...।

মই ক্ৰমে তেওঁ বিচৰা ধৰণৰ অভিনয় কৰিব পৰা হৈছিলোঁ। মই যি ধৰণে অভিনয় কৰিছিলোঁ সেয়া একপ্ৰকাৰে আচহুৱা যেন লাগিলেও— ভাওটোৰ পৰিপ্ৰেক্ষিতত সেয়া সঠিক আৰু অৰ্থবহ হৈ পৰিছিল। মোৰ নাওখন যেন চাকনৈয়াৰপৰা ওলাই আহিছিল। সৌভাগ্যক্ৰমে, মোৰ সংলাপবোৰো উদাত্ত তথা নাটকীয় ধৰণৰ আছিল।..

'হামলোগ' সফল অৰ্থাৎ জনপ্ৰিয় হৈছিল। বলৰাজৰ অভিনয়ে এটা শক্তিশালী প্ৰভাৱ দৰ্শকৰ মনত পেলাইছিল। যদিও গুণসম্পন্ন অভিনেতা হিচাপে নিজকে প্ৰতিপন্ন কৰাবলৈ বলৰাজে আৰু কিছুদূৰ অতিক্ৰম কৰিবলগীয়া বাকী আছিল, তথাপি তেওঁ যেনিবা প্ৰাৰম্ভিক বাধাৰ হেঙাৰ পাৰ হ'ব পাৰিলে। আৰ্থিক দিশেৰেও, তেওঁ আপেক্ষিকভাৱে অধিক নিৰাপত্তা অনুভৱ কৰিলে, যদিও অৱশ্যে তেওঁ আৰু বহুতো উত্থান-পতনৰ সন্মুখীন হ'বলৈ বাকী আছিল। 'হামলোগ'ৰ পিচত নিৰ্মিত 'বদনাম' কিন্তু ভীষণভাৱে বিফল হৈছিল। তেওঁ 'ষোল অনা' (ছোল আনে) নামৰ কথাছবি এখনৰ চিত্ৰনাট্য ৰচনা আৰু পৰিচালনাৰ বাবে চুক্তিবদ্ধ হৈছিল, কিন্তু কথাছবিখন শেষলৈ নহ'ল। শেষত যেতিয়া 'দো বিঘা জমীন' কথাছবিতে অভিনয় কৰিলে, তেতিয়াহে তেওঁৰ প্ৰতিভা মুক্তৰূপে বিকশিত হৈছিল, ভাওটোৰ লগত তেওঁ সম্পূৰ্ণভাৱে বিলীন হ'ব পাৰিছিল আৰু বলৰাজ এজন উচ্চমানৰ সফল কথাছবি অভিনেতা হিচাপে স্বীকৃত হ'ব পাৰিছিল।

## 'দো বিঘা জমীন'

"বোম্বেৰ উপকণ্ঠৰ যোগেশ্বৰীত উত্তৰ প্ৰদেশৰপৰা অহা গোৱালসকলৰ এটা বস্তি আছে। 'দো বিঘা জমীন'ৰ বাবে অভিনেতা মনোনীত হোৱাৰ দিনৰপৰাই, বলৰাজে সেই বস্তিটোলৈ সঘনে যাবলৈ আৰম্ভ কৰিছিল। দুখীয়া গোৱালসকলে কেনেকৈ কাম কৰি ফুৰে, তেওঁলোকে কি ধৰণে খোজ কাঢ়ে, বহে, কথা পাতে— ইত্যাদি তেওঁ গভীৰভাৱে নিৰীক্ষণ কৰিবলৈ লৈছিল। 'ভাইয়া'সকলে সিহঁতৰ মূৰত এখন গামোছা

বান্ধি লৈ ভালপায়, আৰু প্ৰতিজনে সেইখন নিজৰ ধৰণেৰে বান্ধে। ময়ো এখন গামোছা কিনিছিলোঁ আৰু মূৰত বন্ধাৰ অভ্যাস কৰিবলৈ লৈছিলোঁ। কিন্তু মই বৰ ভালকৈ বান্ধিব পৰা নাছিলোঁ। ‘দো বিঘা জমীন’ত মোৰ কৃতিত্ব লাভ কৰাটো এইসকল গোৱালৰ জীৱনযাত্ৰা ওচৰৰপৰা নিৰীক্ষণ কৰাৰ ফলতেই সম্ভৱ হৈছিল।”–বলৰাজে লিখিছে।

যেতিয়া তেওঁ দৃশ্যসজ্জাৰ ক্ষেত্ৰলৈ গৈছিল, বলৰাজে ভাওটোৰ প্ৰতি বিশেষ আগ্ৰহশীল হ’ব পাৰিছিল– কাৰণ সেইটো তেওঁৰ অন্তৰৰ কামনাৰ লগত খাপ খোৱা ভাও আছিল।

দৃশ্যগ্ৰহণৰ একাংশ কলিকতাত হ’বলগীয়া আছিল। বলৰাজে ৰেলৰ তৃতীয়শ্ৰেণীৰ ডবা এটাত ভ্ৰমণ কৰাৰ সিদ্ধান্ত লৈছিল– যাতে তেওঁ দিবলগীয়া ভাওটো অন্তৰেৰে উপলব্ধি কৰিব পাৰে; যাতে ৰেলৰ ডবাত খেতিয়ক শ্ৰেণীৰ লোকসকলে কেনেদৰে উঠে, শোৱে, তাৰপৰা নামে বা কথা–বতৰা পাতে– সেইবোৰ নিৰীক্ষণ কৰিব পাৰে। তেনে ধৰণৰ এটা দৃশ্য কথাছবিখনৰ কাৰণে গ্ৰহণ কৰিবলগীয়া আছিল। কলিকতাত তেওঁ ৰিক্সাৱালাৰ ইউনিয়ন অফিচলৈ গৈছিল আৰু তেওঁলোকৰ সহায়ত ৰিক্সা চলোৱাৰ কিটিপ শিকিছিল।

কিন্তু আকৌ এটা বিষয়ত তেওঁ বিব্ৰত হৈছিল আৰু ভাবিছিল যে ভাওটো ঠিকমতে হয়তো কৰিব নোৱাৰিব।

বলৰাজৰ নিজৰ ভাষাত–

“মোৰ খেলিমেলি লাগিছিল আৰু বিব্ৰত হৈছিলোঁ। গভীৰ হতাশভাৱেৰে মই মোৰ ৰিক্সাখনত বহি পৰিছিলোঁ। ঠিক তেনে সময়তে, দূৰৈৰপৰা আমাৰ ‘তামাচা’ চাই থকা এজন আধ-বয়সীয়া ৰিক্সাৱালা মোৰ ওচৰ চাপি আহিছিল। দেখাত যোগেশ্বৰীৰ ‘ভাইয়া’হঁতৰ লগত তাৰ বৰ সাদৃশ্য আছিল ; কিন্তু স্বাস্থ্যৰ ক্ষেত্ৰত বৰ দুৰ্বল আছিল, লৰা দাঁতবোৰ মুখৰ বাহিৰলৈ ওলাইছিল আৰু সোতোৰা-সোতৰি মুখৰ আছিল।...

‘ইয়াত কি হৈ আছে বাবু’– সি সুধিলে।

‘এখন কথাছবিৰ দৃশ্যগ্ৰহণ হৈ আছে।’– মই উত্তৰ দিছিলোঁ।

‘আপুনি কথাছবিখনত ভাও লৈছে নেকি?’

‘এৰা, লৈছোঁ।’

‘আপোনাৰ ভাওটোনো কি?’

“মোৰ মানসিক অৱস্থাৰ সলনি হওক বুলিয়েই ভাবি, মই কথাছবিখনৰ কাহিনীটো হৃষীকেশ মুখাৰ্জীয়ে আগতে মোক বৰ্ণাই কোৱাৰ দৰে– তাকে ক’বলৈ আৰম্ভ কৰিছিলোঁ। তাৰো মুখত কিছু প্ৰতিক্ৰিয়া লক্ষ্য কৰিছিলোঁ। তাৰ চকুৰে লোতক বাগৰি পৰিছিল। ‘এইটো মোৰ কাহিনী বাবু, মোৰ কাহিনী’– সি চিঞৰি উঠিছিল।

"তাৰো বিহাৰৰ গাঁৱত দুবিঘা মাটি আছিল, ১৫ বছৰ আগতে জমিদাৰৰ ওচৰত বন্ধক থবলগীয়া হৈছিল। মাটিডোখৰ মোকলাবৰ কাৰণে সি যোৱা পোন্ধৰ বছৰে কলিকতাৰ বাটে বাটে ৰিক্সা চলাই আছে। কিন্তু, তাৰ উদ্দেশ্য পূৰণ হোৱাৰ কোনো আশা নাই। মোৰ ওচৰত সি কিছুপৰ থিয় হৈ আছিল, দীঘল দীঘল হুমুনিয়াহ পেলাইছিল, আৰু তাৰ পিছত বাৰে বাৰে কৈ আঁতৰি গৈছিল– "এইটো মোৰ কাহিনী বাবু, এইটো মোৰ কাহিনী।'

"এটা অন্তৰ্নিহিত কণ্ঠস্বৰ যেন মোৰ মনত ধ্বনিত হৈ উঠিল। অভিনয় কলা জহন্নামে যাওক!.... মোতকৈ কোন ভাগ্যৱান হ'ব পাৰে– যিজনে পৃথিৱীক এজন অসহায় নিস্পেষিত মানুহৰ কাহিনী কোৱাৰ সুযোগ পাইছে। মোক সেই দায়িত্ব দিয়া হৈছে, মই সেয়া পালন কৰিবলৈ সক্ষম হও–নহও সুকীয়া কথা। যি হয় হ'ব, মই সেই দায়িত্ব পালনৰ বাবে মোৰ উদ্দীপনা-সামৰ্থ্যৰ প্ৰতিটো বিন্দুকে নিয়োগ কৰিম। মোৰ বাবে এই দায়িত্বৰপৰা আঁতৰি যোৱাটো কাপুৰুষালি হ'ব, পাপ হ'ব।

"তেতিয়া মই, যেন সেই আধ-বয়সীয়া ৰিক্সাৱালাজনৰ আত্মাৰ লগত এক হৈ পৰিছিলোঁ, আৰু অভিনয় কলাৰ বিষয়ে ভবা প্ৰসঙ্গ বাদ দিছিলোঁ। মই ভাবো মোৰ ভাওটোৰ অভাৱনীয় সফলতাৰ গোপন সূত্ৰ ইয়াতেই নিহিত আছিল। মোৰ সমুখত এটা মৌলিক অভিনয়-নীতি হঠাতে আহি পৰিছিল,– কোনো কিতাপৰপৰা নহয়– কিন্তু প্ৰকৃত জীৱনৰপৰা। অভিনেতাই যিমানেই তেওঁ অভিনয় কৰিবলগীয়া ভাওটোৰ লগত একাত্মবোধ আহৰণ কৰিব পাৰিব– সিমানেই তেওঁ অধিক সফল হ'ব পাৰিব। যেতিয়া অৰ্জুনে তীৰ নিক্ষেপ কৰিবলৈ ওলাইছিল, তেতিয়া তেওঁ লক্ষ্য চৰাইটোৰ চকুতহে তেওঁৰ দৃষ্টি নিবদ্ধ কৰি ৰাখিছিল....।"

"অমৃতবাজাৰ পত্ৰিকাৰ এজন কথাছবি সমালোচকে মোৰ অভিনয়ৰ বিষয়ে লিখিছিল এইদৰে– "বলৰাজ ছাহানিৰ অভিনয়ত এটা প্ৰতিভাৰ স্বাক্ষৰ আছে।" এই প্ৰতিভাৰ স্বাক্ষৰটো মোক দান কৰিছিল সেই আধ-বয়সীয়া ৰিক্সাৱালাজনে।

"ছোভিয়েত ইউনিয়নৰ কথাছবি প্ৰযোজক এগৰাকীয়ে মন্তব্য কৰিছি– "বলৰাজ ছাহানীৰ মুখমণ্ডলত যেন সমগ্ৰ পৃথিৱী প্ৰতিভাত হৈ উঠিছিল।" এই পৃথিৱীখনো আছিল সেই ৰিক্সাৱালাজনৰ। এয়া লাজৰ কথা যে স্বাধীনতা লাভৰ পঁচিছ বছৰ পিচতো সেইখন জগতৰ পৰিৱৰ্তন নহ'ল....।

"যেতিয়া এদিন মই মৰিম, মোৰ এয়ে সন্তোষৰ কথা হ'ব যে মই 'দো বিঘা জমীন'ত অভিনয় কৰিছিলোঁ।

কাকত- পত্ৰৰ শিৰোণামাত 'দো বিঘা জমীন'ৰ কৃতিত্ব প্ৰকাশিত হ'ল। বলৰাজৰ যশস্যা স্থাপিত হ'ল। কিন্তু তেতিয়াও আৰ্থিক নিৰাপত্তা লাভ কৰিবলৈ তেওঁৰ কিছুদিন বাকী আছিল। 'দো বিঘা জমীন' মুক্তিলাভ কৰাৰ ছমাহমান পিচতহে তেওঁ ৰামানন্দ

সাগৰৰ কথাছবি 'বাজুবন্ধ'ত অভিনয়ৰ বাবে চুক্তিপত্ৰত স্বাক্ষৰ কৰাৰ সুবিধা পাইছিল।

বোম্বেত উপস্থিত হোৱাৰ প্ৰায় দহবছৰ পিচতহে এনেদৰে অৱশেষত বলৰাজৰ কথাছবিত অভিনেতা হোৱাৰ সংগ্ৰামৰ অন্ত পৰিছিল। সেই সময়লৈ তেওঁৰ বয়স হৈছিল একচল্লিছ বছৰ। তেওঁলৈ নতুন নতুন কথাছবিত অভিনয় কৰিবলৈ আহ্বান আহিবলৈ ধৰিলে।

এই কালছোৱাতে তেওঁ 'আওলাদ', 'ট্যাকছাল', 'আকাশ', 'ৰাহী' ইত্যাদি কথাছবিৰ বাবে চুক্তিবদ্ধ হয়। 1944 চনৰপৰা 1954 চনলৈ– এই দহ বছৰত তেওঁ দহখনমান মাত্ৰ কথাছবিত অভিনয় কৰিছিল, কিন্তু পিচৰ ঊনৈছ বছৰীয়া জীৱনকালত তেওঁ এশ বিছখনমান কথাছবিত অভিনয় কৰাৰ সুবিধা পালে।

দহ বছৰ সংগ্ৰামৰ কাৰণে যথেষ্ট দীঘলীয়া সময় আৰু সেই সংগ্ৰামো কৰিবলগীয়া হৈছিল তেওঁ অকলশৰে– শিৰ উন্নত ৰাখি আৰু নিজৰ আদৰ্শ অটুট ৰাখি।

মোৰ দেউতাৰ পুৰণি 'দিনপঞ্জী'ৰ পাত লুটিয়াই থাকোতে, এঠাইত বাতৰি-কাকতৰপৰা তেওঁ কাটি থোৱা মন্তব্য এটা পাইছিলোঁ। সেয়া আছিল 1954 চনৰ 24 এপ্ৰিলৰ এখন কাকতৰ মন্তব্যৰ টুকুৰা। তাত লিখা আছিল এনেদৰে–

মানৱীয় অনুভূতিসম্পন্ন নিষ্পেষিত সৰ্বহাৰাৰ ভাও বাছি লোৱা বলৰাজ ছাহানীয়ে এই ধৰণৰ চৰিত্ৰত যেন স্বাভাৱিকভাৱেই খাপ খাই পৰিছিল। তেওঁৰ ব্যক্তিত্বত প্ৰতিভাত উক্ত মানৱীয় গুণেই হ'ল তেওঁৰ বৈশিষ্ট্য আৰু আকৰ্ষণীয়তাৰ উপাদান। 'দো বিঘা জমীন'ৰ খেতিয়কজন যেনিবা 'আউলাদ'ত এজন চাকৰ। দুয়ো ঠাইতে তেওঁৰ চৰিত্ৰটো হ'ল– এজন মৰমীয়াল স্বামী তথা পিতৃ– যি পৰিস্থিতিৰ দৌৰাত্ম্যৰ বিপৰীতে সংগ্ৰাম কৰিবলগীয়া হৈছিল। দুয়োখন ট্ৰেজেডী অৰ্থাৎ দুঃখান্তক, কাৰণ দুয়োটা কাহিনী বাস্তৱধৰ্মী।

দেউতাই এতিয়া বলৰাজৰ কৃতিত্বৰ বাবে যুক্তিসঙ্গত গৌৰৱ অনুভৱ কৰিবলৈ ধৰিছিল আৰু সেয়ে যতে পায় বাতৰিকাকতৰ মন্তব্যবোৰ কাটি সযত্নে সংৰক্ষণ কৰিছিল। ক্ৰমে ক্ৰমে বলৰাজৰ সহজ, স্বাভাৱিক, তথা মানবীয় সহানুভূতি সূচক অভিনয়ে দৰ্শকসমাজক প্ৰভাৱান্বিত কৰিছিল।

নিজকে আত্মবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত বুলি উপলব্ধি কৰাৰ সময়লৈকে চলোৱা দীৰ্ঘকালীন প্ৰস্তুতিৰ কালছোৱাতো আমি তেওঁক বিভিন্ন স্তৰৰ মাজেৰে আগবঢ়া আৰু শেষলৈ তেওঁৰ জঠৰতা তথা আত্মসচেতনতা ইত্যাদি বাধা আঁতৰাবলৈ সমৰ্থ হৈ উঠাৰ সফল চেষ্টাৰ ফলশ্ৰুতিৰ আভাস মাজে–সময়ে দেখিছিলোঁ।

"যদি ওঁঠ লৰচৰ কৰা বিষয়ত তুমি সহজ তথা ধীৰস্থিৰ হ'ব পাৰা, তেতিয়াহ'লে তুমি স্বাভাৱিক ধৰণৰ অভিনয় কৰিবলৈ সক্ষম হ'বা,"– তেওঁ এদিন মোক কৈছিল।

আন এদিন তেওঁ মন্তব্য দিছিল— "তোমাৰ পদক্ষেপ বা লৰচৰ কৰাটো যেন কম পৰিমাণে হয়, লম্ফজম্ফ কৰা ধৰণৰ নহয়।" এইবোৰ আৰু আন বহুতো সূত্ৰৰ ভেটিত তেওঁ নিজে আত্মপ্ৰশিক্ষণ লৈছিল। কেতিয়াবা তেওঁ 'বাইবেল'ৰ দৰে শ্ৰদ্ধা কৰা ষ্টেনিছ লেভস্কীৰ বিখ্যাত গ্ৰন্থ 'এন এক্টৰ প্ৰিপেয়াৰছ্' পঢ়ি, আন এটা সময়ত আকৌ ক্লাৰ্ক গেবলৰ পত্নীয়ে লিখা 'মডাৰ্ণ এক্টিং' নামৰ গ্ৰন্থখনকে হয়তো পঢ়ে; অৱশ্যে পিচৰখন গ্ৰন্থ তেওঁৰ বাবে অতি ক্ষতিকৰ আছিল বুলি কৈছিল— কিয়নো তেওঁ সেইখন অনভিজ্ঞ অৱস্থাতে পঢ়িছিল।

"যদিহে মুখৰ ওপৰত ডাঠ 'মেক্-আপ'ৰ লেপ সনা থাকে, তেনেহ'লে এজন অভিনেতাই সহজ স্বচ্ছন্দভাৱে স্বাভাৱিক ধৰণৰ অভিনয় কৰে কেনেকৈ? মই তেতিয়ালৈ জনা নাছিলোঁ যে স্বাভাৱিক ধৰণৰ অভিনয়ৰ স্তৰত উপনীত হ'বলৈ হ'লে, এজন অভিনেতাই বহুতো বাধ্যবাধকতা তথা সীমাবদ্ধতা মানি লোৱাই নহয়— সেইবোৰৰ লগত নিজকে খাপ খুৱাই ল'ব লাগে।

আন এঠাইত তেওঁ লিখিছে,—

শিল্পীৰ জীৱন বৈপৰীত্য আৰু জটিলতাৰে পৰিপূৰ্ণ। কেতিয়াবা তেওঁৰ চৰিত্ৰৰ দুৰ্বলতা বা সীমাবদ্ধতা তেওঁৰ শিল্পীজীৱনৰ ক্ৰমোন্নয়নত সহায়ক হ'বও পাৰে।

তেওঁ চাৰ্লি চেপলিনৰ আত্মজীৱনীৰ সন্দৰ্ভত এই মন্তব্য দিছিল। তেওঁ দেখিছিল যে চাৰ্লি চেপলিনৰ আত্মজীৱনীৰ অতি আকৰ্ষণীয় অংশ হ'ল সেইখিনিলৈ যেতিয়ালৈ তেওঁ দৰিদ্ৰ আৰু অখ্যাত আছিল। কিন্তু পিচলৈ কৃতিত্বৰ দিন আৰম্ভ হোৱাৰপৰা সেয়া বৈচিত্ৰ্যহীন তথা অনাকৰ্ষণীয় হৈছে– যি সময়ত চাৰ্লিয়ে নানান ব্যক্তিগত ৰোমাঞ্চত জড়িত হৈছিল বা আত্মহাৰা যেন হৈ লৰ্ড আৰু লৰ্ডপত্নী সকলৰ সান্নিধ্যত দিন কটাইছিল।

"কিন্তু তথাপিও"— বলৰাজে লিখিছে, "এই সময়খিনিতে চাৰ্লি চেপলিনে তেওঁৰ শ্ৰেষ্ঠ কথাছবিবোৰ পৃথিৱীক দান কৰিব পাৰিছিল।"

কিছুদূৰ বলৰাজৰ বেলিকাও একে কথা ক'ব পাৰি। কথাছবিবোৰৰ সফলতাৰ লগতে চলচ্চিত্ৰ-জগত তথা নিজৰ ওপৰতো তেওঁৰ এটা আন্তৰিক বিতৃষ্ণাৰ ভাব উপজিছিল। সময়বিশেষে এটা অপৰাধবোধো জাগিছিল, কাৰণ বিবেকৰ বিপৰীতে তেওঁ এৰা–ধৰাৰে বহুকথা মানি ল'বলগীয়া হৈছিল। আচহুৱা কামনা-বাসনা কিছুমানেও প্ৰভাৱ বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিছিল আৰু ব্যক্তিগত তথা ঘৰুৱা বিবিধ সমস্যাৰ মাত্ৰাও বাঢ়িছিল ; আনহাতে যশস্যা আৰু কৃতিত্বয়ো যাত্ৰাপথ আৱৰি ধৰিছিল। কিন্তু তথাপি, এইখিনি সময়তে তেৰোঁ তেওঁৰ শ্ৰেষ্ঠতম অভিনয় প্ৰতিভা আমাৰ আগত নিবেদন কৰিব পাৰিছিল।

আন এসময়ত বলৰাজে সু-অভিনয়ৰ বাবে আৱশ্যকীয় দুটা গুণ— 'সংযম আৰু

গভীৰতা'ৰ বিষয়ে কৈছিল। তেওঁ এবেলি লৰেঞ্চ ওলিভিয়েৰে এখন যুদ্ধৰ ছবিত কৰা অভিনয় সম্পৰ্কে উচ্চ প্ৰশংসা কৰিছিল।

কথাছবিখনত তেওঁ এজন আলহী–শিল্পী আছিল আৰু তেনেই সৰু ভাও এটিতহে অভিনয় কৰিছিল– আকাশীযান পৰিচালনাৰ দায়িত্বত থকা এজন বিষয়াৰ ভাও। এটা দৃশ্যত তেওঁ প্ৰতিৰক্ষা মন্ত্ৰণালয়লৈ টেলিফোন কৰিছিল আৰু অধিক যুঁজাৰু এৰোপ্লেন বিচাৰিছিল। "মোক অধিক এৰোপ্লেনৰ আৱশ্যক"– এই এটা বাক্য তেওঁ ইমান গভীৰভাৱে অথচ সংযম সহ উচ্চাৰণ কৰিছিল যে মোৰ ৰাজহাড়েৰে যেন এটা কম্পন বাগৰি গৈছিল; এই এটা বাক্যই দৰ্শক-শ্ৰোতাসকলৰ মনত দেশৰ সমুখত দেখা দিয়া ভয়াবহ পৰিস্থিতিৰ অনুভৱৰ উপলব্ধি দিব পাৰিছিল।

সংযম আৰু ধৈৰ্য্য– বোধকৰো এই দুটা মূলনীতিক তেওঁ সকলোৰে ওপৰত স্থান দিছিল। এই আদৰ্শকে অভিনয়ৰ কৰটি শিল ৰূপে তেওঁ নিজৰ বাবে গ্ৰহণ কৰিছিল। বহু বছৰ আগতে এবাৰ তেওঁ মোক চেক্সপীয়েৰৰ 'কিং লীয়েৰ' নাটকখনৰ বিষয়ে কৈছিল। তেতিয়া তেওঁ কিং লিয়েৰে ভয়াবহ মানসিক উত্তেজনা তথা বেদনাৰ মুহূৰ্তত কোৱা দুটা শব্দৰ প্ৰতি মোৰ মনোযোগ আকৰ্ষণ কৰিছিল– 'আন্‌বাৰ্চন্ হিয়েৰ' (ইয়াত মুকলি কৰা)। "এই দুটা শব্দই লিয়েৰ মনৰ বেদনাৰ যি সম্ভেদ দিছে– সেয়া কোনো বক্তৃতাধৰ্মী ভাষণে প্ৰকাশ কৰিব নোৱাৰিলেহেঁতেন"– বলৰাজে কৈছিল।

তেওঁ অভিনেতাৰ বাবে শক্তিশালী কল্পনাশক্তি আৰু বাস্তৱৰ বিষয়ে গভীৰ উপলব্ধিৰো অতিশয় আৱশ্যকতাৰ ওপৰত গুৰুত্ব দিছিল।

যিকোনো ব্যক্তিয়ে সু-অভিনেতা হ'ব পাৰে। কিন্তু মহৎ অভিনেতা হ'বলৈ তেওঁৰ এনে ধৰণৰ কল্পনাশক্তি থাকিব লাগিব– যি একে সময়তে অতি শক্তিশালী আৰু লগতে উচ্চাভিমুখী হ'ব পাৰে।

কলাশিল্পত বাস্তৱতা সম্পৰ্কে তেওঁ কৈছিল–

বাস্তৱতাৰ এয়ে বৈশিষ্ট্য যে ই কলা-শিল্পক ত্ৰিমাত্ৰিক ৰূপ দান কৰে। মঞ্চতেই হওক বা ৰূপালী পৰ্দাতেই হওক, মই মোৰদ্বাৰা অভিনীত চৰিত্ৰবোৰক এই ত্ৰিমাত্ৰিক ৰূপ দিবলৈ চেষ্টা কৰি আহিছোঁ। শিল্পীৰ কাৰণে এইটোৱেই আটাইতকৈ কঠিন কাম, অথচ তাতেই তেওঁ প্ৰকৃত সৃষ্টিৰ আনন্দ লাভৰ অভিজ্ঞতা পায়। অভিনেতাই চৰিত্ৰটো ইমান সূক্ষ্মভাৱে নিবেদন কৰা উচিত, যাতে দৰ্শক-শ্ৰোতাৰ আগত প্ৰতি পদক্ষেপতে তাৰ ব্যক্তিত্বৰ নতুন নতুন দিশ প্ৰতিভাত হৈ উঠে।

অঙ্গি–ভঙ্গি তথা ব্যক্তিগত চালচলনৰ প্ৰতি খাপ খোৱালৈ লক্ষ্য ৰাখিলে সেইবোৰত নিহিত বিশেষ অনুভূতিৰে চৰিত্ৰটো প্ৰকাশ কৰাত সহায়ক হয়। কিন্তু অকল এইবোৰ বাহ্যিক অঙ্গি–ভঙ্গিৰ অনুকৰণে অভিনেতা এজনক যথেষ্ট দূৰ

আগবঢ়াই নিব নোৱাৰে, এইবোৰে তেওঁৰ অভিনয় দক্ষতা তথা সহজ-সাধ্যতা গুণ প্ৰকাশৰ বাহিৰে আগুৱাই নিনিয়ে। প্ৰকৃততে চৰিত্ৰটোৰ আত্মাৰ প্ৰকাশ কৰিব লাগে আৰু সেইটো সম্ভৱ হ'ব পাৰে যদিহে শিল্পীগৰাকী মানৱতাবাদী গুণৰ অধিকাৰী হয়– যদিহে তেওঁ নিজৰ হৃদয় আৰু আত্মাক চৰিত্ৰটোৰ লগত একাত্ম কৰি তুলিবলৈ সক্ষম হয় ; যদিহে অভিনেতাৰ অনুভূতিয়ে স্বতঃস্ফূৰ্তভাৱে চৰিত্ৰটোৰ অন্তৰাত্মা প্ৰদেশত সোমাই পৰিব পাৰে।

বলৰাজৰ কৃতিত্বৰ মূলতে হ'ল এয়ে যে উক্ত মৌলিক দিশৰ প্ৰতি তেওঁ হৃদয় তথা আত্মাৰে সৈতে আকৰ্ষিত হ'ব পাৰিছিল যাৰদ্বাৰা চৰিত্ৰবোৰ বিশ্বাসযোগ্যভাৱে ৰূপায়িত কৰাত সক্ষম হৈছিল। বাহ্যিক অঙ্গি-ভঙ্গি, বিশেষ চালচলন আদি আৱশ্যকীয় যিহেতু সমাজত একোজন ব্যক্তিৰ ব্যৱহাৰ সেইবোৰে সূচায় ; কিন্তু কিছুমান এনেকুৱা অঙ্গি–ভঙ্গি বা প্ৰকাশশৈলী আছে যিটো এজন মানুহৰ অন্তৰাত্মা প্ৰদেশৰপৰা নিগৰি ওলায় আৰু যিবোৰৰদ্বাৰা অন্তৰাত্মাই কান্দি উঠে। লিয়েৰে উচ্চাৰণ কৰা দুটা সাধাৰণ শব্দই আনুসঙ্গিক প্ৰকাশভঙ্গীৰে ৰজাৰ অন্তৰাত্মাৰ সমগ্ৰ বেদনা প্ৰকাশ কৰিছিল। এই ধৰণৰ সৰব অঙ্গি–ভঙ্গি বা প্ৰকাশভঙ্গীত বলৰাজে অভিনেতা হিচাপে চৰম কৃতিত্ব লাভ কৰিছিল আৰু তাৰদ্বাৰা চৰিত্ৰটো নিবেদন কৰাত সফলকাম হৈছিল। তেওঁ অৱশ্যে বিশেষ চৰিত্ৰ একোটাৰ অঙ্গি–ভঙ্গি তথা বাহ্যিক প্ৰকাশভঙ্গীৰ দিশটোও পাহৰা নাছিল। তেওঁ প্ৰায়েই কৈছিল– "একোজন ব্যক্তিক নিৰীক্ষণ কৰিবা কেনেদৰে তেওঁ খোজ কাঢ়ে, সেয়ে তেওঁৰ চৰিত্ৰ সম্বন্ধে জানিবলৈ সঁচাৰ–কাঠীৰ যোগান ধৰিব।" তেওঁ নিজে একোটা চৰিত্ৰ ঘণ্টাৰ পিচত ঘণ্টা আনকি দিনৰ পিচত দিনলৈ অধ্যয়ন কৰিছিল– কেনেদৰে সি বহে, কেনেদৰে কথা কয় ইত্যাদি। তেওঁ 'কাবুলীৱালা' কথাছবিৰ চিত্ৰগ্ৰহণৰ সময়ত বহু দিনলৈ পাঠান ঋণদাতাসকলৰ জীৱনযাত্ৰা অনুধাৱন কৰিছিল; টঙ্গাৱালাসকলে কেনেকৈ টঙ্গা চলায় তাকো সূক্ষ্মভাৱে নিৰীক্ষণ কৰিছিল ; এইবোৰ সূক্ষ্ম অধ্যয়নে তেওঁৰ অভিনয়ক বাস্তৱ যেন কৰি তুলিব পাৰিছিল। তেওঁৰ চৰিত্ৰাভিনয় চাই থাকিলে, চৰিত্ৰবোৰহে চকুত ভাহি উঠে,– অভিনেতা বলৰাজ মানুহটো হেৰাই যায়। প্ৰত্যেকটো চৰিত্ৰই নিজস্ব বৈশিষ্ট্যৰে প্ৰতিভাত হয়, প্ৰত্যেকটোৰে স্পষ্টভাৱে মৌলিক ৰূপ পায় আৰু ইটোৰ লগত সিটোৰ মিল বিচাৰি পোৱা নেযায়। বলৰাজে নিজৰ সত্ত্বা চৰিত্ৰটোৰ সত্ত্বাৰ লগত সমন্বিত কৰি পেলায় ; আৰু সেয়া তেওঁ কৰিব পাৰে অভিনয় কৰা চৰিত্ৰটোৰ লগত গভীৰ কল্পনাশক্তিময় সহানুভূতি গঢ়ি তুলিব পৰা কাৰণেই।

"অভিনয় অকল কলাই নহয়, লগতে বিজ্ঞানো",– বলৰাজে এঠাইত মন্তব্য দিছিল। "যিকোনো লোক অধ্যয়ন আৰু বিজ্ঞানসন্মত অনুশীলনেৰে ভাল অভিনেতা হ'ব পাৰে।"

তাৰ বাবে, কল্পনাপ্ৰসূত সহানুভূতি তথা চৰিত্ৰটোৰ লগত একাত্মবোধৰ উপৰি, এটা সামাজিক পৃষ্ঠভূমিৰ দৃষ্টিভঙ্গীও বিশেষভাৱে অত্যাৱশ্যক হয়,– যাৰদ্বাৰা ব্যাপক সামাজিক পটভূমিত চৰিত্ৰটো সংস্থাপিত কৰিব পাৰি। এই ক্ষেত্ৰত, বলৰাজে দৃঢ়তাৰে কৈছিল যে মাৰ্ক্সীয় দৃষ্টিভঙ্গী বিশেষ মূল্যৱান।

যিসকল মানুহৰ মাৰ্ক্সীয় দৰ্শন সম্পৰ্কে সম্যক জ্ঞান নাই, সেই সকলে ইয়াক এটা ৰাজনৈতিক দৃষ্টিভঙ্গীহে বুলি বিবেচনা কৰে। এইটো এটা ডাঙৰ ভুল। মাৰ্ক্সীয় নীতিয়ে প্ৰকৃতি তথা জীৱনৰ সকলো দিশকে বৈজ্ঞানিক দৃষ্টিৰে নিৰীক্ষণ কৰে। সেয়ে আমাৰ মনৰ বহুতো ভুল ধাৰণা আঁতৰায়, আৰু প্ৰকৃত পৰিস্থিতিৰ সন্ধান দিয়ে। মই ভাবো, আমাৰ যুগত, মাৰ্ক্সবাদৰ অধ্যয়ন প্ৰত্যেক শিল্পীৰ বাবেও এজন সমাজ অধ্যয়নকাৰী বা ৰাজনীতিজ্ঞৰ দৰেই সঘনে আৱশ্যক।

এবাৰ, পুৰণি দিল্লী ৰেলষ্টেচনৰ বাহিৰত যেতিয়া মই আৰু বলৰাজ থিয় দি আছিলোঁ, এজন ডাকঘৰৰ কেৰাণীয়ে বলৰাজৰ ওচৰ চাপি কৈছিল– “আপুনি আমাৰ বিষয়ে এখন কথাছবি কেতিয়া কৰিব? আমি জানো আপোনালোকৰ সহানুভূতিৰ যোগ্য নহও?” এইটো অতি সঁচা কথা যে, বলৰাজ সমাজন দুখীয়া শ্ৰেণীৰ লোকৰ বিশেষ প্ৰিয় হৈ উঠিছিল,– নিম্ন মধ্যবিত্ত শ্ৰেণীৰ, সৰু দোকান কৰ্মীৰ, ৰেলকৰ্মীৰ, কেৰাণীচামৰ, শিক্ষকসকলৰ মাজত এই জনপ্ৰিয়তা বিয়পি পৰিছিল। তেওঁৰ গভীৰ কল্পনাপ্ৰসূত সহানুভূতিয়ে যে এই ক্ষেত্ৰত যথেষ্ট সহায় কৰিছিল তাত সন্দেহ নাই ; কিন্তু তাতোকৈ অধিক আছিল তেওঁৰ সামাজিক দায়বদ্ধতা তথা সংমিশ্ৰণ, আৰু তেওঁৰ বহল সামাজিক দৃষ্টিভঙ্গী– যিয়ে উক্ত ধৰণৰ মানুহবোৰৰ জীৱনৰ অন্তৰ্নিহিত ব্যথা-বেদনা নিবেদন কৰাত বৰঙণি যোগাইছিল।

বলৰাজ এজন কঠোৰ পৰিশ্ৰমী শিল্পী আছিল। তেওঁ বিশ্বাস কৰিছিল যে, এজন শিল্পীক কঠোৰ পৰিশ্ৰম তথা নিজৰ শিল্পকৰ্মৰ প্ৰতি অপাৰ মনোভাৱতকৈ আন একোৱে সহায় কৰিব নোৱাৰে। কঠোৰ পৰিশ্ৰমৰ উপৰি, বলৰাজৰ কিছুমান অভাৱনীয় গুণ আছিল যিয়ে তেওঁক শিল্পী হিচাপে ক্ৰমোন্নতিৰ পথত আগুৱাই যোৱাত অৰিহণা যোগাইছিল। তাৰে এটা আছিল অতি-নম্ৰতা। তেওঁ সদায় আনৰপৰা শিক্ষাগ্ৰহণ কৰিছিল। তেওঁ কাৰো প্ৰতি ঈৰ্ষাপৰায়ণ নাছিল আৰু শিল্পীসুলভ নমনীয়তাৰ অধিকাৰী আছিল ; তদুপৰি যʼৰেপৰাই নহওক কিয় যিকোনো বিষয়ে জনাৰ আগ্ৰহ আছিল। চলচ্চিত্ৰ-জগত ক্ষুদ্ৰ ঈৰ্ষপৰায়ণতা, পৰচৰ্চা, চৰিত্ৰহীন, লোকৰ বেয়া কোৱা আদিৰে ভৰপূৰ! তেনে বহুতো গল্প-গুজৱ বলৰাজেও জানিছিল বা শুনিছিল। কিন্তু কোনো সাময়িক অপবাদ বা গল্প–গুজৱৰ প্ৰসঙ্গ ওলালে, তেওঁ অতি আৱেগেৰে কৈছিল– ‘‘কিন্তু তেওঁ সেই চলচ্চিত্ৰখনত কৰা অভিনয় নোচোৱা কেলেই? মহান অভিনেতা! তেওঁলৈ মোৰ সশ্ৰদ্ধ নমস্কাৰ!” যেতিয়াই তেওঁ

কলা-কৌশলৰ প্ৰতিভা দেখিছিল, আৱেগত উত্তেজিত হৈ উঠিছিল। মানুহজনৰ দোষ, কৰ্ম আৰু আপকৰ্ম সকলো পাহৰিছিল, তেওঁৰ কলা-কৃতিহে বলৰাজৰ চকুত প্ৰতিভাত হৈ উঠিছিল, আৰু অজস্ৰ প্ৰশংসাৰে তেওঁক ওপচাই পেলাইছিল। কেতিয়াবা কেতিয়াবা তেওঁৰ প্ৰশংসাই কিছুদূৰ অত্যাগ্ৰহৰ পৰিচয় দিছিল– লগতে অতিৰঞ্জনৰো। যি কি নহ'ক, প্ৰশংসাৰ যোগ্য স্থানত প্ৰশংসা কৰাৰ শক্তি তেওঁৰ আছিল, আৰু সেয়া নিশ্চয় এটা মহৎ গুণ। ঘন্টাৰ পিচত ঘন্টা ধৰি তেওঁ দিলীপ কুমাৰে দৃশ্যগ্ৰহণৰ সময়ত কৰা অভিনয় চাই থাকিছিল আৰু অভিনেতাগৰাকীৰ অভিনয়ত থকা স্বতঃস্ফূৰ্ত সহজ তথা আকৰ্ষণীয় প্ৰকাশভংগী শিকিবলৈ চেষ্টা কৰিছিল। মীনাকুমাৰী, গীতাবলী, আদিৰ প্ৰতিভা দেখিও তেওঁ প্ৰশংসাত পঞ্চমুখ হৈছিল।

1954 চনত কথাছবি-সমালোচকে বলৰাজৰ বিষয়ে এনেদৰে মন্তব্য দিছিল– অভিনেতাগৰাকীয়ে দিল্লীৰ 'ওডিয়ন' চিনেমাত তেওঁৰদ্বাৰা অভিনীত কথাছবিৰ উদ্বোধনীৰ দিনা ছবিখনৰ শেষৰ পিনে হলত সোমাইছিল। বেছিভাগ লোকে তেওঁক চিনি পোৱা নাছিল আৰু সাধাৰণ দৰ্শকৰ ভিৰত শাৰীপাতি ওলাই গৈছিল। মানুহজনৰ নম্ৰতা স্পষ্টভাৱে বাস্তৱ।

আমাৰ সমাজ জীৱনত চিত্ৰাভিনেতাৰ স্থান তথা মৰ্য্যাদা সম্পৰ্কে যিকোনো বদ্ধমূল ধাৰণাৰ বহু আঁতৰত থকা কাৰণেই তেওঁৰ নম্ৰতা ৰক্ষা কৰাটো সম্ভৱ হৈছিল। এবাৰ তেওঁ আৰু মই কনাট্ প্লেচত এটা কাৰ্ডিগেন জেকেট কিনিবলৈ দোকান এখনত সোমাইছিলোঁ। সাধাৰণতে হোৱাৰ দৰে, তেওঁক কিছুমানে চিনি পাইছিল আৰু প্ৰশংসক দল এটাৰ সামান্য ভিৰ গঢ়ি উঠিছিল। ডেকাসকলে ডায়েৰী, টকাৰ নোট আৰু নোটবুক আদিত অটোগ্ৰাফ ল'বলৈ আগুৱি ধৰাত বলৰাজে হাঁহি আছিল আৰু বিনম্ৰ ব্যৱহাৰ প্ৰদৰ্শন কৰিছিল। তেওঁ অটোগ্ৰাফ দি আছিল, লগতে ভিৰৰ মাজেৰে আগুৱাই গৈ আছিল। আমি গাড়ীৰ ওচৰ পাও মানে, জনসমাগম বাঢ়িছিল। বহুতে জয়ধ্বনি দিছিল, হেণ্ডস্বেক কৰিছিল। যেতিয়া শেষত আমি গাড়ী চলাই আহিব পাৰিলোঁ, মই কৈছিলোঁ– "চমৎকাৰ, নহয়নে? সিহঁতে তোমাৰ কিমান প্ৰশংসা কৰে।"

বলৰাজে মিচিকিয়াই হাঁহি, কৈছিল, "তুমি সিহঁতক জয়ধ্বনি কৰাহে শুনিছা ; সিহঁতে লাজ দিয়া চিঞৰ-বাখৰ শুনা নাই। যেতিয়া অভিনেতা এজনে পিঠি দিয়ে, সিহঁতে ঠাট্টা–মস্কৰা কৰে। ভুল নকৰিবা। মই মাত্ৰ ফিল্ম-অভিনেতাই পোৱা সাধাৰণ জনপ্ৰিয়তাহে অৰ্জন কৰিছোঁ। অনুসন্ধিৎসু মনেৰে মাত্ৰ মানুহৰ ভিৰ জমা হয়।"

সেয়া তেওঁৰ প্ৰতিভাৰ বাবে প্ৰকৃত প্ৰশংসাই হওক বা অনুসন্ধিৎসু মনৰ অৰ্থহীন আগ্ৰহেই হওক– সেইবোৰত তেওঁ বিশেষ গুৰুত্ব নিদিছিল। অৱশ্যে এদিন তেওঁ

মোক কৈছিল, "মুই ভাবি নেপাওঁ যেতিয়া মই পুনৰ অখ্যাত অৱস্থালৈ যাম– তেতিয়া মোৰ কেনে লাগিব। খ্যাতি-যশৰ মাজত থাকি থাকি এনে অৱস্থা পাইছোঁ যে হয়তো অখ্যাত জীৱনলৈ উভতি যাবলৈ মই সক্ষম নহয়।" কিন্তু সেইবুলি তেওঁৰ তথাকথিত এনে খ্যাতিৰে ভৰা জীৱনৰ প্ৰতি বিশেষ মোহ নাছিল।

আন এটা সময়ত তেওঁ এটা ঘটনাৰ বৰ্ণনা মোক দিছিল, যিটো বিশেষ তাৎপৰ্য্যপূৰ্ণ আৰু মৰ্মন্তুদ আছিল আৰু সেয়ে অভিনেতাৰ জীৱনৰ বিষয়ে বলৰাজৰ ধাৰণাৰ আভাস দিয়ে।

"তুমি (অমুকক).. জানানে?"– মোক সুধিছিল। "নিশ্চয় জানো! তেওঁ মোৰ এগৰাকী অতি প্ৰিয় অভিনেত্ৰী।" বলৰাজে কৈ গৈছিল,– "শুনা, এদিন তেওঁ আৰু মই এটা 'বাছ-ষ্টপ'ত (বাছৰোৱা ঠাই) থিয় দি আছিলোঁ। মই তেওঁৰ ঘৰলৈ গৈছিলোঁ, আৰু মোক আগুৱাই দিবলৈ লগতে আহিছিল– সেই বাছৰোৱা ঠাইডোখৰলৈ। কেইজনমান ডেকাল'ৰাই মোক চিনি পাইছিল আৰু অটোগ্ৰাফ ল'বলৈ কাষ চাপি আহিছিল। সিহঁতৰ কোনো এজনেও... তেওঁৰ প্ৰতি মনোযোগ দিয়া নাছিল। মই বিব্ৰত বোধ কৰিছিলোঁ। মই ল'ৰাহঁতক মহিলা গৰাকীৰ বিষয়ে কৈছিলোঁ। মই ক'লোঁ যে তেওঁ বিখ্যাত..., লাখ লাখ দৰ্শকৰ চকুৰ মণি। কিন্তু তেতিয়াও সিহঁতে তেওঁৰ অটোগ্ৰাফ বিচৰাৰ আৱশ্যকতাবোধ নকৰিলে। এইটোৱেই সকলো অভিনেতাৰ ভাগ্যত ঘটে। এদিন পুৱা হঠাতে এজনে আৱিষ্কাৰ কৰে যে তেওঁ অপ্ৰয়োজনীয় হৈ পৰিছে।"

যেতিয়া মই তেওঁৰ লগত এই কথাত অসম্মত বুলি কৈছিলোঁ, তেওঁৰ অলপ উত্মা জাগিছিল। তেওঁ কিন্তু এসময়ৰ তাৰকা কিছুমানৰ কথা উনুকিয়াইছিল, যিসকলে এতিয়া অভাৱ-অনাটনত দিন নিয়াইছে, আঁৰত কোনেও যিসকলৰ বিষয়ে অকণো নেভাবে।

"কলা-সংস্কৃতিৰ আন বিভাগৰ তুলনাত বোম্বেৰ কথাছবি জগতত বহুবেছি ভগ্নহৃদয় ব্যক্তি আছে। বহুতো আছে যি এখন কথাছবিত কাম কৰিছে অথচ ভাগ্যবিপৰ্যয়ৰ বাবে আন এখনত সুবিধা পাবলৈ বছৰ বছৰ ধৰি অপেক্ষা কৰি থাকিও সফল হোৱা নাই। আন বহুতো আছে যিসকলে সৰুসুৰা ভাওত কাম আৰম্ভ কৰিছিল আৰু এতিয়াও তেনে তিনি মিনিটীয়া ভাওতেই অভিনয় কৰি থাকিবলগীয়া হৈছে– একমাত্ৰ আশাত যে কোনোবাদিনা ভাল ভাও ভাগ্যত মিলিব পাৰে। এনে লোক শ শ আছে। সকলো সময়তে কথাছবি জগতক এটা অনিশ্চয়তাৰ পৰিবেশে আবৰি থাকে। ভয়ানকভাৱে প্ৰতিভাৰ অপচয় হৈ থাকে ; এজন সফল অভিনেতাৰ বিপৰীতে শ শ জনে দুৱাৰে দুৱাৰে মূৰ খুন্দিয়াই ফুৰে। আৰু এইবোৰ কেলেই? ব্যৱসায়িক দৃষ্টিৰে আমোদ সৃষ্টি কৰাৰ কাৰণেই নিশ্চয়! আৰু আনহাতে নায়কজনে

বিদেশী গাড়ীত ঘূৰে, চূড়ান্ত অপব্যয়ৰে জীৱন কটায়, দেশৰ সাম্প্ৰতিক পৰিবেশৰ লগত কোনোমতে অকণো খাপ নোখোৱা জীৱন যাপন কৰে। কিন্তু তেনে নায়কেও নিৰাপত্তা অনুভৱ কৰিব নোৱাৰে, কাৰণ তেওঁ এই কথা জানে যে যি খেলৰ ঘোঁৰাত উঠি তেওঁ বিচৰণ কৰি আছে– সেয়ে যিকোনো মুহূৰ্তত তাৰ পিঠিৰপৰা বগৰাই দিবও পাৰে। মতা মানুহতকৈ নাৰীৰ ক্ষেত্ৰত এই অৱস্থা বেছি দুখজনক।"

তেওঁ সকলো সময়তে অভিনেতাৰ জীৱনত এক প্ৰকাৰৰ অবাস্তৱতাৰ ডাৱৰ ওলমি থকা বিষয়ে সচেতন আছিল ; লগতে তেওঁ বাস কৰা কথাছবি জগতখনৰো তদ্ৰূপ অৱস্থাৰ বিষয়ে সচেতন আছিল।

"আমি যিসকলে দৰ্শক-ৰাইজক হুহুৱাও বা কন্দুৱাও, যিসকলে তেওঁলোকক এখন যাদুৰ জগতলৈ লৈ যাও;– তেনেকুৱা আমিবোৰেই একে ধৰণৰ জগতত বিচৰণ নকৰিবলৈ আৰম্ভ কৰোঁ– ফলত আমাৰ নিজৰ জীৱন কথাছবি বা নাটকৰ বিষয়বস্তু যেন হৈ পৰে আৰু সেই কাৰণতে আমাৰ দৰ্শক-সমাজৰ বাবে অধিক আমোদজনক হৈ পৰোঁ।"

আন এটা প্ৰসঙ্গত তেওঁ কৈছিল,– "ৰূপালীপৰ্দাত বিচৰণ কৰা কল্পনাৰ জঁকাবোৰে কথাছবি-অভিনেতাৰ জীৱনৰ বাস্তৱতাকে প্ৰতিবিম্বিত কৰে।"

বলৰাজে যেতিয়াই চলচ্চিত্ৰ-জীৱনৰ বিষয়ে কিবা কৈছিল, তেওঁ ক্ষমা-প্ৰাৰ্থনাৰ সুৰেৰে আৰু খুলি খোৱা অপৰাধেবোধ এটাৰেহে কথাবোৰ যেন ব্যক্ত কৰিছিল। কিয় বাৰু তেনে হৈছিল? সেয়া অলীক নগ্নতা আছিল নেকি? মই বিশ্বাস কৰোঁ যে সেয়া এজন স্পৰ্শকাতৰ হৃদয়ৰ ব্যক্তিৰ সাংস্কৃতিক জগতত বিৰাজ কৰা অৱস্থাৰ বিষয়ে স্বাভাৱিক প্ৰতিক্ৰিয়াহে আছিল ; তেওঁৰ অসন্তুষ্টি মনোভাব আৰু কিবা এটা উপযুক্ত কামত তেওঁৰ শক্তি খটোৱাৰ কামনা তাত প্ৰতিভাত হৈছিল। আদৰ্শৰ পূজাৰ পৰিবেশ এটাত বলৰাজ ডাঙৰ-দীঘল হৈছিল। বাল্যকালত ঘৰটোত আৰ্য্যসমাজৰ পৰিবেশ এটা আছিল, য'ত দেউতাই সামাজিক সংস্কাৰৰ আৱশ্যকতাৰ বাবে গভীৰভাৱে কথা-বতৰা পাতিছিল। পিচলৈ, মুক্তি সংগ্ৰামৰ সময়ত, ৰাষ্ট্ৰীয় আশা-আকাঙ্ক্ষা আৰু ত্যাগৰ আদৰ্শৰ পৰিবেশ বিৰাজ কৰিছিল। তেওঁ আমাৰ সময়ত দুগৰাকী মহৎ আদৰ্শবাদী– গান্ধী আৰু ঠাকুৰৰ ওচৰ সান্নিধ্যতো বাস কৰিছিল। আৰু পিচলৈ যেতিয়া তেওঁ নিষ্ঠাবান মাৰ্ক্সবাদী হৈছিল, তেওঁৰ মন নিষ্পেষিত দুৰ্দশাগ্ৰস্ত মানৱতাৰ বাবে এটা দায়বদ্ধতাৰ ভাবেৰে পুনৰ উদ্বেলিত হৈ উঠিছিল। এনে এজন ব্যক্তিয়ে কঠোৰ বাস্তৱতাৰ পৰিবেশৰ লগত– য'ত কলা-সংস্কৃতিৰ বিচাৰতকৈ আৰ্থিক লাভৰ দৃষ্টিহে বিৰাজমান– তেনে পৰিবেশৰ লগত সহজে খাপ খুৱাই ল'ব নোৱাৰিবই। প্ৰায়েই তেওঁ কলা-সংস্কৃতিক ব্যৱসায়ৰ পৰ্য্যায়লৈ অৱনমিত কৰি অপ-সংস্কৃতিৰ সৃষ্টি কৰা যন্ত্ৰবিশেষৰ অংশ হিচাপে নিজকে অনুভৱ কৰিছিল। এই

যন্ত্ৰৰ অংশ হিচাপে ধনী তথা বিখ্যাত হোৱা কাৰ্য্যই তেওঁক বিশেষ সন্তুষ্টি বা সফলতাৰে আনন্দ দিব পৰা নাছিল। তদুপৰি, সাহিত্য কৰ্মত তেওঁৰ প্ৰথম প্ৰচেষ্টা অতিশয় আশাপ্ৰদ আছিল। আই. পি. টি. এ.ৰ কামবোৰতো আনন্দ অনুভৱ হৈছিল, কাৰণ সেইবোৰৰ মাজত তেওঁ দৰ্শক সমাজক কিছুদূৰ সচেতন কৰি সমাজ ব্যৱস্থাৰ উন্নতি কৰাৰ সংগ্ৰামত অংশীদাৰ হিচাপে নিজকে অনুভৱ কৰিব পাৰিছিল। সাহিত্য ৰচনা আৰু আই. পি. টি. এ. মঞ্চ – উভয় ক্ষেত্ৰত ব্যক্তিগত প্ৰচেষ্টাৰ মূল্যায়নৰ থল আছিল। কিন্তু অতি বহল খেলি–মেলিৰে ভৰা চলচ্চিত্ৰ জগতত, ব্যক্তি হিচাপে তেওঁ বিশেষ একো কৰাৰ সুবিধা নাছিল। সেই কাৰণেই প্ৰায়েই গভীৰভাৱে তেওঁ চিন্তা কৰিছিল যে তেওঁ তেওঁৰ সময়ৰ অপচয় কৰি আছে, যে তেওঁ উক্ত ক্ষেত্ৰৰ বাবে উপযোগী নহয়।

তথাপিও তেওঁ কলা মাধ্যম হিচাপে কথাছবিৰ শক্তি তথা প্ৰভাৱৰ বিষয়ে সম্যকভাৱে উপলব্ধি কৰিছিল। আৰু তেওঁৰ নিজস্ব দৃষ্টিভঙ্গীৰে, কেবাবাৰো অৰ্থপূৰ্ণ প্ৰগতিশীল কথাছবি প্ৰযোজনাৰ দিশত আগভাগ লৈছিল। তেওঁৰ উদ্দীপনাৰ ফলতেই, বিখ্যাত কাশ্মীৰী কবিজনাৰ নামত ‘মেহজুৰ’ নামৰ প্ৰথম কাশ্মীৰী ভাষাৰ কথাছবিখন নিৰ্মিত হৈছিল। বলৰাজ আৰু তেওঁৰ পুত্ৰ পৰীক্ষিত – দুয়ো উক্ত কথাছবিখনত অভিনয় কৰিছিল ; পৰীক্ষিতে কবিজনাৰ ভাওটো লৈছিল। একেদৰে, পঞ্জাবী লেখক নানক সিঙৰ উপন্যাসৰ ভেটিত শ্ৰীৰাজেন্দ্ৰ ভাটিয়াই নিৰ্মাণ কৰা ‘পবিত্ৰ পাপী’ কথাছবিখন প্ৰযোজনা কৰাতো তেওঁ সহায় কৰিছিল। তেওঁৰ গৃহৰাজ্য পঞ্জাৱত এটা ফিল্ম-ষ্টুডিঅ’ নিৰ্মাণৰ বাবেও তেওঁ অতিশয় আগ্ৰহী আছিল।

ভাৰতত কথাছবি নিৰ্মাণৰ কিছুমান দিশৰ প্ৰতি বলৰাজেও বিশেষভাৱে অনুভৱ কৰিছিল। তেওঁ প্ৰায়েই কৈছিল যে সাহিত্যৰ দৰেই কথাছবিও ৰাইজৰ জীৱনযাত্ৰাৰ মূল ভেটিৰ ওপৰত সৃষ্টি হ’ব লাগে ; বহু দেশত ভাল কথাছবি নিৰ্মাণৰ কাৰণ হ’ল এয়ে যে বহু দেশ এখন ঘনীভূত সাংস্কৃতিক ঐক্যৰ স্থলী য’ত কথাছবি নিৰ্মাতাসকল তাৰেই থলুৱা লোক, য’ত ভাষা তথা সংস্কৃতিৰ ঐক্য আছে, আৰু য’ত লেখক তথা কথাছবি নিৰ্মাতাৰ মাজত নিবিড় যোগাযোগ আছে। হিন্দী কথাছবিৰ ক্ষেত্ৰত, এই সাংস্কৃতিক ঐক্যৰ অভাৱ। হিন্দী কথাছবিবোৰ নিৰ্মিত হয় বোম্বেত, যিহেতু ভাৰতৰ হিন্দীভাষী অঞ্চলত ফিল্ম-ষ্টুডিঅ’ নাই.... আনহাতে বিভিন্ন দৃষ্টিভঙ্গীৰ সাংস্কৃতিক ঐক্য নথকা চলচ্চিত্ৰ কৰ্মী, অভিনেতা, প্ৰযোজকসকল (বেছিভাগেই পঞ্জাৱৰ লোক), লেখক আৰু কাৰিকৰসকলে যে কথাছবি উৎপাদনহে কৰে। কথাছবিবোৰ জনসাধাৰণৰ জীৱনৰ ভেটিত গঢ় লৈ নুঠে। অকল কিছুমান ধৰাবন্ধা ‘ফৰ্মুলা’ত যে খাপ খুৱাই ‘বক্স-অফিচ’ৰ সাফল্যৰ দৃষ্টিৰে প্ৰায় ক্ষেত্ৰতে ছবিবোৰ কৰিবলগীয়া হয়। সেই কাৰণে তেনেবোৰ ছবিত উপৰুৱা, অগভীৰ কথা প্ৰকাশ পায়। কথাছবি

নিৰ্মাতাসকলৰ সাংস্কৃতিক পৰিপ্ৰেক্ষিতত যোগ্যতাৰ অভাৱ। কথাছবি নিৰ্মাতাসকলে কথাছবিৰ দৃশ্য অৱতাৰণা কৰাৰ ক্ষেত্ৰত দেখুওৱা দৃষ্টিভঙ্গীয়েও এই কথাকে প্ৰতীয়মান কৰে।

হিন্দী কথাছবিৰ দৃশ্যাৱলীৰ প্ৰতি যান্ত্ৰিক মনোভাবহে যেন দেখুওৱা হয় (বিদেশী কথাছবিত ঠিক ইয়াৰ ওলোটা)। কাহিনীৰ জঁকাটো ঠিক কৰি লোৱাৰ পিচত দৃশ্য সৃষ্টিক যেন সংলাপেৰে ভৰোৱা অনুশীলন হিচাপেহে ধৰা হয়। কেতিয়াবা আকৌ দৃশ্যগ্ৰহণৰ বাবে যোৱা সময়লৈকে দৃশ্যাৱলী তথা সংলাপ আদি লিখি লোৱাই নহয়। এনেকুৱাও দেখা যায় যে কেমেৰামেনে পোহৰ সংযোজন ব্যৱস্থা আদি ঠিক কৰি দৃশ্যগ্ৰহণৰ কাৰণে ৰৈ থাকে আৰু তেতিয়াহে খৰধৰকৈ সংলাপ লিখা হয়।...

সেই সময়ত, শশধৰ মুখাৰ্জীৰ 'বক্স-অফিচ'ৰ যাদুকৰ বুলি খ্যাতি আছিল। তেওঁৰ কোনোখন ছবি অসফল হোৱা নাছিল। তেওঁ অনুসৰণ কৰা 'ফৰ্মুলা বা সূত্ৰটো সহজ আছিল— তেওঁ ইচ্ছাকৃতভাৱেই চিত্ৰনাট্যৰ দৃশ্যাৱলীৰ দিশটো দুৰ্বল কৰিছিল। দৃশ্যাৱলীৰ আকৰ্ষণীয়তা দুৰ্বল হ'লে, স্বাভাৱিকতে দৰ্শকে গীত আৰু নৃত্যৰ অংশৰ বাবে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰিছিল। যদি দৰ্শকে দৃশ্যৰ পটভূমি অতিশয় আকৰ্ষণীয় অনুভৱ কৰে, তেনেহ'লে গীত-নাচৰ প্ৰতি কম আগ্ৰহশীল হ'ব পাৰে ; যিটো 'বক্স–অফিচ'ৰ দৃষ্টিভঙ্গীৰে ভাল নহয়। এইবুলি তেওঁ যুক্তি প্ৰদৰ্শন কৰিছিল আৰু কৈছিল যে হিন্দী কথাছবিত সফলতাৰ বাবে একমাত্ৰ নিৰ্ভৰযোগ্যতাৰ থল হ'ল— গীতবোৰ।

মই ভাবো দৃশ্যাৱলী আৰু সংলাপবোৰ সুকীয়াকৈ লিখি উলিয়াটো ডাঙৰ ভুল। চিত্ৰনাট্য বা দৃশ্যাৱলী হ'ল এডাল গা-গছ, তাৰ প্ৰতিটো অংশ-শিপা, ঠাৰি, ডাল-পাত সকলো স্বাভাৱিকভাৱে ক্ৰম অনুসৰি গজি উঠিব লাগে।

বলৰাজে প্ৰায় 135 খন কথাছবিত অভিনয় কৰিছিল। গভীৰতাহীন তথা অতি-অভিনয়ভৰা হিন্দী ছবিৰ প্ৰকৃতিৰ মাজতো তেওঁ বাস্তৱানুগ, অতি আকৰ্ষণীয় তথা সূক্ষ্ম চৰিত্ৰ নিবেদনত সক্ষম হোৱাৰ মূলতে আছিল এইটোৱেই যে তেওঁ কথাছবিবোৰত স্পৰ্শকাতৰ অনুভূতিপ্ৰৱণতা তথা কলাসুলভতা, দৃষ্টিভঙ্গীৰ বিশালতা আৰু গভীৰ সমাজসচেতনতা প্ৰকাশ কৰাত সমৰ্থ হৈছিল। এনে ধৰণৰ উচ্চমানৰ বিবিধ চৰিত্ৰ নিবেদনৰ আৰ্হি হিচাপে উনুকিয়াব পাৰি— 'গৰম কোট'ৰ কেৰাণী, 'দো বিঘা জমীন'ৰ কৃষক' 'আউলাদ'ৰ ঘৰুৱা চাকৰ, 'কাবুলিৱালা'ৰ পাঠান, 'ৱক্ত'ৰ আশ্ৰয়প্ৰাৰ্থী, 'একফুল দো মালী'ৰ মিলমালিক, 'গৰম হাৱা'ৰ মুছলমান ব্যৱসায়ী আদিৰ দৰে চৰিত্ৰবোৰ। বলৰাজে অভিনয় কৰা চৰিত্ৰবোৰৰ মাজত নিজকে একাত্মীকৰণৰ সফল ছবিবোৰৰ মাজত উক্ত কেইখনৰ নামো উল্লেখ কৰিব পাৰি। আচহুৱা পৰিবেশ তথা মানসিক গঠন আৰু মূল্যবোধৰ মাজত ডাঙৰ-দীঘল হোৱা বাবেই বলৰাজে

কথাছবি জগতত প্ৰায়েই নিজকে অনুপযোগী অনুভৱ কৰিছিল ; আৰু সেয়ে তেওঁৰ কামবোৰ অধিক কঠিন কৰি তুলিছিল আৰু তেওঁৰ সংগ্ৰামকো কঠোৰ তথা বেদনাদায়ক কৰিছিল। একপ্ৰকাৰে, তেওঁ সকলো সময়তে যেন সোঁতৰ বিপৰীতে সাঁতুৰিবলগীয়া হৈছিল, সেয়ে সময় বিশেষে সেয়া অতি কষ্টসাধ্য হৈছিল। তদুপৰি 'ব্যৱসায় বা উদ্যোগৰ লগত জড়িত তথাকথিত কূট-কৌশল'ৰ সহায় তেওঁ নলৈছিল; তাৰ পৰিৱৰ্তে তেওঁ আপুৰুগীয়া মৰ্য্যাদা, আকৰ্ষণীয় নম্ৰতা আৰু শিল্পীসুলভ গৌৰৱবোধেৰেহে আগবাঢ়িছিল। তেওঁ কাহানিও কথাছবি জগতৰ ৰাজনীতিত জড়িত হোৱা নাছিল। আমাৰ দেশত কথাছবি-শিল্পীৰ জীৱনযাত্ৰা জটিল বুলি জানিও, আৰু কথাছবি একোখনৰ 'বক্স-অফিচ'ৰ সাফল্যৰ মাপকাঠীৰেহে তেওঁলোকৰ মূল্যায়ন কৰা কথা উপলব্ধি কৰিও,– বলৰাজে জীৱনজুৰি শিল্পী হিচাপে নিষ্ঠা-আন্তৰিকতা ৰক্ষা কৰি চলিছিল।

আনহাতে কিছুমান ৰোমান্টিক আদৰ্শবাদীৰ দৰে এটা নতুন পথ পোহৰাই তোলাৰ বধ্যমূল ধাৰণাৰেও অভিভূত হোৱা নাছিল। তেওঁ নিস্পৃহ তথা বাস্তৱমুখী দৃষ্টিভঙ্গীৰে উপলব্ধি কৰিছিল কথাছবি জগতৰ কেনেকুৱা দুৰ্বল ভেটিত তেওঁ অতি কষ্টেৰে চেষ্টা কৰি থিয় দিয়াৰ কৃতিত্ব লাভ কৰিব লাগিব। পৰিচালকৰ লগত ভুল বুজাবুজিৰ অৱস্থাৰ তেওঁ সন্মুখীন হোৱা নাছিল; প্ৰযোজকৰ লগতো বাদ-বিবাদ কৰা নাছিল। সমগ্ৰ সংগ্ৰাম আছিল তেওঁৰ নিজৰ লগতে—এজন শিল্পী হিচাপে। এই ক্ষেত্ৰত তেওঁৰ নম্ৰতা, তেওঁৰ গ্ৰহণ কৰিব পৰা মানসিকতা, তেওঁৰ বাস্তৱতাক নিৰ্লিপ্তভাৱে উপলব্ধি কৰা ক্ষমতা আদিয়ে সফলতা লাভত বলৰাজক অতিশয় সহায় কৰিছিল। গতিকে এই দৃষ্টিৰে তেওঁৰ নিজস্ব পদ্ধতিৰ ভেটিত এটা নতুন পথ পোহৰাই তোলা বুলিও ক'ব পাৰি।

"এতিয়ালৈকে মই সততাৰে আৰু আত্মমৰ্য্যাদা সহকাৰে কাম কৰি আহিছোঁ। যদি সেয়া মই হেৰুৱাবলগীয়া হয়, তেনে মই অধঃপাত্ৰে যাম..." (চিঠি, 22 জুন 1954)।

আন এবাৰ যেতিয়া মই বিশেষ ব্যক্তি এজনক মোৰ হৈ ক'বলৈ লিখিছিলোঁ, তেওঁ উত্তৰ দিছিল এনেদৰে,

মই নিজৰ কাৰণে কেতিয়াও কাকো অনুৰোধ কৰা নাই, এতিয়া মই তোমাৰ কাৰণে তাকে কৰিলে তোমাৰ প্ৰতি অন্যায় কৰাহে হ'ব... গছৰপৰা পোনে পোনে ফল পাৰি খোৱাত বিশেষ আনন্দ থাকে... মই সেই আনন্দৰপৰা তোমাক বঞ্চিত কৰিব নোখোজো (চিঠি এঘাৰ জুলাই 1956)।

তেওঁ নিজৰ কঠোৰ পৰিশ্ৰমৰ ফলতেই আৰু নিষ্ঠাবান শিল্পী কাৰণেই কথাছবি জগতত খ্যাতিৰ আগশাৰী পাইছিল। কম সময়ৰ ভিতৰতে তেওঁৰ ছবিবোৰ পূৰ্ণ প্ৰেক্ষাগৃহত চলিছিল আৰু 'জুবিলী'ৰ মৰ্য্যাদাও লাভ কৰিছিল। 'এৱাৰ্ড' (বিশেষ

পুৰস্কাৰ) আহিবলৈ ধৰিছিল। স্বীকৃতিও পাবলৈ আৰম্ভ হৈছিল, লগতে যশস্যা আৰু অৰ্থ। চলচ্চিত্ৰ জগতৰ উত্থান-পতনৰ মাজতো, তেওঁৰ ভাগ্যনক্ষত্ৰ যেন ক্ৰমে উৰ্দ্ধগামী হৈ আছিল। বোম্বেৰ তেওঁৰ বাসভৱনলৈ যোৱা সকলৰ চকুত পৰিছিল কেবাখনো তেওঁৰ সফল কথাছবিৰ 'জুবিলী'ৰ প্ৰতীক পুৰস্কাৰ ; আৰু সমগ্ৰ দেশৰ বিভিন্ন সংস্থা তথা গোষ্ঠীয়ে দিয়া আৰু ধুনীয়া ফ্ৰেমত বান্ধি থোৱা অভিনন্দন পত্ৰবোৰ।

1969 চনত ভাৰত চৰকাৰে তেওঁক পদ্মশ্ৰী উপাধি প্ৰদান কৰে।

কথাছবিত অভিনয়ৰ লগতে, বলৰাজে মঞ্চাভিনয়ৰ লগতো আন্তৰিক সংযোগ ৰাখি চলিছিল। 1950 চনমানত, বোম্বেৰ আই. পি. টি. এ.ৰ কাৰ্য্যক্ৰমৰ সামৰণি পৰা বুলি ক'ব পাৰি। বলৰাজে তেওঁৰ বিশ্বস্ত বন্ধু কেইজনমান আৰু নাট্যপ্ৰেমীক লগলগাই 'দি জুহু আৰ্ট থিয়েটাৰ' নামকৰণেৰে এটা চৌখীন নাট্যগোষ্ঠী গঢ়ি তুলিছিল। তাত তেওঁৰ পত্নী, সন্তোষ, নীতিন শেঠী, মোহন শৰ্মা, তেওঁলোকৰ প্ৰতিভাশালী পত্নীসকল আৰু আন কিছু ব্যক্তি অন্তৰ্ভুক্ত আছিল। এইদৰে বলৰাজৰ নাট্যকৰ্মও প্ৰায় অবাৰিত গতিত চলি আছিল। তেওঁলোকে লগ হৈ গগলৰ 'ইন্সপেক্টৰ জেনেৰেল' মঞ্চস্থ কৰিছিল। তাৰ পিচত শ্বৰ 'পিগমেলিয়ন'ৰ ভেটিত 'আজহাৰকা খ্বাব' নামৰ নাটকখন কৰিছিল। তেওঁৰ পিচৰ জীৱনৰ কঠিন কালত কাষত থিয় দিয়া অন্তৰঙ্গ প্ৰিয় বন্ধুও আছিল। ষাঠিৰ দশকত আই. পি. টি. এ. কাৰ্য্যসূচী পুনৰ জীৱিত কৰি তুলিছিল আৰু বলৰাজেও আকৌ আই. পি. টি. এ. মঞ্চত আৱিৰ্ভাৱ হ'বলৈ আৰম্ভ কৰিছিল। তেনে স্মৰণীয় নাট্যাভিনয়ৰ অন্যতম আছিল 'আখিৰী শাম' শীৰ্ষক নাটকত গালিবৰ ভাওটো. এই নাটখনৰ সংলাপ লিখিছিল কাইফী আজমীয়ে আৰু নাটখন পৰিচালনা কৰিছিল ছাথিউৰে। গালিবৰ শতবাৰ্ষিকীৰ সময়ত দিল্লীৰ ৰেডফোৰ্ট ৰোডত অৱস্থিত 'দিৱান-ই-আম'ত সফলতাৰে মঞ্চস্থ কৰা হৈছিল

বলৰাজে পঞ্জাৱী-মঞ্চৰ লগতো আন্তৰিক সম্বন্ধ ৰাখিছিল। তেওঁ পঞ্জাবী কলা কেন্দ্ৰৰ নাটকবোৰতো সক্ৰিয়ভাৱে যোগ দিছিল। ছৰ্দাৰ গুৰুশৰণ সিং নামৰ গভীৰভাৱে সামাজিক দায়বদ্ধতাসম্পন্ন তথা ত্যাগী মনোভাৱৰ শিল্পীয়ে এই নাট্যসস্থাটো গঠন কৰিছিল। বলৰাজে কেতিয়াবা কেতিয়াবা এইবোৰ পঞ্জাবী নাটকত ভাগ ল'বলৈ সুদূৰ বোম্বেৰপৰা অমৃতচৰ পাইছিলগৈ। কেতিয়াবা আকৌ নাট্যদলৰ লগত তেওঁ পঞ্জাবৰ ভিতৰুৱা নগৰ-গাঁওবোৰলৈও গৈছিল। এই সংযোগ তেওঁৰ জীৱনৰ শেষ কাললৈকে ৰক্ষা কৰি আছিল। প্ৰকৃততে মৃত্যুৰ এসপ্তাহমান আগলৈকো তেওঁ বোম্বেত বলৱন্ত গাৰ্গীৰ নাটক এখনৰ নিবেদন কাৰ্য্যত গভীৰভাৱে লাগি আছিল।

## সাত

# সৃষ্টিশীল সাহিত্য

সময় যোৱাৰ লগে লগে আৰু চলচ্চিত্ৰ অভিনেতা হিচাপে তেওঁৰ প্ৰতিভা পূৰ্ণ বিকশিত হোৱাৰ পিচত, এটা নতুন বলিয়ালিয়ে তেওঁক ব্যস্ত কৰিলে। প্ৰকৃতপক্ষে, নতুন নহয়, সকলো সময়তে এয়া তেওঁৰ লগত আছিলেই– মাত্ৰ সুপ্ত অৱস্থাত থাকিছিল। সেয়া আছিল পঞ্জাবী ভাষা-সাহিত্য তথা সংস্কৃতিৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ। এতিয়া মাত্ৰ সেয়া মূৰ্ত হৈ উঠিছিল প্ৰবল শক্তি তথা অনুৰাগ হিচাপে আনকি হয়তো বলৰাজৰ নিজৰো অজ্ঞাতেই। তাৰ বহুতো কাৰণ আছিল। তেওঁ বহুদিন আগতে পঞ্জাব এৰিছিল আৰু এটা স্মৃতিসনা আকৰ্ষণ অনুভৱ কৰিছিল আৰু সেয়ে ঘৰৰ ল'ৰা ঘৰলৈ ওভতাৰ প্ৰবল আকাঙ্ক্ষা উপজিছিল। কিন্তু এয়া অকল ঘৰলৈ ওভতাৰ প্ৰবল আকাঙ্ক্ষা নাছিল ; এয়া আছিল শিল্পী হিচাপে কৰা সংগ্ৰামৰ স্বাভাৱিক ফলশ্ৰুতি। শিল্পী হিচাপে তেওঁ উপলব্ধি কৰি আহিছিল যে তেওঁৰ নিজৰ মানুহখিনিৰ সংস্কৃতিৰ মূল শিপা খান্দি উলিয়াব লাগিব, তেওঁলোকৰ লগত নিজা ভাব এটা থাকিব লাগিব, আৰু যিবিলাক মানুহৰ মাজৰপৰা তেওঁ গঢ় লৈ উঠিছে সেইসকলৰ জীৱন তথা সংস্কৃতিৰপৰা শিল্পীৰ দৃষ্টিৰে সমল আহৰণ কৰিব লাগিব। এনেকুৱা মূল বা ভেটি নেথাকিলে, এজন শিল্পীৰ শিল্পকৰ্ম লেৰেলি যাবলৈ ধৰে আৰু যান্ত্ৰিক তথা অগভীৰ বা উপৰুৱা যেন হৈ সমাপ্তি ঘটে।

আন কিছুমান উপাদানো আছিল ; তেওঁৰ সাহিত্যপ্ৰীতি প্ৰকৃততে প্ৰথম প্ৰেমে যেন পুনৰ প্ৰতিষ্ঠিত হ'বলৈ ধৰিছিল। তেওঁ এতিয়াও বিশ্বাস কৰিছিল যে তেওঁৰ জীৱনৰ প্ৰকৃত আহিলা হেৰুৱাই পেলাইছে আৰু সেয়ে তেওঁ সাহিত্য ক্ষেত্ৰলৈ পুনৰ উভতি আহিবই লাগিব। এই ধাৰণাৰ লগতে তেওঁৰ নিৰ্মীয়মান কথাছবিবোৰৰ ধৰণৰ ওপৰত বাঢ়ি অহা অসন্তুষ্টিও আছিল ; আৰু তেওঁ অনুভৱ কৰিছিল যে প্ৰযোজিত কথাছবিবোৰৰ গুণগত দিশটো নিৰ্মাণৰ বাবে ব্যয় কৰা সময় তথা শক্তিৰ কোনোমতেই পৰিপূৰক নহয়।

1954 চনৰ জহকালি; 'বদনাম'ৰ এছোৱা দৃশ্য গ্ৰহণৰ অন্তত মানালীৰপৰা উভতি আহি তেওঁ বিখ্যাত পঞ্জাবী ঔপন্যাসিক নানক সিঙৰ দৰ্শনৰ বাবে অমৃতসৰলৈ গৈছিল। 1953 চনৰপৰা ইতিমধ্যে তেওঁ মোলৈ গুৰুমুখী লিপিত পঞ্জাবী ভাষাৰে চিঠি লিখিবলৈ লৈছিল। 1955 চনৰ বাৰ মে তাৰিখে এখন চিঠিত তেওঁ লিখিছিল–

মোৰ কথাছবিৰ প্ৰতি কোনো আসক্তি নোহোৱা হৈছে। মই এতিয়া সাহিত্যৰ প্ৰতিহে অনুৰক্ত হৈ পৰিছোঁ। আৰু সেয়াও, প্ৰায় ক্ষেত্ৰত, মোৰ নিজা পঞ্জাবী সাহিত্যৰ প্ৰতি। যদিওবা মই পঞ্জাবী ভাষাত মৌলিক, সৃষ্টিমূলক সাহিত্য ৰচনা কৰিব নোৱাৰোও, অন্ততঃ পঞ্জাবী ভাষালৈ অনুবাদ কৰিবতো পাৰিম ; আৰু তেনে কৰিলেও জীৱনযাত্ৰা সফলভাৱে চলাই যাব পাৰিম।... নিজৰ নিজৰ ভাষাত মানুহে শ্ৰেষ্ঠ জ্ঞানৰ আকৰ পোৱাটো আৱশ্যক। এইদৰেহে দেশক আগুৱাই নিয়াৰ আচল পথ অনুসৰণ কৰিব পাৰি।...

তেওঁ চিঠিবোৰত বাৰে বাৰে উল্লেখ কৰিছিল যে অলপ টকা-পইচা সাঁচি লৈ তেওঁ দিল্লীলৈ উভতি আহিব আৰু দিল্লী নাইবা শ্ৰীনগৰত থিতাপি ল'ব লগতে তেওঁৰ সমগ্ৰ শক্তি-উদ্দীপনা সৃষ্টিমূলক সাহিত্য সৃষ্টিত নিয়োগ কৰিব।

তুমি জানি সুখ পাবা যে অমিয় চক্ৰবৰ্তীয়ে পুনৰ মোক তেওঁৰ পিচৰ কথা-ছবিখনত লৈছে। এইবাৰ নায়িকা বৈজয়ন্তীমালা। এইখন চুক্তিৰ ভেটিত হয়তো আৰু কিছু কথাছবিত অভিনয়ৰ চুক্তিপত্ৰ পাবও পাৰোঁ। যদি এই বছৰ মই কিছু টকা ৰাহি কৰিব পাৰোঁ, তেনেহ'লে অহাবছৰ, মই এই পঙ্কিলতাৰপৰা বাহিৰ হ'বলৈ ইচ্ছা কৰিছোঁ... (1956 চনৰ বিছ ফেব্ৰুৱাৰী তাৰিখৰ চিঠি)।

কিছুদিন তেওঁ কল্পনা কৰিছিল যে ঘৰলৈ উভতি আহি এখন 'আমাৰ শান্তিনিকেতন' (তেওঁৰ ভাষাত) স্থাপন কৰিব– এক ধৰণৰ সাধাৰণ সৰু বাসস্থান য'ত তেওঁ মই আৰু আন কিছুমানে সহজ-সৰলভাৱে জীৱনযাপন কৰিম আৰু সাহিত্য চৰ্চাতেই আমাৰ সমগ্ৰ সময় নিষ্ঠাসহকাৰে খটুৱাম।

দিনে নিশাই শ্বুটিং (দৃশ্যগ্ৰহণৰ কাম) চলে। বেঙ্কত সাত-আঠ হেজাৰমান টকা জমাৰ ঘৰত গোট খাইছে... মোৰ একমাত্ৰ কামনা যে পিচৰ ছমাহ বা বছৰটোৰ ভিতৰত কুৰিহেজাৰমান টকা ৰাহি কৰিম আৰু তেতিয়াহে মই মোৰ জীৱনটোক নিজৰ মুঠিত বুলি ক'ব পৰা অৱস্থা হ'ব। যদি কিবা প্ৰকাৰে মই ত্ৰিছ হেজাৰ টকা জমাব পাৰোঁ, তেনেহ'লে তোমাকো মই টানি লৈ যাম আৰু কাশ্মীৰত আমাৰ নিজা শান্তিনিকেতনখন পাতিম (1954)।

আকৌ কেইমাহমান পিচত লিখিছিল– এই বছৰ কুৰি হেজাৰ টকা ৰাহি কৰাৰ অৱস্থা নিশ্চিতভাৱে লাভ কৰিছোঁ... দিল্লীত আৰু কাশ্মীৰতো আমাক বিনা ভাড়াত থাকিবলৈ ঘৰ দিয়া হৈছে। এইবোৰ কথা বিবেচনা কৰি, যদি তুমি এখন আঁচনি কৰা– তেনেহ'লে 'আমাৰ শান্তিনিকেতন'খন যুটীয়াভাৱে স্থাপন কৰাতকৈ আন একোৱে মোক অধিক আনন্দ দিব নোৱাৰিব। সৃষ্টিমূলক সাহিত্য সৃষ্টিৰ বাবে ই এটা ডাঙৰ সমস্যা। যদি আমি দুয়ো একলগে বহিব পাৰোঁ, আৰু এটা উপায় উলিয়াব পাৰোঁ, সেয়া সম্ভৱ হ'ব;– যদিও মই এই বিষয়ত নানান অসুবিধাৰ কথাও উপলব্ধি কৰোঁ। (1955 চনৰ বাৰ মেৰ চিঠি)।

এইখিনি সময়ত আকৌ তেওঁৰ প্ৰতিভাই ক্ৰমে অধিক স্বীকৃতি পাবলৈ ধৰিছিল আৰু তেওঁৰ ভাষাৰ তথাকথিত 'পঙ্কিলতা'ৰ মাজত ক্ৰমে গভীৰতাত সোমাই পৰিবলগীয়া হৈছিল। কেতিয়াবা কেতিয়াবা মোৰ সন্দেহ হৈছিল যে তেওঁৰ এই সাহিত্য চৰ্চাৰে জীৱিকাৰ হেঁপাহ দেউতাৰ বুঢ়া বয়সত ব্যৱসায়-বাণিজ্যৰ প্ৰতি জাগি উঠা পুৰণিদিনীয়া প্ৰীতিৰ দৰে নাছিলতো– দেউতাৰো এনে প্ৰীতিৰ মাজত আন্তৰিক আগ্ৰহ থাকিলেও তাৰবাবে আৱশ্যকীয় দুখ-কষ্ট সহ্য কৰাৰ মানসিক প্ৰস্তুতি নাছিল। কিন্তু বলৰাজৰ ক্ষেত্ৰত তেনেকুৱা নাছিল। তেওঁ বাস্তৱ ক্ষেত্ৰত পঞ্জাবী ভাষা অধ্যয়নত আন্তৰিকতাৰে মনোনিবেশ কৰিছিল, যিটো সঁচাকৈয়ে আনৰ বাবে ঈৰ্ষাৰ কাৰণ হৈছিল। পঢ়া-শুনাৰ উপৰি, তেওঁ নোটবুকত বাক্যাংশ, জঁতুৱা ঠাচৰ শব্দমালা আদি লিখি লৈছিল ; আইৰ লগত বহি তেখেতৰ কথা-বতৰাৰপৰা প্ৰকাশভঙ্গী টুকি থৈছিল ; গুৰুদ্বাৰবোৰলৈ গৈ গুৰু গ্ৰন্থ চাহিব পাঠ আৰু 'ৰাগী'ৰ গীতবোৰ মনোযোগেৰে শুনিছিল। এবাৰ বোম্বেত থাকোতে, নিশা দূৰৈৰ গুৰদ্বাৰ এটালৈ মোক তেওঁ লৈ গৈছিল, কাৰণ পঞ্জাবৰপৰা অহা 'ৰাগী'সকলে তাত গীত গোৱাৰ কথা আছিল। আমি বহি বহি নিশা প্ৰায় এঘাৰ বজালৈ সেই গীত শুনিছিলোঁ ; তাৰ পিচত ওৰে ৰাতি শুটিং থকা হেতুকে বলৰাজ ষ্টুডিঅ'লৈ গৈছিল আৰু মই ঘৰলৈ উভতি আহিছিলোঁ।

এয়া অকল অতীত-প্ৰীতিয়েই নহয়। এইদৰে প্ৰধানতঃ শিল্পী হিচাপেই তেওঁ নিজৰ অঞ্চলৰ নিজস্ব ভাষা-সংস্কৃতিৰ প্ৰতি আকৃষ্ট হৈছিল। তেওঁ পঞ্জাবী সংস্কৃতিৰপৰা উৎক্ষিপ্ত হোৱা যেন অনুভৱ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে কোনো শিল্প-কলাই নিজস্ব পৰিবেশৰ বাহিৰে আন পটভূমিত গঢ় লৈ উঠিব নোৱাৰে। তেওঁ উদাহৰণ দিছিল বঙালী কেৰেলাবাসীৰ আৰু মহাৰাষ্ট্ৰীয়সকলৰ যিসকলৰ মাজত সাংস্কৃতিক সম্প্ৰীতি বৰ্তমান। তেওঁ কঠোৰভাৱে অভিযোগ কৰিছিল যে পঞ্জাবীসকলৰ নিজৰ ভাষা-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা-ভক্তি তেনেই কম। বৃটিছ যেতিয়া ইয়াত আছিল তেতিয়া ইংৰাজী ভাষা জনাতহে গৌৰৱবোধ কৰা হৈছিল, আৰু তাৰ পিচতে আছিল উৰ্দুৰ স্থান। দেশৰ স্বাধীনতাৰ পিচত যেতিয়া উৰ্দুৰ সামাজিক মৰ্য্যাদা কমি আহিছিল আৰু হিন্দীৰ মৰ্য্যাদা বাঢ়িছিল, তেতিয়া বহুতো ডেকা পঞ্জাবী লেখকে হিন্দী ভাষাৰ মাধ্যম গ্ৰহণ কৰিছিল। পঞ্জাবী ভাষাত পঞ্জাবীসকলে নিজেই অৱহেলা কৰিবলৈ লৈছিল ; যিটোক এক প্ৰকাৰ আচহুৱা পৰিস্থিতি বুলি ক'ব পাৰি। আন কোনো এখন ৰাজ্যতে পঞ্জাবীসকলে কৰাৰ দৰে নিজৰ নিজৰ ভাষাক ইমান অৱজ্ঞা তথা অশ্ৰদ্ধা কৰা দেখা পোৱা নাছিল। তেওঁ তৰ্ক কৰি কৈছিল যে এই কাৰণেই বোম্বেৰ কথাছবি জগতত পঞ্জাবীসকলৰদ্বাৰা প্ৰভাৱান্বিত হ'লেও, কথাছবিবোৰৰ কলা-সুলভ আৰু সাংস্কৃতিক মান ইমান নিম্নখাপৰ।

পঞ্জাবী ভাষা আৰু সংস্কৃতিৰ লগত তেওঁ যিমানে নিবিড়ভাৱে জড়িত হৈ আহিছিল, কথাছবি অভিনেতা হিচাপেও তেওঁৰ প্ৰতিভা সিমানেই বিকশিত হৈ আহিছিল।

তেওঁ পঞ্জাবলৈ সঘনে আহিবলৈ আৰম্ভ কৰিছিল। কেইবছৰমানৰ ভিতৰতে তেওঁ বহু সংখ্যক পঞ্জাবী লেখকৰ লগত বন্ধুত্ব স্থাপন কৰিব পাৰিছিল। এইসকলৰ ভিতৰত আছিল নানক সিং, গুৰুবক্স সিং, নৱতেজ, যশৱন্ত সিং, কনোৱাল আদি বহুতো আৰু তেওঁলোকৰ লগত বলৰাজৰ ব্যক্তিগত বন্ধুত্ব গঢ় লৈ উঠিছিল। বলৰাজৰ সাহিত্যিক ব্যক্তিসকলৰ প্ৰতি আৰু সাহিত্য সেৱকসকলৰ লগত জড়িত ঠাইবোৰৰ প্ৰতি সদায় আচৰিত ধৰণৰ আগ্ৰহ পৰিলক্ষিত হৈছিল। তেওঁ লেখক আৰু শিল্পীসকলক লগ ধৰাত পৰম উৎসাহী আছিল। যদি কোনো এটা কবিতাই তেওঁক আকৰ্ষণ কৰে, তেতিয়াই তেওঁৰ সেই কবিতাৰ লেখকজনক লগ পাবলৈ ইচ্ছা জাগে। 1960 চনত যেতিয়া তেওঁ পাকিস্তানলৈ গৈছিল, তেওঁ হীৰৰ স্মৃতিস্তম্ভ (পঞ্জাবী ৰোমাঞ্চ হীৰ-ৰাঞ্জাৰ নায়িকা) দৰ্শন কৰাৰ সিদ্ধান্ত লৈছিল, যদিও ঠাইডোখৰ যাত্ৰা পথৰপৰা বহু আঁতৰত আছিল। বহুবাৰ দিল্লী ভ্ৰমণ কালত তেওঁ গালিবৰ স্মৃতিস্তম্ভলৈও গৈছিল। একেদৰে, বহু বছৰ আগতে তেওঁ কাশ্মীৰ উপত্যাকৰ দূৰণিবটীয়া গাঁও এখনলৈ গৈ বিখ্যাত কাশ্মীৰী কবি মহজুৰৰ ওচৰ পাইছিল আৰু তেওঁৰ লগত চিনা-পৰিচয় হৈছিলগৈ।

কিছু দিনৰ ভিতৰতে তেওঁ এটা পঞ্জাবী ভাষাৰ টাইপ-ৰাইটাৰ– (অফিচ ৰেমিংটন ধৰণৰ) সংগ্ৰহ কৰিছিল আৰু টাইপ কৰিবলৈ শিকিছিল। এসময়ত আনকি এই টাইপ-ৰাইটাৰটো তেওঁ লগতে ষ্টুডিঅ'লৈ কঢ়িয়াই নিছিল আৰু শ্বুটিঙৰ (দৃশ্যগ্ৰহণ) বিৰতিৰ মাজে মাজে তেওঁৰ জিৰণি কোঠালৈ গৈ কিবা প্ৰবন্ধ ৰচনা বা কবিতাকে টাইপ কৰিছিল।

ঘৰলৈ উভতি আহি নিজস্ব 'শান্তিনিকেতন' স্থাপন কৰাৰ তেওঁৰ সপোন বাস্তৱত পৰিণত হোৱা নাছিল। তেওঁ অধিক সংখ্যক কথাছবিৰ লগত ক্ৰমে জড়িত হৈ পৰিছিল। আন কিছুমান চিন্তায়ো তেওঁক আবদ্ধ কৰি থৈছিল। 1960 চনত মোলৈ চিঠি এখনত তেওঁ এইদৰে লিখিছিল–

"মই ভাবো এটা ঘৰ সজাটো আৱশ্যক' কাৰণ যিকোনো ব্যক্তিৰে আবাসস্থানৰ বিশেষ দৰকাৰ হয়। বিশেষকৈ যেতিয়া একে ধৰণৰ জীৱিকাৰ বাবে পৰীক্ষিতেও প্ৰশিক্ষণ লৈ আছে আৰু শবনম আৰু ছনোবেৰো বোম্বেতেই ডাঙৰ-দীঘল হ'ল– মোৰ বাবেও এটা নিজা ঘৰৰ আৱশ্যক হৈছে। ঘৰটো সাজিব পাৰিলেহে মই অধিক মুক্ত বুলি অনুভৱ কৰিব পাৰিম। যদি পিচলৈ বোম্বে এৰি যোৱাটোকে ভাবো, তেতিয়া ঘৰটো বেচি দিব বা ভাড়াও দিব পাৰিম। মোৰ নিজৰ বাবে কিন্তু

মই পঞ্জাব আৰু পঞ্জাবী সাহিত্যৰ প্ৰতিহে বিশেষভাৱে আকৃষ্ট আৰু মই চেষ্টা কৰি আছোঁ যাতে সেই ক্ষেত্ৰত মোক নিজকে জড়িত কৰাব পাৰোঁ।"

কিন্তু হায়, যেতিয়া অৱশেষত তেওঁ পঞ্জাবলৈ উভতি যোৱাৰ বাবে সাজু হৈছিল, যেতিয়া প্ৰীতনগৰত এটা ঘৰ কিনি থিতাপি লৈছিল, যেতিয়া তেওঁ কথাছবিৰ বাবে চুক্তিপত্ৰ তেনেই সীমিত কৰি আনিছিল আৰু যেতিয়া পঞ্জাবলৈ যোৱাৰ আৰু তাত গৈ থকাৰ বাবে কেইদিন মানহে বাকী আছিল, মৃত্যুৱে তেওঁক লৈ গ'ল!

কিন্তু অন্তৰৰ ভিতৰত তেওঁ নিশ্চয় তেওঁৰ 'শান্তিনিকেতন'খন স্থাপন কৰি লৈছিল– তেওঁৰ সেই ক্ষুদ্ৰ পঞ্জাবখন, পঞ্জাবী সংস্কৃতিৰ অকণমান ঘৰটো– য'ৰ-পৰা কথাছবি শিল্পী হিচাপে তথা সাহিত্যিকাৰ হিচাপে তেওঁ উৎসাহ-অনুপ্ৰেৰণা তথা নিজস্ব স্থিতিৰ অনুভৱ আহৰণ কৰি আছিল।

তেওঁ প্ৰায়েই শান্তিনিকেতনত ত্ৰিছৰ দশকৰ শেষফালে আচাৰ্য্য ক্ষিতিমোহন সেনে তেওঁৰ আগত কৰা মন্তব্যৰ উল্লেখ কৰিছিল–

"এজনী বেশ্যাই ধন-সম্পত্তি, যশস্যা, আৰাম আৰু প্ৰাচুৰ্য্য লাভ কৰিব পাৰে, কিন্তু কেতিয়াও এগৰাকী পত্নীৰ মৰ্য্যাদা আহৰণ কৰিব নোৱাৰে। বিদেশী প্ৰকাশ মাধ্যমৰ বেলিকাও কথাটো একে ধৰণৰ।"

এঠাইত তেওঁৰ চলচিত্ৰ-জীৱনৰ ৰোমন্থন কৰি লিখিছিল–

মাৰ্ক্সবাদে মোক একোটা ভাষাৰ সমস্যাক বিজ্ঞানসম্মত দৃষ্টিৰে লক্ষ্য কৰিবলৈ শিকাইছে। ঠাকুৰ আৰু গান্ধীৰ দৰে মহৎ ব্যক্তিসকলৰ দৃষ্টিভঙ্গীৰে উদ্বুদ্ধ হৈ ময়ো তেনে দৃষ্টিভঙ্গীৰ প্ৰতি আকৃষ্ট হৈছোঁ– যে প্ৰত্যেক শিল্পী-সাহিত্যিকৰ বাবে নিজৰ মাতৃভাষাই হ'ল আত্মপ্ৰকাশৰ শ্ৰেষ্ঠ মাধ্যম। মোৰ এই বিশ্বাসক মাৰ্ক্সবাদৰ অধ্যয়নে অধিক শক্তিশালী কৰি তুলিছে। (মেৰী ফিল্মী আত্মকথা এক পৃষ্ঠা 108)

এইটোৱে অবশ্যে নুবুজায় যে আন ভাষাৰ কিতাপ-পত্ৰ সমূলি বাদ দি তেওঁ মাত্ৰ পঞ্জাবী ভাষা অধ্যয়নতে ব্যস্ত হৈ পৰিছিল। সাহিত্যপ্ৰেমী হিচাপে তেওঁ আন ভাষাবোৰকো শ্ৰদ্ধা কৰিছিল আৰু যিমানখিনি পাৰে আন যিকোনো ভাষাৰো অধ্যয়ন কৰিছিল। ইংলণ্ডত থাকোতে গালিবৰ কবিতা পঢ়িবলৈকে তেওঁ উৰ্দু ভাষা ভালদৰে শিকি ল'বলৈ অতিশয় কষ্ট কৰিছিল। গালিবৰ কবিতাৰ প্ৰতি তেওঁৰ অসীম প্ৰীতি আছিল, আৰু আমি দুয়ো বহু সময় জুৰি কেতিয়াবা কেতিয়াবা গালিবৰ কবিতাৰ আবৃত্তি তথা আলোচনা কৰি আনন্দ পাইছিলোঁ। তেওঁৰ বঙালী ভাষাতো বিশেষ ব্যুৎপত্তি আছিল আৰু প্ৰকৃততে ঠাকুৰৰ সকলো ৰচনা বঙালীতে পঢ়িছিল। এবাৰ দিল্লী হৈ তেওঁ যোৱাৰ সময়ত যেতিয়া মই ৰেলষ্টেচনত লগ ধৰিছিলোঁগৈ, আগতে পঢ়া ঠাকুৰৰ এটা দীঘল কবিতা বঙালীতে তেওঁ মোক পাঠ

কৰি শুনাইছিল। তেওঁ উক্ত কবিতাটোৰ প্ৰতি ইমানে আকৃষ্ট হৈছিল যে ৰেলখন প্লেটফৰ্ম এৰি তেওঁৰ যাত্ৰা পুনৰ আৰম্ভ নোহোৱালৈকে বলৰাজে আন একো বিষয়ে কথা পতা নাছিল। কবিতাটো মহাভাৰতৰ দুটা চৰিত্ৰৰ মাজৰ কথোপকথন বিষয়ক আছিল। বোম্বেত থকা সময়ত, তেওঁ গুজৰাটী আৰু মাৰাঠী দুয়োটা ভাষা অতি আগ্ৰহেৰে শিকিছিল। এসময়ত মই তেওঁক তামিল ভাষা শিকাও দেখিছিলোঁ। তেওঁ ভাষা শিকাত পাকৈত আছিল আৰু সেই ভাষাবোৰৰ ব্যৱহাৰতো যথেষ্ট কৃতি লাভ কৰিব পাৰিছিল।

1960 চনত বলৰাজে পাকিস্তান ভ্ৰমণৰ বাবে গৈছিল। তেওঁ ভয়ানকভাৱে উত্তেজনা অনুভৱ কৰিছিল। আমাৰ নিজা ঘৰ থকা চহৰ ৰাৱালপিণ্ডি, আমাৰ উপৰিপুৰুষৰ বাসস্থান ভেৰা চহৰ। উচ্চ শিক্ষা লাভ কৰা আৰু তাৰপৰাই জীৱনযাত্ৰা আৰম্ভ কৰা লাহোৰৰ লগত থকা তেওঁৰ অন্তৰঙ্গ সান্নিধ্যই এই উত্তেজনাৰ কাৰণ আছিল। কিন্তু ব্যক্তিগত অতীতৰ সান্নিধ্যৰ কথা সুকীয়া, তেওঁ যেন এজনীয়া শুভাকাঙ্ক্ষী ভ্ৰমণৰ বাবেহে গৈছিল, যিহেতু পাকিস্তানৰ মানুহৰ প্ৰতি তেওঁৰ অসীম ভালপোৱা তথা শ্ৰদ্ধা আছিল। উভতি অহাৰ পিচত তেওঁ তেওঁৰ বিখ্যাত ভ্ৰমণ কাহিনী 'মেৰা পাকিস্তানী ছফৰ' নামৰ প্ৰথম উল্লেখযোগ্য পঞ্জাবী সাহিত্যকৃতি লিখি উলিয়াইছিল।

কিতাপখনৰ বেটুপাতত বলৰাজে তেওঁৰ চুবুৰীয়া আৰু বাল্যবন্ধু বোষ্টন খানক সাৱটি ধৰা অৱস্থাত দেখুওৱা ছবি এখন আছে। বলৰাজে বাল্যকালৰ খেলৰ লগৰী তথা চুবুৰীয়াসকলক লগ পাই আনন্দত আত্মহাৰা হৈছিল ; তাৰ ভিতৰত এজনে টʼঙ্গা চলায়, এজন গাড়ীৰ ড্ৰাইভাৰ হৈছে, তৃতীয়জন তহছিলদাৰ ইত্যাদি।

তেওঁ নিজৰ অঞ্চলৰ ভাষাত কথা-বতৰা শুনি ৰোমাঞ্চিত হৈছিল, মিঠা সুমধুৰ পʼথোহাৰী ভাষাৰ কথা-বতৰা। ভেৰাত তেওঁ এগৰাকী বুঢ়ী তিৰোতাক লগ পাইছিল, যি আমাৰ দেউতাহঁতক আৰু বহুতো পা-পৰিয়ালক জানিছিল আৰু বিগত দিনৰ বহু কথা ব্যক্ত কৰি নিজৰ লʼৰাৰ দৰে মৰম কৰিছিল। তেওঁ ছাৰগোধা জিলাৰ সৰু চহৰ ঝুঙলৈ বিখ্যাত পঞ্জাবী ৰোমাঞ্চৰ নায়িকা হীৰৰ কবৰখানা চাবলৈ গৈছিল। সেয়া সম্পূৰ্ণ আৱেগিক দৃষ্টিৰে কৰা ভ্ৰমণ আছিল। বলৰাজৰ দৃষ্টিভঙ্গী— এটা সৰু ঘটনাৰপৰা বুজিব পাৰি।

ৰাৱালপিণ্ডিত বলৰাজে আমাৰ চাচী মʼহʼল্লাৰ ঘৰটো চাবলৈ গৈছিল। দেশ বিভাজনৰ পিচৰপৰা আমাৰ সেই ঘৰটোৰ কি হৈছে— গম পোৱা নাছিলোঁ। চুবুৰীয়াৰ চিঠি এখনৰপৰা মাত্ৰ গম পাইছিলোঁ যে আমি এৰি যোৱাৰ পিচতেই কোনোবাই আগদুৱাৰৰ তলা ভাঙি বহুতো বয়বস্তু লৈ গৈছিল। সেই সময়ত পঞ্জাব সীমান্তৰ দুয়োফালেই এনে ঘটনা সচৰাচৰ ঘটিছিল আৰু ভগনীয়াৰসকলে সেয়া

অৱধাৰিত বুলি মানি লৈছিল। তথাপিও আমাৰ ঘৰটোত দখল কৰি থকা মানুহবোৰৰ বিষয়ে জনাৰ আগ্ৰহ তেতিয়াও আছিল।

বলৰাজ যেতিয়া ঘৰটো পাইছিলগৈ, তাত এখন বিবাহ-অনুষ্ঠান চলি আছিল, আৰু বিয়াঘৰীয়াসকলক খুৱাবলৈ এটা ভোজৰ আয়োজন চলিছিল। বলৰাজে ঘৰটোত থকাসকলক নিজৰ পৰিচয় দিছিল। ঘৰটোত পূব পঞ্জাবৰপৰা উৎক্ষিপ্ত মধ্যবিত্ত মুছলমান পৰিয়াল এটা আছিল। আচৰিতভাৱে অলপ পিচতে বিয়াঘৰীয়াসকলক সোধ-পোছ কৰাত পৰিয়ালটোৰ মানুহৰ লগত বলৰাজেও সহায় কৰিছিল আৰু খাদ্য বিতৰণত লাগি গৈছিল!

উক্ত কিতাপখন গভীৰ মানৱীয় অনুভূতিৰ তথ্যসম্বলিত আৰু আদৰণীয় আছিল ; তাত প্ৰকাশ পাইছিল যে পাকিস্তানৰ মানুহ তথা সংস্কৃতিৰ লগত যিডাল কোমল আৰু নেদেখা ধৰণৰ সূক্ষ্ম এনাজৰীয়ে আমাক বান্ধি ৰাখিছে– সেয়া কিন্তু লোহাৰ দৰে শক্তিশালী। কিতাপখন জনপ্ৰিয় হৈছিল আৰু হিন্দী তথা উৰ্দু ভাষালৈ অনূদিত হৈছিল।

সেয়াই আছিল বলৰাজৰ পঞ্জাবী সাহিত্যলৈ উল্লেখনীয় অৱদানৰ প্ৰয়াস।

তাৰ পিচৰপৰাই বলৰাজে নিয়মিতভাৱে আৰু যথেষ্ট আয়াসেৰে লিখিবলৈ লৈছিল। ভাষাটো শিকাত আৰু লিপি আয়ত্ত কৰাত আৰম্ভণিতে যি কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছিল, সেয়া এতিয়া নাইকিয়া হ'ল। তেওঁ ক্ৰমে অধিক মুকলি ভাবৰ আত্মবিশ্বাসযুক্ত মনৰ অধিকাৰী হ'ল। তেওঁ বাৰে বাৰে কৈছিল কেনেদৰে পঞ্জাবী মাধ্যমত লিখাটো ক্ৰমে সহজসাধ্য হ'ল। "আগতে, মই কবিতা লিখাত' ইতস্ততঃ কৰিছিলোঁ। এতিয়া মই সকলো লিখোঁ– ৰচনা, স্মৃতিকথা, কবিতা সকলো। ভাষাই বাধাৰ সৃষ্টি নকৰে। মই অনুভৱ কৰিছোঁ যেন এতিয়াহে মই মোৰ স্বাভাৱিক প্ৰকাশ শক্তি লাভ কৰিছোঁ।"

এইটোৱে নুবুজায় যে তেওঁ আত্ম-সমালোচক নাছিল। কেতিয়াবা কেতিয়াবা তেওঁ অসন্তোষ প্ৰকাশ কৰি কৈছিল যে চুটি গল্প লিখাৰ আগ্ৰহ তেওঁ হেৰুৱাইছে; নাইৱা কৈছিল যে তেওঁৰ কবিতাবোৰ এতিয়াও কঠিন শব্দেৰে ভাৰাক্ৰান্ত। কিন্তু এই বিষয়ে তেওঁৰ কোনো সন্দেহ নাছিল যে লেখক হিচাপে তেওঁ প্ৰতিষ্ঠাৰ ভেটিত থিয় দিব পাৰিছে। বোম্বেত সাপ্তাহিক 'ৰণজিৎ' পত্ৰিকালৈ তেওঁ নিয়মিতভাৱে পুথি সমালোচনা পঠিয়াইছিল। তদুপৰি পঞ্জাবৰ 'প্ৰীত ল'ৰী' আৰু দিল্লীৰ 'আৰ্চি' আদিত প্ৰবন্ধ-কবিতা আদি লিখিছিল। বলৰাজৰ সক্ৰিয় সহযোগিতাত বোম্বেৰ 'লিখাৰী সভা'ই বোম্বেত পঞ্জাবী লেখকসকলৰ সম্মিলন এখনৰো আয়োজন কৰিছিল। 'মেৰা পাকিস্তানী ছফৰ'ৰ পিচত আন এখন উল্লেখনীয় ভ্ৰমণ কাহিনী 'মেৰা ৰুছী ছফৰ নামা' 1969 চনত প্ৰকাশিত হয়, এইখন

কিতাপত গিয়ানী জেইল সিং তথা দাক্ষিণাত্যৰ বন্ধু এজনৰ লগত ছোভিয়েত ইউনিয়নৰ কিছুভাগত কৰা তিনি সপ্তাহৰ ভ্ৰমণ বৰ্ণনা আছে। অৱশ্যে সেই বৃহৎ দেশখনলৈ বলৰাজৰ এয়া প্ৰথম ভ্ৰমণ নাছিল। 1954 চনত তেওঁ প্ৰথমবাৰলৈ এটা কথাছবি সঁজাতী দলৰ লগত ভাৰতীয় চলচ্চিত্ৰ সমাৰোহ এখনলৈ বুলি তালৈ গৈছিল; সেই সমাৰোহত 'দো বিঘা জমীন', 'আৱাৰা' আৰু আন কেইখনমান কথাছবি প্ৰদৰ্শিত হৈছিল। তেওঁ অতিশয় অনুপ্ৰাণিত হৈ সমাৰোহৰপৰা উভতিছিল। উভতি অহাৰ পিচত এখন চিঠিত তেওঁ লিখিছিল, "আঃ কি সুন্দৰ দেশ! কি সুন্দৰ তাৰ ৰাজ! কিযে আকৰ্ষণীয় জীৱন!" ছোভিয়েত ইউনিয়নৰ লগত তেওঁৰ সম্বন্ধ বাঢ়ি গৈছিল আৰু তাৰ পিচতো কেবাবাৰো তালৈ গৈছিল। কেতিয়াবা চলচ্চিত্ৰ সম্বন্ধীয় সঁজাতী দলৰ সদস্য হিচাপে, আন সময়ত আকৌ অন্যতম উপ সভাপতিৰূপে তেওঁ থকা 'ইণ্ডো-ছোভিয়েত কালচাৰেল ছোচাইটি'য়ে (ভাৰত– ছোভিয়েত সাংস্কৃতিক সন্থ) পঠিওৱা সঁজাতী দলৰ সদস্য হিচাপে। এবাৰ ভাৰত-ছোভিয়েত কথাছবি কৰ্মীসকলে যুটীয়াভাৱে চতুৰ্দশ শতিকাৰ ৰুছ-ব্যৱসায়ী 'আফানাছী-নিকিটিন'ৰ জীৱন তথা ভ্ৰমণৰ ভেটিত নিৰ্মাণ কৰা 'পৰদেশী' নামৰ ছবি দৃশ্যগ্ৰহণ সংক্ৰান্তত তেওঁ তাত আছিলগৈ। সেই কথাছবিখনত তেওঁ আফানাছীৰ বন্ধু এজনৰ ভাও লৈছিল।

শুৱলাভাৱে লিখা অনুপ্ৰেৰণামূলক দৈনিক অভিজ্ঞতাৰ বৰ্ণনা কিতাপখনত আছিল, অনানুষ্ঠানিক কথা-বতৰাৰ দৰে লিখা বৰ্ণনাৰ মাজে মাজে গভীৰ চিন্তা-চৰ্চা আৰু মন্তব্যও সান্নিৱিষ্ট কৰা হৈছিল। বস্তুনিষ্ঠতাই আছিল আলোচ্য ভ্ৰমণ কাহিনীখনৰ অতি আকৰ্ষণীয় বৈশিষ্ট্য– য'ত তেওঁ দেখা মতে আৰু অভিজ্ঞতা লাভ কৰা ধৰণেৰে বিষয়বস্তুসমূহ নিবেদনৰ চেষ্টা কৰা হৈছিল।

কিতাপখন উচ্চ প্ৰশংসিত হৈছিল আৰু তাৰ কাৰণে তেওঁ ছোভিয়েত লেণ্ড নেহৰু বঁটা লাভ কৰিছিল। কিছুদিন পিচত তেওঁ এখন প্ৰচাৰ পুস্তিকা লিখি উলিয়াইছিল, য'ত দেশৰ বিভিন্ন বংশৰ লোকৰ মাজত আদান-প্ৰদানৰ সুবিধাৰ দৃষ্টিৰে ৰোমানলিপি ব্যৱহাৰৰ পোষকতা তেওঁ দৃঢ়তাৰে কৰিছিল। সৈন্যবিভাগত সকলো ধৰণৰ জাননী আদি ৰোমান লিপিত সফলভাৱে ইতিমধ্যে ব্যৱহৃত হৈ থকা আৰ্হিৰে তেওঁ এই মত পোষণ কৰিছিল। যদি সৰ্বভাৰতীয় স্তৰত ইয়াক গ্ৰহণ কৰা হয়, তেনেহ'লে বিভিন্ন ভাৰতীয় ভাষাৰ লিপি বিষয়ক বাদ-বিবাদসমূহ আঁতৰিব বুলি তেওঁ ভাবিছিল। বলৰাজে নিজৰ ধন খৰচ কৰি পুস্তিকাখনি ছপাই উলিয়াইছিল আৰু বুদ্ধিজীৱী তথা সমাজকৰ্মীসকলৰ মাজত ব্যাপকভাৱে বিতৰণ কৰিছিল।

1970 চনত তেওঁ আন এখন প্ৰচাৰ পুস্তিকা লিখিছিল ; 'হিন্দী লেখকসকললৈ এখনি চিঠি' (এ লেটাৰ টু হিন্দী ৰাইটাৰ্ছ)। এইখন প্ৰথমতে পঞ্জাবী ভাষাত লিখা

হৈছিল আৰু খ্যাতনমা লেখক সুখবীৰে পিচত হিন্দীলৈ তৰ্জমা কৰিছিল। বলৰাজ পোনতে ধৰ্মযুগ আদি আগশাৰীৰ হিন্দী সাময়িকী কিছুমানলৈ পঠিয়াইছিল যদিও কোনেও প্ৰকাশ কৰিবলৈ সন্মত নোহোৱাত, প্ৰচাৰ পুস্তিকাৰূপে 1972 চনত নিজে ছপাই উলিয়াই বিনামূলীয়াকৈ বিতৰণ কৰিছিল।

বলৰাজে যিহেতু হিন্দী লেখক হিচাপে সাহিত্যিক জীৱন আৰম্ভ কৰিছিল, সেয়ে তেওঁৰ হিন্দী লেখকসকলৰ দৃষ্টি আকৰ্ষণ কৰাৰ স্বত্ব থকা বুলি নিজে ভাবিছিল। বৰ্তমান কালত উৰ্দু ভাষা সম্পৰ্কে উঠা প্ৰশ্নৰ ক্ষেত্ৰতো ইয়াৰ উল্লেখনীয় বৰঙণি আছিল আৰু সেয়ে এই দিশেৰেও চিন্তা-চৰ্চা কৰাৰ থল আছে।

বোম্বেত অনুষ্ঠিত এখন উৰ্দু সমাৰোহৰ বিষয়ে সমালোচনাৰে তেওঁ আৰম্ভ কৰিছিল কাৰণ তেওঁ সন্দেহ কৰিছিল যে এই সমাৰোহত উৰ্দুত সংখ্যালঘুৰ ভাষা বুলি ঘোষণা কৰাৰ সম্ভাৱনা আছিল। বলৰাজে কৈছিল যে বৃটিছেই ভাষাৰ প্ৰশ্নটোক ধৰ্মৰ লগত জড়িত কৰিছিল ; উদাহৰণ স্বৰূপে পঞ্জাবত যিহেতু সংখ্যাগৰিষ্ঠ লোক মুছলমান সেয়ে উৰ্দুক পঞ্জাবৰ ভাষা কৰিছিল আৰু তাৰদ্বাৰা দেশৰ সামাজিক জীৱনত সাম্প্ৰদায়িকতাৰ বিহগুটি সিঁচি দিছিল। উৰ্দুক সংখ্যালঘিষ্ঠৰ ভাষা বুলি ঘোষণা কৰাটোও একে দিশত অন্য এক পদক্ষেপ আছিল।

ভাষাক ধৰ্মৰ লগত জড়িত কৰাৰ ঘৃণনীয় সাম্ৰাজ্যবাদী চক্ৰান্তৰ বিপৰীতে পূব-পাকিস্তানৰ বঙালী মুছলমানসকলে উৰ্দুক মান্যতা দিয়াৰ বিৰোধিতা কৰি মুছলমানৰ ভাষা বুলি কৰা উৰ্দু ভাষাৰ দাবীক ফটা কাকতৰ পাচিত দলিয়াই পেলাইছিল। একেদৰে তামিলনাড়ুৰ হিন্দুসকলে হিন্দীকেই হিন্দুসকলৰ ভাষা বুলি মানি ল'বলৈ অস্বীকাৰ কৰি এটা ঘৃণে ধৰা চিন্তাধাৰাৰ ওপৰত মাৰাত্মক আঘাত প্ৰয়োগ কৰিছিল। তেওঁ আকৌ কৈছিল–

"আমাৰ দেশ বহু জনগোষ্ঠী আৰু ক্ষুদ্ৰ জাতিসত্ত্বাৰ পৰিয়াল। প্ৰত্যেকেই সমান স্বত্ব ভোগ কৰিবলৈ পোৱাটো উচিত। যিসকল মানুহে চিন্তা-চৰ্চা নকৰি মাত্ৰ 'এখন দেশ, এটা ভাষা' বুলি চিঞৰ-বাখৰ কৰি ফুৰে– তেওঁলোকে পাকিস্তানৰ অভিজ্ঞতাৰপৰা শিক্ষা গ্ৰহণ কৰিব পাৰে যে এইটো সংহতিৰ পথ নহয়, বৰং পশ্চাৎগতি তথা হীনাত্মিকতাৰহে পৰিচয়ক....।"

ইতিহাসৰ পাতলৈ আঙুলিয়াই আৰু অতীতৰ আক্ৰমণকাৰীসকলৰ মূল অঞ্চলবোৰৰ লগত ভাৰতৰ সম্বন্ধৰ কথা সোঁৱৰাই বলৰাজে কৈছিল–

"ইছলামৰ আগমনৰ আগতে যিবোৰ ক্ষুদ্ৰ জাতি বা উপজাতিয়ে ভাৰত আক্ৰমণ কৰিছিলহি– সেইসকলো আমাৰ দৰেই মূল জাতিসত্ত্বাৰপৰা উদ্ভুত আছিল; একেদৰে ইছলামৰ আগমনৰ পিচত যিবোৰ উপজাতিয়ে ভাৰত আক্ৰমণ কৰিছিলহি আৰু ইছলাম ধৰ্মত দীক্ষিত হৈছিল– সেইসকলো একে মূলৰপৰা

উদ্ভূত। একে তেজ সকলোৰে শিৰাৰে প্ৰৱাহিত; তেওঁলোকৰ ভাষাবোৰো সংস্কৃতৰপৰাই উদ্ধৃত....।

"তদুপৰি উত্তৰ ভাৰতত চাৰিশ বছৰ জুৰি স্থানীয় লিপিবোৰৰ লগতে পাৰ্ছিয়ান লিপিও ব্যৱহৃত হৈছিল। শ শ বছৰ ব্যৱহৃত হোৱাৰ ফলত, পাৰ্ছীয়ান লিপিও মোগল সাজপাৰৰ দৰেই ভাৰতীয় যেন হৈ পৰিছে। আমিতো নেজানো বিখ্যাত পঞ্জাবী কবি শ্বেখ ফৰিদে তেওঁৰ কবিতা পাৰ্ছিয়ান নে গুৰুমুখী লিপিত লিখিছিল; নাইবা ৱাৰিছ শ্বাহে তেওঁৰ বিখ্যাত পুৰাণ 'হীৰ-ৰানঝা' কি লিপিৰে লিখিছিল। কিন্তু এজন পঞ্জাবীৰ কাৰণে সেয়ে কোনো তাৰতম্যৰ সৃষ্টি নকৰে– দুয়োটা ইতিহাসৰ যুগৰেপৰা পঞ্জাবী ভাষাৰ লিপি।... একেদৰে আপোনালোকৰ ৰাজ্য উত্তৰ প্ৰদেশত পাৰ্ছিয়ান আৰু দেৱনাগৰী দুয়োটা লিপি দুগৰাকী বাই-ভনীৰ দৰে সমভাৱে প্ৰচলিত হৈ আহিছে। কোনে জানে– আমীৰ খুছৰুৱে তেওঁৰ কাব্যিক ৰচনাসমূহত দেৱনাগৰী নে পাৰ্ছিয়ান লিখি ব্যৱহাৰ কৰিছিল, নাইবা পদ্মাৱতৰ গ্ৰন্থকাৰ মহম্মদ জয়ন্তীয়ে কি লিপিৰে লিখিছিল? কিন্তু সেয়ে একো পাৰ্থক্যৰ সৃষ্টি নকৰে। দুয়ো মহান হিন্দী কবি। উৰ্দু প্ৰিয় হৈছিল উচ্চ শ্ৰেণী তথা নগৰবাসী আৰু সভাসদসকলৰ মাজত। কিন্তু উৰ্দু ভাষাৰ লেখকসকলৰ মাজত হিন্দু আৰু মুছলমান উভয়ে আছিল....।"

"হিন্দী-উৰ্দুৰ দুয়োটা লিপি গ্ৰহণ কৰিলে কোনো ক্ষতি নহ'ব। উৰ্দুক প্ৰাপ্যস্থান দিয়াত আপত্তি কৰি উত্তৰ প্ৰদেশৰ ৰাইজে তেওঁলোকৰ নিজৰেই সামাজিক তথা সাংস্কৃতিক উন্নয়নৰ ক্ষেত্ৰত মাৰাত্মক আঘাত হানিছে....।"

"উৰ্দু মাতৃভাষা নোহোৱা অঞ্চলবোৰতো উৰ্দুৰ দাবী মনাই লোৱাৰ চেষ্টাই উৰ্দু ভাষাক মুছলমান সংখ্যালঘিষ্ঠৰ লগত জড়িত কৰাব খোজাটোকে বুজায়। যদি উৰ্দু পঞ্জাবী বা বঙালীসকলৰ ভাষা নহয়, সেয়া মাৰাঠী, তেলেগু, কেৰেলাবাসী সকলৰো ভাষা হ'ব নোৱাৰে– তেহেলৈ তেওঁলোক হিন্দুৱেই হওক বা মুছলমানেই হওক। এই ৰাজ্যবোৰৰ মুছলমানসকলৰ মঙ্গলৰ বাবেই তেওঁলোক হিন্দু বা মুছলমান যিয়েই নহওক– নিজৰ মাতৃভাষাক ভাল পোৱা উচিত। যেনেদৰে বঙালী বা বাংলাদেশীয়ে তেওঁলোকৰ বঙালী ভাষাক ভাল পায়, ঠিক তেনেদৰে। উৰ্দু জন্মস্বত্ব ৰূপে উত্তৰ প্ৰদেশত ইয়াৰ দাবী নিশ্চিতভাৱে থাকিব লাগে, কাৰণ এয়া সেই অঞ্চলৰ মাতৃভাষা। নিঃসন্দেহে, উত্তৰ প্ৰদেশত উৰ্দুৱে হিন্দীৰ সমমৰ্য্যাদা পাব লাগে। কোনো শুভ বুদ্ধিৰ লোকে ইয়াত আপত্তি তুলিব নোৱাৰে। হিন্দী আৰু উৰ্দুৰ মাজত কোনো পাৰস্পৰিক শত্ৰুতা নাই। একেই ভাষা দুটা লিপিত লিখা হয়, ঠিক পঞ্জাবীৰ দৰে।"

তেওঁৰ কথাবোৰ মধুৰ, শক্তিশালী আৰু যুক্তিপূৰ্ণ। তেওঁৰ মতামতৰ মাজত এটা দায়িত্ববোধৰ ইঙ্গিত আছে, আৰু আন্তৰিকতাও তাত আছে। দুৰ্ভাগ্যৰ কথা যে

আমাৰ সমাজত মৌলিক সমস্যাবোৰৰ ওপৰত কেতিয়াও ৰাজহুৱা আলোচনা-বিলোচনাত উদগনি দিয়া নহয়; আৰু ধৰিলোৱা হয় যে অকল অধ্যাপক-শিক্ষক বা ৰাজনৈতিক লোকসকলেহে এইবোৰ ক্ষেত্ৰত মতামত প্ৰকাশ কৰাৰ যোগ্য ব্যক্তি। তেনে পৰিবেশকে অধিক কলুষিত কৰি তোলে সাম্প্ৰদায়িক অৱেগ-উত্তেজনাই, যিটো সহজেই জগাই তুলিব পাৰি। তাৰ ফলত কোনো এটা প্ৰশ্নক ৰাষ্ট্ৰীয় মঙ্গলৰ বিবেচনাৰে বস্তুনিষ্ঠভাৱে তথা আৱেগ-উত্তেজনা ৰহিত মনেৰে আলোচনা কৰাৰ সম্ভাৱনাকে নাইকিয়া কৰে। বলৰাজে তেওঁৰ মনত ভীষণভাৱে অস্বস্তি সৃষ্টি কৰা যিকোনো বিষয়ে নিজস্ব মত ব্যক্ত কৰাৰ ৰাজহুৱা কল্যাণকামী সাহস দেখুৱাইছিল।

এইখিনি সময়তে বলৰাজে পঞ্জাবী তিনিঅঙ্কীয়া নাট এখনৰ কাম কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁ এই ক্ষেত্ৰত কঠোৰ শ্ৰম কৰিছিল আৰু নাটকখন কেবাবাৰো পুনৰীক্ষণ কৰি আছিল। নাটখনৰ নাম আছিল 'বাপু কি কহেগা?' (বাপুৱে কি ক'ব?)। এইখন 'ফেণ্টাছী' (ৰূপকধৰ্মী) ৰূপে লিখা এখন সামাজিক নাটক।

নগৰত সংঘটিত অশান্তিৰ ফলত এজন নিঃস্বাৰ্থ, প্ৰবীণ, সমাজকৰ্মী তথা স্থানীয় কংগ্ৰেছী নেতা আহত হৈ এখন হস্পিতেলত পৰি আছে। তেওঁ মানসিক ভ্ৰমৰ কাৰণে কল্পনা জগতত অনুভৱ কৰিছিল যে জীৱন তথা জীৱনোত্তৰ কালৰ মাজৰ সীমাৰেখাডাল পাৰ হৈছে আৰু মৃতকৰ ৰাজ্যত সোমাই পুৰণি ৰাষ্ট্ৰীয় নেতাসকলক লগ পাইছে। গান্ধী, নেহৰু, ভগৎ সিং আৰু আন সকলক তেনেদৰে লগ পাই তেওঁ মনত অশান্তি সৃষ্টি কৰা প্ৰশ্ন কিছুমান কৰিছে। যিহেতু তেওঁ সমসাময়িক বাস্তৱতা উপলব্ধি কৰাত অসমৰ্থ হৈছে– সেয়ে তেওঁলোকৰপৰা প্ৰশ্নবোৰৰ সমিধান বিচাৰিছে।

কিন্তু বলৰাজে সেই নাটকখন মঞ্চস্থ কৰাৰ সৌভাগ্যৰপৰা বঞ্চিত হৈছিল। নাটকখন তেওঁৰ মৃত্যুৰ প্ৰথম বাৰ্ষিকীৰ দিনা দিল্লীত বোম্বেৰ আই. পি. টি. এ.ৰ শিল্পীসকলে প্ৰথমবাৰৰ বাবে নিৰেদন কৰিছিল। সফলতাৰে নাটখনি পৰিচালনা কৰিছিল ছাখিউৱে।

বলৰাজৰ সাহিত্য সৃষ্টি উভৈনদী হৈ পৰিছিল। এটা সময়ত তেওঁ দুলানি প্ৰবন্ধ লিখিছিল– এলানি তেওঁৰ চলচ্চিত্ৰ জগতৰ অভিজ্ঞতা সম্পৰ্কীয়। সেইবোৰ পিচলৈ 'মেৰী ফিল্মী ছাৰগুজাসু' (মোৰ চলচিত্ৰ অভিজ্ঞতা) নামেৰে সংকলিত আৰু ছপা হৈ প্ৰকাশিত হৈছিল। আনহাতে দ্বিতীয় লানি প্ৰবন্ধ আছিল তেওঁৰ সাধাৰণ বিবিধ অভিজ্ঞতা বিষয়ৰ– সেইবোৰ ব্যক্তিবিশেষৰ চৰিত্ৰৰ ৰেখাঙ্কন ধৰণৰ আছিল। বেছিভাগ নিম্নবিত্তৰ মানুহৰ বিষয়ে লিখা এই লানিও 'গৈৰ জাজবতী ডায়েৰী' (অনুভূতিহীন ডায়েৰী) নামেৰে সংকলিত তথা ছপা কৰা হৈছিল। তেওঁৰ এইবোৰ

চৰিত্ৰ চিত্ৰণ সূক্ষ্ম-বৰ্ণনাময়, জীৱন্ত আৰু উদাৰ মানৱীয় সহানুভূতিৰে ব্যক্তিত্ব আছিল, যিটো বলৰাজৰ লেখক হিচাপে উল্লেখনীয় দিশ। আৰু তেওঁৰ চলচ্চিত্ৰ সম্বন্ধীয় স্মৃতি-ৰোমন্থনে তেওঁৰ কথাছবি-অভিনেতা হিচাপে সন্মুখীন হ'বলগীয়া সংগ্ৰামৰ বিৱৰণৰ উপৰি এই বিশেষ মাধ্যমটোৰ কলাসুলভ তথা অন্যান্য দিশৰ ওপৰত যথেষ্ট আলোকপাত কৰিছিল। এই স্মৃতি ৰোমন্থত এটা বৈশিষ্ট্য পৰিলক্ষিত হৈছিল। মুকলিভাৱে আৰু আন্তৰিকতাৰে লিখা এই স্মৃতি-চয়নসমূহত প্ৰতিভাত হৈছিল– বলৰাজৰ অন্তৰ্নিহিত ব্যক্তিত্ব– তেওঁৰ নমনীয়তা, তেওঁৰ আনৰ প্ৰতিভাক স্বীকৃতি দিয়াৰপৰা উদাৰ মনৰ পৰিচয়, তেওঁৰ সামাজিক পটভূমিৰ প্ৰতি সমদৃষ্টি ইত্যাদি। এহাতে সেইবোৰ তত্ত্বপ্ৰধান তথা তথ্যমূলক, আনহাতে আমাৰ সামাজিক জীৱন আৰু নৈতিক তথা সৌন্দৰ্যমূলক মূল্যায়নৰ বৃহত্তৰ পটভূমিত নিবেদিত। চলচ্চিত্ৰ জগতৰ ব্যক্তিত্ব সম্পন্ন সকল, 'একষ্ট্ৰান সকল (সৰুসুৰা ভাও কৰা অভিনেতা), ষ্টুডিঅ'ৰ কামৰ খণ্ডচিত্ৰ আৰু কথাছবি জগতৰ পুৰণি কাহিনী আদিও গল্প-গুজৱৰ দৰে আৰু অতি আকৰ্ষণীয় ধৰণে সন্নিৱিষ্ট কৰা সেই লানি প্ৰৱন্ধও চলচ্চিত্ৰ জীৱনৰ পৰস্পৰ-বিৰোধী চিত্ৰ, তাৰ লগত জড়িত কল্পনাৰ জগতখন আৰু দুখ-বেদনা ইত্যাদিৰ বৰ্ণনাৰে অন্তৰপৰশা তথ্যৰ সঁফুৰা যেন।

বলৰাজে কবিতাও লিখিছিল। তেওঁৰ কবিতাবোৰ প্ৰায়েই মুক্তক ছন্দত লিখা ; তাৰে এটা দীঘলীয়া কবিতা 'ৰেইটাৰ দি ৱাৰ' (ৰেইটাৰৰ গীতিকাহিনী), 'প্ৰীত ল'ৰী'ত 1972 চনত প্ৰকাশিত হৈছিল। তদুপৰি বহুতো চুটি কবিতাও এই ক্ষেত্ৰত উল্লেখযোগ্য।

তেওঁ এখন ব্যাপক পটভূমিৰ উপন্যাস লিখি থকাও আমি দেখিছিলোঁ, সেইখন তেওঁ অৰ্দ্ধসমাপ্ত কৰিছিল। এনেদৰে তেওঁৰ ৰচনাসমূহৰ ভিতৰত আমি পাওঁ– দুখন ভ্ৰমণ কাহিনী, দুখন স্মৃতি-চয়ন, এখন পূৰ্ণাঙ্গ নাটক, কিছুমান কবিতা, দুখন প্ৰচাৰ পুস্তিকা, এখন সমাবৰ্তনত দিয়া ভাষণ (জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ত দিয়া ভাষণ), আৰু বহু সংখ্যক প্ৰৱন্ধ ৰচনা ইত্যাদি। এই সকলোবোৰ পঞ্জাবী ভাষাত লিখা। তেওঁৰ আগৰ ৰচনাৰাজিৰ ভিতৰত অৰ্থাৎ তেওঁ যেতিয়া হিন্দীত লিখিছিল, আমি পাওঁ 'বসন্তই কি কব' (বসন্ত ক্যা কহেগা) নামেৰে ছপাই উলিওৱা চুটিগল্পৰ সংকলন, 'ধাপোৰ শঙ্খ' নামৰ শিশুগ্ৰন্থ এখন আৰু বহুতো ৰসাল ৰচনা তথা চৰিত্ৰ চিত্ৰণ। আন ধৰণৰ লিখা কিছুমানো আছে, যোনে কলেজত থাকোতে লিখা কেইটামান ইংৰাজী ভাষাত লিখা কবিতা, কিছুমান ইংৰাজীলৈ অনুবাদ কৰা কবিতা, লণ্ডনত বি. বি. চি.ত কাম কৰি থাকোতে লিখা ৰেডিঅ' নাট 'ৱহ আদমী জিচকে শিৰমেঁ ঘৰী থী' (মূৰত ঘৰী থকা মানুহজন), আই. পি. টি. এ.ত কাম কৰি থকা সময়ত লিখা মঞ্চনাট 'কুৰ্ছী' আৰু 'বাজী' কথাছবিৰ চিত্ৰনাট্য।

এইখিনি হয়তো সামান্য অবদান, কিন্তু যিদৰে তেওঁ বিভিন্ন ক্ষেত্ৰত অতি ব্যস্ত থাকিছিল তাৰ পটভূমিত বিচাৰ কৰিলে এয়া নিশ্চয় যথেষ্ট আৰু উল্লেখনীয় বুলি ক'ব লাগিব।

এই ক্ষেত্ৰত তেওঁ স্বীকৃতি লাভ কৰিছিল। পঞ্জাব চৰকাৰৰ ভাষা বিভাগে 1971 চনত তেওঁক 'লেখক শিৰোমণি' বঁটা প্ৰদান কৰিছিল, যিটোৱে বলৰাজক পৰম আনন্দ দিছিল।

তেওঁৰ ৰচনাৰাজিৰ বিষয়ে মন্তব্য দি বিখ্যাত পঞ্জাবী সমালোচক ছৰ্দাৰ কাপুৰ সিং গুমনামে লিখিছিল—

তেওঁৰ বক্তব্যবোৰ অন্তৰৰ গভীৰতম প্ৰদেশত প্ৰৱেশ কৰে, কাৰণ সেইবোৰ তেওঁৰ নিজস্ব অভিজ্ঞতাৰাজিৰপৰা উদ্ভুত। গাখীৰত সোৱাদ মিহলি হৈ থকাৰ দৰে তেওঁৰ ৰচনাৰাজিৰ মাজতো তেওৰ ব্যক্তিত্ব ওতঃপ্ৰোতঃভাৱে মিহলি হৈ থাকে। তেওঁৰ ৰুছ ভ্ৰমণৰ কথা পঢ়ি, পাঠকে অনুভৱ কৰে যেন তেওঁ বলৰাজৰ সমুখত থিয় দি লেখকৰ মুখৰপৰাহে কথাবোৰ শুনি আছে। তেওঁৰ ৰচনাবোৰ ব্যক্তিনিষ্ঠ ধৰণৰ, পাঠকে বলৰাজৰ পৰিয়ালৰ আটাইৰে লগত পৰিচিত যেন হয় ; কিন্তু তাতোকৈ ডাঙৰ কথা যে পাঠকে বলৰাজৰ ব্যক্তিগত স্বচ্ছ আত্মাৰ ওপৰতো দৃষ্টিপাত কৰাৰ সুযোগ পায়। ব্যঙ্গ-বিদ্ৰূপাত্মক ৰচনাৰ সমানেই যুক্তিপূৰ্ণ নিবেদনতো বলৰাজ সিদ্ধহস্ত আছিল। কেতিয়াবা কেতিয়াবা গভীৰ বৈজ্ঞানিক, সামাজিক তথা দাৰ্শনিক প্ৰশ্নবোৰো দাঙি ধৰাত তেওঁ কথোপকথনৰ শৈলী ব্যৱহাৰ কৰে। আৰু সেয়া অত্যন্ত ফলপ্ৰদ হয়। বলৰাজে আৱেগক তেওঁৰ যুক্তিৰ ওপৰত স্থান নিদিয়ে। সেই কাৰণে তেওঁৰ নিবেদনশৈলী মূলতঃ তৰ্কভিত্তিক। সেয়ে পাঠকৰ যুক্তিবাদী মানসিকতাক সজাগ কৰি তোলে। তেওঁৰ গভীৰ অধ্যয়নে বিভিন্ন বিষয়বস্তুক যুক্তিপূৰ্ণভাৱে দাঙি ধৰাত সহায় কৰে ; আনহাতে তেওঁৰ শিল্পী সত্তাই দৰ্শক আৰু পাঠকক আকৰ্ষিত তথা সততে সপ্ৰতিভ কৰি ৰাখিবলৈ সমৰ্থ হয়। শক্তিশালী অভিজ্ঞতা হোৱা বাবে, তেওঁ এটা কৰুণ মুহূৰ্তকো লঘুভাৱেৰে আৰু সাধাৰণ অঙ্গিভঙ্গিৰে প্ৰকাশ কৰিব পাৰে। তেওঁ কোৱা কথাবোৰত সত্যতা থাকে আৰু থাকে আন্তৰিকতা, স্বতঃস্ফূৰ্ততা, মুকলিমূৰীয়া প্ৰকাশ আৰু সৎ অন্তৰৰ পৰিচয়। এইখিনিতে তেওঁৰ লেখনীৰ যাদুকৰী শক্তি নিহিত আছিল। বলৰাজ যিহেতু সুন্দৰ লেখক, সেয়ে তেওঁক মহান অভিনেতা হোৱাতো সহায় কৰিছে।

বন্ধু-বান্ধৱৰ লগত কথা-বতৰা পাতোতে যি সংযম তথা মাধুৰ্য্যৰ বৈশিষ্ট্য দেখা যায়, তেওঁৰ ৰচনাৰাজিৰ মাজতো একে গুণৰ প্ৰকাশ পায়। তেওঁ অনাৱশ্যকীয় অতিৰিক্ত এটা বাক্যও নিলিখে।

তেওঁ সত্যক ভালপায়। তেওঁ কোনো বিষয়বস্তুৰে এটা ফাললৈ লক্ষ্য নকৰে। তেওঁ যি মন্তব্য দিয়ে, সেয়া সাহসেৰে নিৰ্ভীকভাৱে প্ৰকাশ কৰে। তেওঁ

বৃটিছসকলৰ সাম্রাজ্যবাদী মানসিকতাৰ বিৰুদ্ধে যেনেদৰে বিদ্রোহৰ ভাব প্রকাশ কৰে, ঠিক তেনেদৰে আকৌ ইংৰাজী সাহিত্যৰ সৌন্দর্য্যৰ কথা ক'বলৈকো পিচ নুহহকে। সময়ে সময়ে তেওঁ নিষ্ঠুৰভাৱে খোলাখুলি মন্তব্য দিয়াও দেখা যায়। তেওঁ সত্যৰ অপলাপ নকৰে। তেওঁ আনকি নিজকো দোষাৰোপ কৰিবলগীয়া হ'লে সাহসেৰে তাকে কৰে ; আৰু মুকলিভাৱে কৰা এনে আত্মসমালোচনাই তেওঁৰ ৰচনাৰাজিক অধিক আকৰ্ষণীয় কৰি তোলে। সকলো প্ৰকৃত শিল্পী তথা লেখক হিচাপে তেওঁৰ আত্মসন্মানবোধ আছিল।

আন আন ৰচনাৰ উপৰি, তেওঁ বহলাই ডায়েৰী লিখিছিল আৰু বহু লোকৰ লগত চিঠি-পত্ৰ, আদান-প্ৰদান কৰিছিল। তেওঁৰ চিঠিবোৰ অতিশয় উদ্দীপনাময় আছিল আৰু সেইবোৰত তেওঁৰ এটা নিজস্ব বৈশিষ্ট্য আছিল।

লিখা-পঢ়া আৰু নাট্যকৰ্মত ব্যস্ত থকাৰ উপৰি তেওঁ ৰাজহুৱা জীৱনৰ বিভিন্ন অনুষ্ঠানতো সক্রিয় ভূমিকা লৈছিল। যিকোনো ধৰণৰ প্ৰগতিমূলক অভিযান, সভা-সমিতি, শোভাযাত্ৰা, সমদল, দান সংগ্ৰহ, নিৰ্বাচনী প্ৰচাৰ হ'লেই বলৰাজক সহযোগীসকলৰ আগভাগত দেখা গৈছিল। 1955 চনৰ জুলাই মাহত, তেওঁ ৱাৰ্ছত (পোলেণ্ড) অনুষ্ঠিত বিশ্ব যুব মহোৎসৱলৈ যোৱা ভাৰতীয় যুৱকৰ সঁজাতী দলৰ নেতৃত্ব কৰিছিল। তাৰপৰা অহাৰ কিছুদিন পিচতে 1955 চনৰ অক্টোবৰ মাহত পৃথ্বিৰাজৰ নেতৃত্বত তথা খ্বাজা আহমেদ আব্বাছ, চেতন আনন্দ আদিৰ লগত যোৱা কথাছবি সংক্ৰান্ত সঁজাতী দলৰ অন্যতম সদস্য হিচাপে চীন দেশলৈ গৈছিল। তেওঁ লণ্ডনত থকা সময়ৰ পুৰণি বন্ধু কৃষ্ণমেননৰ নিৰ্বাচনী অভিযানত ব্যস্ত হৈছিল, একেদৰে শ্ৰীমতী সুভদ্ৰা যোশী, শ্ৰীঅমৰনাথ বিদ্যাশঙ্কৰ আদিৰ নিৰ্বাচনী অভিযানতো বিভিন্ন সময়ত যোগ দিছিল। জীৱনৰ শেষ দিনলৈ এনেকুৱা ৰাজহুৱা কামৰ লগত তেওঁ জড়িত থাকিছিল। প্ৰকৃততে, এবাৰ তেওঁ যেতিয়া ইন্দোৰত নিৰ্বাচনী অভিযানত ঘূৰি ফুৰিছিল, সেই সময়তে তেওঁৰ কন্যাৰ মৃত্যুৰ কৰুণ বাতৰি তেওঁক দিবলগীয়া হৈছিল। যিকোনো ধৰণৰ সামাজিক অশান্তি, সংঘৰ্ষ বা প্ৰাকৃতিক দুৰ্যোগৰ বাতৰি পালেই বলৰাজ উক্ত স্থানবোৰত উপস্থিত হয় আৰু যথাসম্ভৱ সেৱা বা সাহায্য আগবঢ়ায়। আনকি মৃত্যুৰ কেইদিনমান আগতো, তেওঁ মহাৰাষ্ট্ৰৰ খৰাংপীড়িত অঞ্চল ভ্ৰমণ কৰিছিলগৈ। তেওঁৰ ইমানেই সমাজৰ প্ৰতি দায়িত্ববোধ আছিল। দেশৰ কোনো অংশত কিবা দুৰ্যোগ হ'লে তেওঁ উদাসীনভাৱে নিজকে আঁতৰাই ৰাখিব নোৱাৰিছিল। এবাৰ তেওঁৰ লগত মই সাম্প্ৰদায়িক সংঘৰ্ষত বিক্ষুব্ধ নগৰ ভিৱান্দিলৈ গৈছিলোঁ। কে. এ. আব্বাছ, আই. এছ. জোহৰ আৰু আন কিছুমান চলচ্চিত্ৰ জগতৰ লোকো আমাৰ লগত আছিল। আমি বোম্বেৰপৰা ৰাতিপুৱা সেইবাৰ গৈ সিদিনা সন্ধিয়াই উভতি আহিছিলোঁ। কিন্তু দুদিন পিচত,

বলৰাজে পুনৰ তালৈ গৈছিল অকলে আৰু তাত এপষমান থাকি দুৰ্গতসকলক যি পাৰে সাহায্য কৰিছিলগৈ। “যদি তুমি মাত্ৰ এদিনৰ কাৰণে যোৱা, তেনেহ’লে দুৰ্গতিসকলে ভাবে তেওঁলোকৰ দুখ-দুৰ্দশা চাবলৈহে মাত্ৰ তালৈ গৈছা”-- তেওঁ মন্তব্য দিছিল। বলৰাজে তেওঁৰ ডায়েৰীত বহুপাত জোৰা বৰ্ণনাৰে ভিৱান্দিৰ অভিজ্ঞতাৰ কথা লিপিবদ্ধ কৰিছিল। একে উদ্বেগেৰে বাংলা দেশৰ যুদ্ধৰ সময়ত তেওঁ বাংলা দেশলৈ গৈছিল আৰু পশ্চিমবঙ্গৰ অংশবিশেষত ভ্ৰমণ কৰিছিল। তেওঁৰ সকলো ধৰণৰ ৰাজহুৱা কৰ্ম তথা ভ্ৰমণ বা সাহায্য অভিযানৰ আঁৰত আছিল সমাজসচেতন এগৰাকী শিল্পী তথা নাগৰিক ৰূপে থকা বলৰাজৰ ব্যক্তিত্বৰ লগত সেইবোৰৰ এৰাব নোৱাৰা সম্বন্ধ। ক্ষুদ্ৰ সামাজিক প্ৰশ্নৰপৰা বৃহৎ কালনিৰ্ণয়কাৰী সমস্যালৈকে সকলো ক্ষেত্ৰতে তেওঁ আন্তৰিকতাৰে উদ্বিগ্ন হৈ পৰিছিল। মৃত্যুৰ কেইদিনমান আগতো তেওঁ ‘জুহু বীচ’ৰ (সাগৰ-তীৰ) ওচৰৰ নাৰিকল গছবোৰ কটাৰ অভিযোগ কৰি ‘টাইম্‌ছ্ অব্‌ ইণ্ডিয়া’লৈ এখন চিঠি পঠিয়াইছিল।

সাহিত্য চৰ্চা, কথাছবিৰ কাম, নাট্যকৰ্ম আৰু ঘৰুৱা কাম-কাজৰ মাজত ইমান সামাজিক দায়িত্ব পালন কৰিবলৈ তেওঁ সক্ষম হোৱাৰ মূলত আছিল– তেওঁৰ অভাৱনীয় আত্মশৃঙ্খলা তথা আগ্ৰহশীল কৰ্ম-কুশলতা গুণৰ সমাহাৰ। তেওঁ চিঠি-পত্ৰৰ বিস্তৃত আদান-প্ৰদানত নিজেই চকু দিছিল (তেওঁ চিঠিৰ উত্তৰ দিয়াত অতি তৎপৰ আছিল), যথেষ্ট ভ্ৰমণ কৰিছিল, আৰু তাৰ মাজতে কিতাপ পঢ়িছিল– সেই কিতাপবোৰ প্ৰায়েই গধুৰ ভাবৰ আছিল। এবাৰ বোম্বেৰ নগৰ-ৰেল (ছুবাৰ্ধান ট্ৰেন) এখনত তেওঁ গভীৰ তত্ত্বমূলক এঞ্জেল্‌ছ্‌ৰ ‘এন্টি ডুৱেহ্‌ৰিং’ কিতাপখন অতি মনোযোগেৰে পঢ়ি থকা দেখা মনত পৰে।

তেওঁৰ ৰাজহুৱা সেৱাৰ প্ৰতি থকা আগ্ৰহৰ স্বীকৃতিৰ চিন হিচাপে, এবাৰ তেওঁক ৰাজ্যসভাৰ মনোনয়নৰ বাবে কোৱা হৈছিল যদিও প্ৰত্যাখান কৰি কৈছিল যে তেওঁ ৰাজনৈতিক কামৰ বাবে নায়ক নহয়। এমাহমানৰ পিছত, তেওঁ মোক কৈছিল যে তেওঁ প্ৰস্তাৱটো অগ্ৰাহ্য কৰি ভুল কৰিলে কাৰণ ৰাজ্যসভাৰ সদস্য হ’লে ভাৰতৰ সমগ্ৰ অঞ্চলবোৰ ভ্ৰমণ কৰাৰ সুবিধা হ’লহেঁতেন আৰু তাৰদ্বাৰা দেশৰ প্ৰৱাহমান পৰিস্থিতিৰ বিষয়ে ওচৰৰপৰা অভিজ্ঞতা লাভ কৰিব পাৰিলেহেঁতেন।

## আঠ

# ঘৰ-সংসাৰত

স্বীকৃতি, কৃতিত্ব তথা মনে বিচৰা ধৰণে চলাৰ স্বাধীনতাই বলৰাজৰ জীৱনযাত্ৰা সুগম কৰি তোলা বুলি ভবাটো ভুল হ'ব। প্ৰকৃততে তেনে হোৱা নাছিল। সাধাৰণতে, শিল্পী এজনৰ কাৰণে বঠা থৈ জিৰোৱাৰ প্ৰশ্ন নুঠে। প্ৰতিটো নতুন ক্ষেত্ৰই নতুন প্ৰত্যাহ্বান আনে, আগৰ দৰেই একে সংগ্ৰামৰ সন্মুখীন কৰে। তদুপৰি মানসিক শান্তি নাইবা সহজ-সৰল সংস্থাপিত জীৱন তেওঁৰ বাবে যেন অভিপ্ৰেত নাছিল। তেওঁ ঘৰ এৰাৰপৰাই, তেওঁৰ জীৱন পথ অস্থিৰতাৰে ভৰা আৰু সংঘাতময় আছিল। তেওঁৰ অস্থিৰ গতিশীল প্ৰকৃতি যদিও সময় তথা জীৱনৰ অভিজ্ঞতাই নিয়ন্ত্ৰিত কৰি আনিছিল, তথাপি শালত-সমাহিত জীৱনযাত্ৰাৰ বাবে সেয়া যথেষ্ট নাছিল। তদুপৰি, কোনেনো ভাগ্যৰ গতি নিয়ন্ত্ৰণ কৰিব পাৰে, নাইবা মানসিক ভাৰসাম্য চুড়মাৰ কৰা আঘাত কোনফালৰপৰা আহে তাকেনো কোনে জানিব পাৰে, লগতে জীৱনৰ কঠোৰ জটিলতা আৰু দুৰ্বিসহ আঘাতৰে বা কোনে হাত সাৰিব পাৰে? উৎসাহ-উদ্দীপনা আৰু উদাৰ দৃষ্টিভঙ্গী থকা সত্ত্বেও, বাস্তৱতাৰ মুখামুখী হোৱাৰ বাবে আৱশ্যকীয় অনুভৱ তেওঁৰ কম আছিল। তেওঁ গতানুগতিক বাস্তৱধৰ্মী কামৰ মানুহ নাছিল। বহু বছৰ ধৰি, বাস্তৱ দৈনন্দিন জীৱনৰ সমস্যাবোৰ সমাধান কৰাৰপৰা আঁতৰি থাকিছিল। মানুহৰ লগত সম্বন্ধ ৰক্ষাৰ ক্ষেত্ৰতো, জীৱনৰ বিবিধ অভিজ্ঞতা লাভ কৰা সত্ত্বেও– তেওঁ এজন আদৰ্শবাদী যেন হৈয়েই আছিল, আৰু বহু সময়ত জটিল সূক্ষ্ম সমস্যাৰ লগত ফেৰ মাৰিব নোৱাৰাত জীৱনত কেবাটাও গভীৰ বিপৰ্য্যয়ৰ সন্মুখীন হ'ব লগীয়াত পৰিছিল। তেওঁৰ শক্তিৰ মূল উৎস আছিল ব্যক্তিগত সততা আৰু বিশেষ কিছুমান মৌলিক নীতি-নিয়মৰ প্ৰতি লৰচৰ নোহোৱা নিষ্ঠা– যি কাৰণে বিপদমুহূৰ্ততো তেওঁ মূৰ তুলি থাকিব পৰিছিল আৰু যথাসম্ভৱ সুন্দৰ সৃষ্টিমূলক জীৱন কটাবলৈ সক্ষম হৈছিল।

তেওঁৰ ঘৰুৱা জীৱনৰ কেইটামান দিশ মন কৰিবলগীয়া আছিল।

জুহু চাৰ্চ ৰোডত অৱস্থিত থিয়'ছ'ফিকেল ছোচাইটিৰ এটি সৰু ঘৰত বলৰাজে বহু বছৰ কটাইছিল। দময়ন্তী জীৱিত থকা সময়ত আৰু পিচলৈও আই. পি. টি. এ.ৰ নিষ্ঠাবান কৰ্মী হিচাপে বলৰাজ থকাৰ সময়ত সেই সৰু ঘৰটো কৰ্মমুখৰ হৈ থাকিছিল। ঘৰটোত তেনে কোনো গোপনীয়তাৰ থল নাছিল, প্ৰতি বছৰে মনচুনৰ সময়ত জৰাজীৰ্ণ উৰুখা ছালেৰে পানী নিগৰিছিল, তাত আয়াসেৰে সময় কটোৱাৰ

ব্যবস্থা বিশেষ নাছিল, আৰু সাকলো ধৰণৰ কথাছবি, শিল্পী বা আই. পি. টি. এ.ৰ কৰ্মীসকলে যিকোনো সময়তে ৰাজহুৱা ঠাইৰ দৰে আহ-যাহ কৰিছিল। কিন্তু, আনহাতে, ঘৰটো যেন মানৱীয়তাৰ উমেৰে ভৰপূৰ আছিল। জুহুবীচৰ ওচৰত থকা কাৰণে শনি-দেওবাৰে যিকোনো আগন্তুক পৰিচৰ্য্যাৰ বাবে চাহৰ কেটলী জুহালত তুলি ৰখা হৈছিল। বহুতে আকৌ সাগৰত গা ধুবলৈ বলৰাজৰ ঘৰটোকে এক প্ৰকাৰৰ ড্ৰেছিং-ৰুমৰ দৰে ব্যৱহাৰ কৰিছিল। ভালদৰে সাঁতুৰি-নাদুৰি আহি, কোঠাবোৰত বোকাসনা ভৰিৰে সোমায়, বলৰাজৰ গা ধোৱা ৰুমত ভাল পানীৰে গা-পা ধোৱে আৰু তাৰ পিচত কাপৰ পিচত কাপ চাহ খাই খাই ৰাজনীতি চৰ্চা কৰি বহি থাকে। বলৰাজৰ নিজৰ পৰিয়ালৰ লগত একান্তভাৱে জীৱনযাত্ৰা নথকাৰ দৰেই হৈছিল, আৰু তাৰ ফলত বহু সময়ত ল'ৰা-ছোৱালী হাল অনাদৃত হৈছিল।

পিচলৈ আই. পি. টি. এ.ৰ কাৰ্য্য তৎপৰতা কমি যোৱাত আৰু নিজৰো সৰহ সংখ্যক কথাছবিত বলৰাজ ব্যস্ত হৈ পৰাত, ঘৰৰ পৰিবেশ কিছু শান্তিময় হৈছিল। ল'ৰা-ছোৱালীকো 'পাব্লিক স্কুল'লৈ পঠিয়াবলৈ বলৰাজে স্থিৰ কৰিছিল– যাতে সিহঁতে অধিক শৃঙ্খলাবদ্ধ তথা নিয়মীয়া জীৱন কটাব পাৰে। বলৰাজ আৰু সন্তোষে একেটা ঘৰতে তাৰ পিচতো বহু কেইটা বছৰ কটাইছিল, আৰু তেওঁলোকৰ সৰু ছোৱালী ছানোবেৰ তাতেই ডাঙৰ-দীঘল হৈছিল।

1961 চনত বলৰাজে ছান-এন্-ছেন্ত হোটেলৰ দাঁতিৰ টাৰ্নাৰ ৰয়েল লেনত (বৰ্তমানে বলৰাজ ছাহানী মাৰ্গ নামকৰণ হৈছে) আহল-বহল মাটি এডোখৰত এটা ঘৰ সাজিবলৈ আৰম্ভ কৰে। ঘৰটো নিৰ্মাণ কৰাৰ পিছত, ঘৰটোৰ আৰ্হি দিয়া আৰ্কিটেক্ট জনৰ নামেৰে 'ইক্ৰাম' ৰখা হৈছিল। গৃহকৰ্তাই নিৰ্মাণ-শিল্পীৰ নামেৰে নতুনকৈ সজা ঘৰৰ নামকৰণ কাচিতহে কৰে। আনহাতে উক্ত নিৰ্মাণ শিল্পী আৰু বলৰাজৰ মাজত ইমান গভীৰ বিশ্বাস তথা বন্ধুত্বই গঢ় লৈ উঠিছিল যে বলৰাজে তেওঁৰ কৃতজ্ঞতাৰ ভাব প্ৰকাশ কৰিবলৈ 'ইক্ৰাম'ৰ নামেৰে ঘৰটোৰ নামকৰণ কৰিছিল।

ঘৰটো যথেষ্ট আহল-বহল আছিল যদিও সু-পৰিকল্পিত নাছিল। এটা সৰু আৰু আটোমটোকাৰিকৈ সজা ঘৰেই তেওঁৰ আৱশ্যকতা অধিক নিয়াৰিকৈ পূৰ কৰিব পাৰিলেহেঁতেন। এই আহল-বহল ঘৰটো ঘৰুৱা গোপনীয়তা ৰক্ষাৰ দৃষ্টিৰে সজা হৈছিল– কিন্তু দুখৰ বিষয় ঘৰটো নিৰ্মাণৰ বেলিকা আতিশয্যতাৰ পিনেহে চকু দিয়া হ'ল। পৰিয়ালৰ প্ৰতিজনৰ বাবে বহা ৰুম সংলগ্ন একোটাকৈ প্ৰকাণ্ড বেডৰুম (শোৱা কোঠা) সজা হৈছিল। এবাৰ এজন নিজৰ কোঠাত সোমাই ল'লে, পৰিয়ালৰ আন সকলোৰেপৰা সম্পূৰ্ণভাৱে বিছিন্ন হৈ পৰে। দুপৰীয়া আহাৰৰ পিচৰ জিৰণিৰ সময়ত সমগ্ৰ ঘৰটো আবৰি এটা আতঙ্কজনক নীৰৱতা বিৰাজ কৰে। দুটি

ল'ৰা-ছোৱালীক পাব্লিক স্কুলৰ হোষ্টেললৈ পঠিওৱা অৱস্থাত, মাত্র তিনিজনৰ বাবে অর্থাৎ বলৰাজ, সন্তোষ অকণি শিশু ছানোবেৰৰ (আৰু ছানোবেৰকো পৰীক্ষিত আৰু চৰনামৰ লগত ছানাৱাৰৰ লৰেন্স স্কুললৈ পঠিওৱা হৈছিল) বাবে থাকিবলৈটো সৰু ঘৰেই যথেষ্ট হ'লহেতেন। তদুপৰি এনেয়ো ঘৰ এখন আনন্দমুখৰ কৰি ৰাখিবলৈ হ'লে, আৱশ্যকীয় একান্ত গোপনীয়তাৰ সুবিধা থাকিলেও যেতিয়াই তেতিয়াই দিনটোত ইজনে সিজনক সহজে লগ পোৱা-পুইৰ ব্যৱস্থা থকা উচিত। এই ক্ষেত্রত প্রতিটো কোঠালি পৰস্পৰৰ লগত সম্পর্ক নথকা একোটা প্রকাণ্ড বাকচ যেনহে লাগিছিল। এনে ধৰণৰ গঠনে একোজনৰ অকলশৰীয়া অৱস্থাৰ অনুভূতি বঢ়াইহে তোলে আৰু প্রতিজনকে আনৰপৰা বিছিন্ন মানসিকতাৰ বলী কৰা যেন হয়। বলৰাজৰ কোঠাটো প্রথম মহলাৰ এটা চুকত অৱস্থিত আছিল, আনহাতে তোষৰ ব্যক্তিগত কোঠালিটো আছিল একেবাৰে ওপৰৰ মহলাত। তদুপৰি, স্বভাৱ তথা প্রকৃতিত গহীন-গম্ভীৰ আছিল আৰু অকলশৰীয়াকৈ থকাৰ অভ্যাস তেওঁৰ আছিল। ঘৰটোৰ নির্মাণ তথা গঠনেও বাকীখিনি যেন যোগ দিছিল; যাৰফলত কোনোবা মানুহ ঘৰখনলৈ আহিলে এটা মৃতকৰ স্মৃতিস্তম্ভত প্রৱেশ কৰা যেন অনুভৱ হৈছিল। সকলো ধৰণৰ সফলতা তথা কৃতিত্বই বলৰাজক ওপচাই পেলোৱা সত্ত্বেও, উক্ত ধৰণৰ প্রাচুর্যৰ পৰিৱর্তিত পৰিবেশো সেয়ে তেওঁৰ কাৰণে অতি মিশ্রিত আশীর্বাদ যেন হোৱা নাছিল।

বলৰাজৰ সামাজিক জীৱনো ক্রমে সীমিত হৈ আহিছিল। আগৰ দৰে আই. পি. টি. এ.ৰ বন্ধু-বর্গৰ লগত 'ছুবাৰ্বাণ ট্রেন'বোৰত তেওঁ গীত গাই ফুৰা নাছিল।

কমসংখ্যক মানুহে তেওঁৰ ঘৰলৈ আহিছিল, আৰু অহাসকলেও ব্যস্ততাৰ কাৰণে চাহৰ কাপ খাই খাই কথা-বতৰাৰে সময় কটাব পৰা নাছিল। ফলত বলৰাজৰ জীৱনযাত্রাৰ বৈশিষ্ট্য ৰূপে পৰিগণিত আৰাম-আয়াস তথা হাঁহি-খিকিন্দালিৰ পৰিৱেশ কমেই দেখা গৈছিল। পৰিস্থিতি অধিক গহীন হৈছিল আৰু আনন্দমুখৰতা কমি আহিছিল। তেওঁ নিঃসন্দেহে শৃঙ্খলাবদ্ধ জীৱন যাপন কৰি আছিল— তেওঁৰ নিৰ্দ্ধাৰিত দেখা-সাক্ষাৎ আদিত অতিশয় সময়ানুৱর্তী আছিল, ষ্টুডিঅ'ত থকা কর্মসূচীত কেতিয়াও গাফিলতী নকৰিছিল। কিন্তু আগৰ সেই আৰাম তথা আনন্দমুখৰতাৰ অভাৱ হৈছিল।

পঞ্জাবলৈ গৈ থিতাপি লগাৰ হেঁপাহ তেতিয়াও আছিল; কিন্তু সেয়া আংশিকভাৱে পূৰণ কৰিছিল তেওঁৰ সাহিত্য সৃষ্টিৰ প্রতি নিয়মিত আগ্রহ তথা বাঢ়ি অহা ৰচনা সম্ভাৰে। তেওঁৰ ল'ৰা-ছোৱালীকেইটাও ডাঙৰ হৈ আহিছিল, আৰু সিহঁতৰ আৱশ্যকতাই নিজৰ ক্ষেত্রতকৈ অগ্রাধিকাৰ লাভ কৰিছিল। পৰীক্ষিতে বাল্যকালৰ আগছোৱা পঞ্জাবত কটাইছিল আৰু পিচত ক্রমে ছানাৱাৰ আৰু দিল্লীৰ

ষ্টিফেন্‌ছ্ কলেজত পঢ়িছিল; কিন্তু আন দুটি মল্‌তান– শৰনাম আৰু ছানোবেৰৰ প্ৰকৃততে পঞ্জাবৰ লগত কোনো ধৰণৰ সংযোগ-সম্বন্ধ নাছিল। সিহঁত পঞ্জাবতকৈ যেনিবা বোম্বেৰহে আছিল। বলৰাজে ইতিমধ্যে সজা বৃহৎ ঘৰটোৱেও বোম্বে এৰি যোৱা পথত বাধাৰ সৃষ্টি কৰিছিল। একোজন মানুহৰ দুৰ্বাৰ হেঁপাহ তথা বিভিন্ন ক্ষেত্ৰত গভীৰ অতীত-প্ৰীতি থাকিব পাৰে, কিন্তু কাৰ্য্যতঃ তেওঁৰ নিকটৱৰ্তী পৰিস্থিতিয়েহে সিদ্ধান্ত গ্ৰহণত প্ৰভাৱ বিস্তাৰ কৰে। আনহাতে বলৰাজৰ এনে পৰিস্থিতি ক্ৰমাৎ জটিলতৰ হৈ আহিছিল। আৰু এইবোৰ কাৰণতে, বলৰাজ বোম্বেতে থাকি গৈছিল। মাত্ৰ তেওঁৰ পঞ্জাব ভ্ৰমণ বাঢ়ি গৈছিল, কেতিয়াবা কেতিয়াবা পঞ্জাবৰ গাঁও অঞ্চললৈ গৈছিল বা সৰু নগৰবোৰত নাটক মঞ্চস্থ কৰিছিলগৈ। তদুপৰি পঞ্জাবৰ লেখক, শিল্পী তথা সমাজকৰ্মীসকলৰ লগত সঘনাই চলোৱা পত্ৰালাপে তেওঁক পঞ্জাবৰ লগত নিবিড়ভাৱে সংযুক্ত কৰি ৰাখিছিল।

আন কিছুমান ঘটনাও ইতিমধ্যে ঘটিছিল। দেউতা আৰু মা দুয়ো তেওঁৰ লগত বোম্বেত থাকিবলৈ আহিছিল। 1957 চনত মই মস্কোত কাম কৰিবলৈ যোৱাৰ অলপ পিচতেই দেউতাৰ স্বাস্থ্যৰ বৰকৈ অবনতি ঘটিছিল। আৰু সেয়ে বলৰাজে মা-দেউতাক অকলে দিল্লীত থাকিবলৈ দিয়াটো সম্ভৱ নাছিল। বলৰাজে যিমান পাৰে তেওঁলোকৰ সেৱা-শুশ্ৰূষা কৰিছিল, কিন্তু তেওঁলোকৰ জীৱনজোৰা বন্ধন সোনকালেই ছিন্ন হ'বলগীয়া আছিল। দেউতা 1961 চনত ঢুকায় আৰু ছবছৰ পিচত আইৰো মৃত্যু হয়। এই কেইবছৰ কেতিয়াবা কেতিয়াবা দিল্লীলৈ গৈ থাকিছিল আৰু তেতিয়া বলৰাজেও তেওঁলোকক চোৱা-চিতা কৰিবলৈ লগত আহিবলগীয়া হৈছিল। এইদৰেও তেওঁৰ দায়িত্ব যথেষ্ট বাঢ়িছিল।

পৰীক্ষিত 1965 চনত মস্কোৰপৰা উভতি আহিছিল। তাত তেওঁ চিনেমেটো-গ্ৰাফীৰ শিক্ষানুষ্ঠান গৰ্কী ইন্‌ষ্টিটিউটত চলচ্চিত্ৰ পৰিচালনাৰ বিষয়ে অধ্যয়ন কৰিবলৈ গৈছিল। ভাৰতৰ চলচ্চিত্ৰ জগতৰ লগত সমূলি মিল নথকা তাৰ চলচ্চিত্ৰ পৰিবেশত থাকি আৰু বন্দৰচুক আদি ছোভিয়েত চলচ্চিত্ৰ উদ্যোগৰ শীৰ্ষস্থানীয় ব্যক্তিসকলৰ লগত কাম কৰি অহাৰ পিচত, তেওঁ ইয়াৰ পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাবলৈ কষ্ট পাইছিল। বলৰাজৰ পুতেক বুলিয়েই তেওঁক কথাছবিৰ ভাও দিব খোজা কথাটোও তেওঁৰ স্পৰ্শকাতৰ মনে ভাল পোৱা নাছিল। তেওঁ নিজৰ ভৰিত থিয় দিব খুজিছিল আৰু আত্ম-প্ৰতিভাৰ ভেটিতহে প্ৰতিষ্ঠিত হ'ব খুজিছিল। প্ৰত্যেক পিতৃয়ে নিজৰ জীৱনত সন্মুখীন 'হ'বলগীয়া কঠোৰ সংগ্ৰামত সন্তানকো লিপ্ত হোৱাটো স্বাভাৱিকতে নিবিচাৰে। পিতৃৰ অভিজ্ঞতাৰ ভেটিত সন্তানে সহজ পথ পোৱাহে কামনা কৰে। দেউতাই একেদৰে বলৰাজৰপৰা তাকে বিচাৰিছিল আৰু এতিয়া বলৰাজেও তেওঁৰ পুত্ৰৰ ক্ষেত্ৰত তাকেই বিচাৰিলে। কিছু দিনলৈ

পৰীক্ষিতে ভয়ানকভাৱে অকলশৰীয়া অনুভৱ কৰিছিল, কাৰণ তেওঁ চলচ্চিত্ৰ উদ্যোগৰ লগতো নিজকে বিলাই দিয়াত টান পাইছিল। আনহাতে পিতৃৰ লগতো মতৰ সমন্বয় বিচাৰি উলিওৱাত কষ্ট হৈছিল। আৰু ফলত উভয় পক্ষই এটা মানসিক দূৰত্বৰ যাতনা অনুভৱ কৰিছিল। ডাঙৰ হৈ অহা শিশুহঁতৰ লগত তোষৰ সম্বন্ধও সহজ হ'ব পৰা নাছিল; গতিকে কেতিয়াবা কেতিয়াবা সমিলমিলভাৱে পৰস্পৰে খাপ খুৱাই চলাটো কষ্টসাধ্য হৈ পৰিছিল। বাল্যকালত ল'ৰা-ছোৱালীহঁতে একেলগে ঘৰুৱা জীৱন যাপন কৰা পৰিবেশ উপভোগ কৰিব পৰা নাছিল। বলৰাজে অতি দুখেৰে মন কৰিছিল যে তেওঁৰ পুৰণি বাসস্থানটো গণ্ডগোলীয়া ৰাজহুৱা স্থান যেন আছিল আৰু সেয়ে মাক-দেউতাকৰপৰা পাবলগীয়া মনোযোগ সন্তানহঁতে পোৱা নাছিল। আৰু তাৰ পিচতেই সিহঁতক পাব্লিক স্কুললৈ পঢ়া-শুনা কৰাৰ বাবে পঠিয়াই দিছিল। ঘৰুৱা জীৱনৰ এই দিশটোৱেও সন্তানসকলৰ মানসিক গঠনত কিছুদূৰ প্ৰভাৱ পেলাইছিল, যাৰ ফলত খাপ খুৱাই চলাৰ ক্ষেত্ৰত আহুকাল বঢ়াই তুলিছিল।

সম্ভৱত ঃ এটা ক্ষেত্ৰত দময়ন্তীৰ গৰ্ভজাত বলৰাজৰ দ্বিতীয় শিশুটি বিশেষভাৱে ক্ষতিগ্ৰস্ত হৈছিল। ইংলণ্ডত 1943 চনত ওপজা শৰনামে চাৰে তিনি বছৰমান নৌহওতেই মাকক হেৰুৱায়। তাইৰ শিশুকালছোৱাতে বলৰাজ আই. পি. টি. এ.ৰ কামত অতিশয় অনুৰক্ত হৈ লাগি থাকিছিল আৰু কথাছবি জগততো খোপনি পোতাৰ কঠিন সংগ্ৰামত ব্যস্ত আছিল। আৰ্থিক দিশেৰেও, তেওঁৰ অৱস্থা তেতিয়া স্বচ্ছল নাছিল। তাৰ পিচত শিশুটিক ছানাৱাৰৰ লৰেঞ্চ স্কুললৈ পঠিওৱা হৈছিল। বলৰাজ সন্তানহঁতৰ প্ৰতি অতিশয় অনুৰক্ত আছিল, বিশেষকৈ শৰনামৰ প্ৰতি। তেওঁ এই শিশুটিক উপযুক্ত মতে চকু দিব নোৱাৰা এক অপৰাধবোধ তেওঁক খুলি খুলি খাইছিল। শৰনাম প্ৰকৃততে মুমুৰ্ষু মাকৰ তত্বাৱধানতে থাকিব লগীয়া হৈছিল।

মাকৰ দৰে হাঁহি-আনন্দেৰে তজবজীয়া স্বভাৱ লৈ শৰনাম ক্ৰমে এগৰাকী ধুনীয়া গাভৰু হৈ উঠিছিল। তদুপৰি তাই অতি পাকৈত টেনিছ খেলুৱৈও আছিল। মাকৰ লগত আচৰিতভাৱে তাইৰ দৈহিক গঠনৰ মিল আছিল। সেয়ে বলৰাজ আৰু পৰিয়ালৰ সকলোৱে তাইক বৰকৈ মৰম-চেনেহ কৰিছিল।

কিন্তু তাইৰ কাৰণে জীৱন বৰ নিষ্ঠুৰ হৈ পৰিছিল আৰু ফলত একে অৱস্থা হৈছিল বলৰাজৰো। বোম্বে বিশ্ববিদ্যালয়ৰপৰা স্নাতক হোৱাৰ পিছত ছোৱালীজনীক বিয়া দিয়া হৈছিল, কিন্তু কিছু দিনৰ ভিতৰতে বিয়াখন বিফলতাত পৰিণত হৈছিল। যি পৰিবেশত শৰনাম ডাঙৰ-দীঘল হৈছিল তাৰ তুলনাত বিয়া দিয়া ঘৰখনৰ পৰিবেশ সমূলি বিপৰীত হোৱা বাবেই এইদৰে খাপ নোখোৱা পৰিস্থিতি এটাৰ সৃষ্টি হ'বলৈ পালে। তাইক চাকৰিজীৱী ঘৰ এখনলৈ বিয়া দিয়া হৈছিল, য'ত জীৱনযাত্ৰাৰ

পদ্ধতি, মিতব্যয়িতা, তথা আয়-ব্যয়ৰ নিৰ্দ্ধাৰিত আঁচনি, বাহ্যিক আচৰণ, চলন-ফুৰণ ইত্যাদিত বিশেষ গুৰুত্ব দিয়া হয়। আনহাতে এইবোৰেই তাইৰ কাৰণে অসহনীয় আৰু কষ্টকৰ হৈছিল, কাৰণ এই ধৰণৰ প্ৰশিক্ষণ তাই কেতিয়াও পোৱা নাছিল আৰু তাৰ বাবে সাজুও নাছিল। এইবোৰৰ পৰিৱৰ্তে তাইৰ জীৱন আছিল মুকলিমূৰীয়া আৰু সহজ-সৰল গতিৰ। ঘৰ-গৃহস্থী চলোৱা কিটিপ-কায়দা সম্পৰ্কে তাইৰ একো জনা নাছিল, অথচ চাকৰিজীৱী পৰিয়ালত সেইটোৱেই অত্যাৱশ্যকীয় গুণ হ'ব লাগে। তাই বলৰাজৰ অভাৱ-অনাটনৰ দুৰ্দিনবোৰৰ কথাৰ ভু নেপাইছিল আৰু তাইৰ আবিয়ৈকাল প্ৰাচুৰ্য্য তথা আয়াসেৰে কাটি গৈছিল। সেয়েহে খৰচ-পাতি নিয়ন্ত্ৰিত কৰি চলিব পৰা ধৰণৰ মিতব্যয়ী মনৰ গৰাকী তাই হ'ব পৰা নাছিল। তাই অতিশয় বিবেচক আৰু যত্নপৰায়ণ হোৱা সত্ত্বেও, তাই নিজকে এনে এটা পৰিস্থিতিত আৱিষ্কাৰ কৰিলে– যিয়ে তাইক বিবুধিত পেলাইছিল। গৃহিনী হিচাপে তাইৰপৰা বিচৰাখিনি দিবলৈ তাই অপাৰগ অনুভৱ কৰিছিল। শৰনামে সোনকালেই হতাশ হৈ আত্মবিশ্বাস হেৰুৱাই পেলাইছিল।

বলৰাজে এই কাৰণে মনৰ ভাৰসাম্য হেৰুৱাই পেলাইছিল আৰু তাইৰ বিৰূপ পৰিস্থিতি সহজ কৰিবলৈ বৰকৈ লৰাধপৰা কৰিবলগীয়া হৈছিল। তদুপৰি তেওঁ এনে এজন মানুহ আছিল, যিজনে যুক্তিসঙ্গতভাৱেই ভালপায় কিন্তু ঠিকমতে যেন সেয়া নিয়ন্ত্ৰিত কৰিব নোৱাৰে। তেওঁৰ কৌশল আৰু ধৈৰ্য্যৰ ত্ৰুটি আছিল। জীয়েকে কষ্ট পাই আছে বোলা খবৰটোৱেই যেন তেওঁৰ বাবে মানসিক ভাৰসাম্য হেৰুৱাই পেলোৱাৰ কাৰণ হৈছিল। তদুপৰি যেতিয়া বুজিছিল যে তেওঁক উদগ্ৰীৱ তথা অসন্তুষ্ট নকৰিবলৈ শৰনামে তেওঁৰপৰা বহু কথা লুকুৱাইছে, তেওঁ অধিক অস্থিৰ হৈহে পৰিছিল। শৰনামে নিজৰ ফালৰপৰা তেওঁক তাইৰ ঘৰুৱা জীৱনৰ বিষয়ে একোকে ক'ব খোজা নাছিল। সেয়ে ঘটনাচক্ৰ আওবাটে প্ৰৱহমান হৈ থাকিল– এদিন শৰনামে আত্মহত্যাৰ চেষ্টা কৰালৈকে।

আমাৰ দেশত যেতিয়া বিয়াৰ ক্ষেত্ৰত আউল লাগে, তেতিয়া দেউতাকৰ বাবে নিজৰ ঘৰলৈ ছোৱালীজনীক ওভতাই অনাৰ বাহিৰে আন পথ নেথাকে। সম্ভৱতঃ ছোৱালীৰ বাবে এই অৱস্থাক উন্নীত কৰাৰ একমাত্ৰ উপায় হ'ল– তাই নিজে নিজৰ জীৱিকা অৰ্জন কৰি নিজৰ ভৰিত থিয় দিয়া ক্ষমতা আহৰণ কৰাটো।

অতিশয় বিভ্ৰান্ত হৈ, ছোৱালীজনীয়ে আত্মহত্যাৰ চেষ্টা কৰিছিল। আনহাতে দুখৰ কথা এয়ে যে তাই সকলো সময়তে গৃহিনী হিচাপে দায়িত্ব চম্ভালিব নোৱাৰা বাবে নিজকে দোষাৰোপ কৰিছিল।

শৰনামৰ সোনকালেই মতিভ্ৰম হ'ল আৰু তাইক এজন মানসিক বিশেষজ্ঞৰ চিকিৎসাধীন কৰা হ'ল। কেতিয়াবা কেতিয়াবা তাই সুস্থ যেন হয়, হাঁহি-মাতি

কথা-বতৰা পাতে, আত্মবিশ্বাস ঘূৰাই পায়; কিন্তু আন সময়ত পুনৰ অসহায় হতাশ অনুভৱ কৰে, কিংকৰ্তব্যবিমূঢ় হয় আৰু ক'লৈ যাব কি কৰিব ভাবি নেপায়।

সেই পৰিস্থিতিত আটাইতকৈ মৰ্মন্তুদ কথা হ'ল এয়ে যে, বলৰাজে অকলে তেনে এটা বিৰূপ পৰিস্থিতি চম্ভালিব লগীয়া হৈছিল। পৰীক্ষিত বিশেষভাৱে ব্যস্ত আছিল নিজৰ সমস্যা লৈ; আনহাতে বয়সো কম থকাত ক্ৰমে গঢ় লৈ অহা বিৰূপ পৰিস্থিতিৰ গুৰুত্ব তেনেদৰে উপলব্ধি কৰিব পৰাও নাছিল। উদ্বেগ অনুভৱ কৰা সত্ত্বেও, তোমে নিজৰ মতটো প্ৰকাশ কৰাৰ বাহিৰে আন একো সহায় কৰিব নোৱাৰিছিল; ফলত একোটা পৰিস্থিতিত বলৰাজেই চৰম সিদ্ধান্ত ল'বলগীয়াত পৰিছিল। তোমৰ অতি সাৱধান হোৱা মনোভাৱৰ কাৰণে, তেওঁক নিৰ্লিপ্ত যেনেকৈ ৰাখিছিল, আৰু সেই কাৰণে বলৰাজে নিজে অকলে একোটা সমস্যাৰ ক্ষেত্ৰত হাবাথুৰি খাবলগীয়া হৈছিল। এনে অৱস্থাত বলৰাজে পৰিস্থিতি একোটা বস্তুনিষ্ঠভাৱে নিৰ্লিপ্ততাৰে সন্মুখীন হোৱাত অধৈৰ্য্য হৈছিল তথা বিবুধিত পৰিছিল। এনে এটা পৰিস্থিতিত কোনো পিতৃয়ে অকলে সকলো দিশ চম্ভালাটো সম্ভৱ নহয়।

এখন চিঠিত, তেওঁ মোলৈ লিখিছিল– "মোৰ বাস্তৱ বৈষয়িক জ্ঞান তেনেই তাকৰীয়া। মোৰ নিজৰ বিচাৰ-বুদ্ধিৰ ওপৰতো বিশ্বাস নাই। কিন্তু এইবাৰ, মোৰ ছোৱালীজনীৰ জীৱন-মৰণৰ প্ৰশ্ন উঠিছে। আৰু মই মোৰ নিৰৰ্থক বুদ্ধি-বৃত্তিৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হৈছোঁ। মোৰ যদি উদ্দেশ্য সৎ হয়, তেনেহ'লে নিশ্চয় ঈশ্বৰে মোৰ প্ৰাৰ্থনা শুনিব আৰু সেইমতে সহায় কৰিব।.... একমাত্ৰ মোৰ ভালপোৱাই মোক বাট দেখুৱাই আছে আৰু মই আশা কৰা জীৱনৰ এই পৰীক্ষাত মই উত্তীৰ্ণ হ'ব পাৰিম।... এই সময়ত মোৰ একমাত্ৰ সহায় মোৰ ছোৱালী ছানোবেৰ। ঈশ্বৰে তাইক মোৰ আয়ুস দি দীৰ্ঘজীৱি কৰক, তাইক প্ৰশংসা কৰিবলৈ মোৰ ভাষা নাই।... শৰনামে স্কুললৈ শিক্ষা দিবলৈ যায়। তাইৰ সম্পূৰ্ণ জ্ঞান আছে। কিন্তু নিজৰ বিষয়ে তাই উদাসীন। কেতিয়াবা তাই বৰ বেছি কথা কয়, আন একোটা সময়ত সম্পূৰ্ণ নিশ্চুপ হৈ থাকে। সময় লাগিব......।"

বাৰেপতি লিখা তেওঁৰ চিঠিবোৰত পৰিস্থিতিৰ গুৰুত্ব লাঘৱ কৰি দেখুৱাবলৈ চেষ্টা কৰিছিল– যাতে আমি অধিক উদগ্ৰীৱ বা উদ্বিগ্ন নহও। তথাপিও কিন্তু, তেওঁ অন্তৰৰো অন্তৰতম প্ৰদেশত জানিছিল যে পৰিস্থিতি ক্ৰমে বেয়াৰ ফাললৈ ঢাল খাইছে। তেওঁ এবাৰ লিখিছিল–

"তোমাৰ কথাই সঁচা। ঘটনাস্থলীৰপৰা কিছুকাল আঁতৰি থাকিলেহে পৰিস্থিতিটো নিৰ্লিপ্তভাৱে অধ্যয়ন কৰাত সহজ হয়। কিন্তু সেইটো সম্ভৱ হয় পৰিস্থিতি অনুকূল হ'লেহে..... কিন্তু তুমি চিন্তা নকৰিবা। মোৰ জীৱনত চিৰন্তন নাটকীয়তাকে ভাগ্যই নিৰ্ণীত কৰিছে।

'মুস্কিলে ইতনী পড়ীঁ মুঝ পৰ কি আসাঁ হো গয়ী' (মই ইমান অধিক বিপত্তিৰ মাজত পৰিছোঁ যে, সেইবোৰৰ মুখামুখী হোৱাটো মোৰ বাবে সহজ হৈ পৰিছে।)"

তথাপি তেওঁৰ উদ্বেগ আৰু বিভ্ৰান্তি বাঢ়ি গৈছিল। তেওঁৰ চিঠিবোৰত অৱসন্ন তেওঁৰ মনৰ প্ৰতিবিম্ব অধিক প্ৰকট হৈ আহিছিল।

1968 চনৰ আগষ্ট মাহত মাদ্ৰাজৰপৰা লিখা এখন চিঠিত তেওঁ এনেদৰে উল্লেখ কৰিছিল–

"ইয়ালৈ মোৰ অহা দুদিন হৈ গ'ল। আজি তৃতীয় দিন.... প্ৰথম দিনা মোৰ মন বৰ অস্থিৰ লাগিছিল। কিন্তু ক্ৰমে মই অনুভৱ কৰিছোঁ যে ঘটনা সংঘটিত হোৱা ঠাইৰপৰা বহু দূৰলৈ আঁতৰি গ'লে মানুহৰ বাবে আনকি অসহনীয় উদ্বিগ্নতাত আপেক্ষিকভাৱে কম অসহনীয় হয়......।"

পিচৰ মাহত এখন চলচ্চিত্ৰৰ দৃশ্যগ্ৰহণৰ বাবে তেওঁ মানালীলৈ গৈছিল। তাৰপৰা তেওঁ লিখিছিল– "এই সময়ত ইয়াত বতৰ অতি সুন্দৰ, কিন্তু মোৰ মন উদ্বেগ আৰু অস্থিৰতাৰে ইমান ভাৰাক্ৰান্ত যে সেইবোৰলৈ চকু দিবলৈ যেন সময়কে নেপাও।" (1968 চনৰ 18 চেপ্টেম্বৰ তাৰিখৰ চিঠি)।

1970 চনৰ এপ্ৰিল মাহত চেতন আনন্দৰ ভতিজা ছোৱালী অৰুণাৰ লগত পৰীক্ষিতৰ বিয়া হৈছিল। শৰনামৰ অৱস্থাৰ উন্নতি হোৱা নাছিল। বলৰাজৰ মানসিক কষ্টও অবাৰিতভাৱে আছিল। 1970 চনৰ আগষ্ট মাহত, তেওঁ লিখিছিল–

"সম্ভৱতঃ মোৰ শেষৰ চিঠিখনে তোমাক উদ্বিগ্ন কৰি তুলিছে। ক্ষমা কৰিবা। প্ৰকৃততে, যিকোনো কথা গভীৰভাৱে অন্তৰত আঘাত দিয়া ধৰণে চিন্তা কৰাটো চৰম মূৰ্খামিহে। জীৱন অতি সুন্দৰ। প্ৰতিটো দিনেই এটি আশীৰ্বাদ তথা সৌভাগ্যৰ প্ৰতীক। নাগিন হ্ৰদত সাঁতুৰি কটোৱা মোৰ সেই মুহূৰ্তবোৰ কিমান সুন্দৰ আছিল। সঁচাকৈয়ে, উদ্বেগ-অস্থিৰতাই মানুহক খৰ্ব কৰে, ক্ষুদ্ৰ কৰে। ভৱিষ্যতে মই চেষ্টা কৰিম যাতে উদ্বেগ-উত্তেজনাই মোক অশান্তিৰ বলি নকৰে। কাৰণ তাৰদ্বাৰা নিজকে অনাহকতে ক্ষতি কৰাহে হয়, তাৰপৰা কোনো লাভো নহয়।

"তুমি জানি সুখ পাবা যে মই পুনৰ সেই অভিশপ্ত নাটকখনত কাম কৰিবলৈ আৰম্ভ কৰিছোঁ আৰু তাতে নিমগ্ন হ'বলৈ মই চেষ্টা কৰিছোঁ। এইবাৰ শেষ কৰিহে এৰিম......।"

বলৰাজে যথাসম্ভৱ সাহসেৰে পৰিস্থিতিৰ সন্মুখীন হৈ সমস্যা সমাধানৰ বাবে দৃঢ়তাৰে কাম কৰি গ'ল; কিন্তু সফল নহ'ল। শৰনামৰ অৱস্থা ক্ৰমে অৱনতিৰ পিনেহে ঢাল খালে।

"মোৰ জীৱন পুনৰ পুৰণি বিশৃঙ্খল গতিৰে আগবাঢ়িছে। মই পিতৃ হিচাপে আৰু স্বামী হিচাপে– দুয়ো ক্ষেত্ৰত বিফল হৈছোঁ। কেতিয়াবা জীৱনটো জীয়াই

থকাৰ লায়ক বুলি ভাব হ'লে, অলপ-অচৰপ লিখোঁ– সাহিত্য চৰ্চা কৰোঁ। সেই মুহূৰ্তবোৰত মই যেন জীৱনক মোৰ বাহু-বন্ধনত সাৱটি লও। কিন্তু এতিয়া ক্ৰমে ৰ'দালিৰ পোহৰ কমি আহিছে, প্ৰায়ভাগ সময় যেন ডাৱৰে আৱৰা।" 1971 চনৰ 13 ডিচেম্বৰৰ চিঠি)।

এসপ্তাহমান নৌহওতেই তেওঁ লিখিছিল ঃ

"মই এনে এটা অৱস্থাত পৰিছোঁ যে কোনটো শুদ্ধ পথ কোনটো নহয়– তাক বিচাৰ কৰিবলৈকো অক্ষম হৈ পৰিছো। কপালত যি ঘটে তাকেই মানি ল'ব লগা হৈ পৰিছোঁ।" (1972 চনৰ ঊনৈছ জানুৱাৰীৰ চিঠি।)

ইতিমধ্যে শৰনামৰ মূৰত এটা টেমুনা বাঢ়ি উঠিছিল, আৰু সেইটো আগতে লক্ষ্য কৰা হোৱা নাছিল। তাই কেতিয়াবা কেতিয়াবা বস্তুবোৰ দুটা দুটা দেখা বুলি কৈছিল যদিও মানসিক বিশেষজ্ঞ আৰু পৰিয়ালৰ চিকিৎসকে সেয়া তাইৰ প্ৰতি অধিক মনোযোগ তথা সহানুভূতি আকৰ্ষণৰ বাবে অৱচেতন মনৰ প্ৰকাশ বুলি ভাবিছিল আৰু গৰুত্ব দিয়া নাছিল।

আৰু এনে এটা বিষাদজনক পৰিস্থিতিত, 1972 চনৰ পাঁচ মাৰ্চ তাৰিখে বেচেৰী ঢুকাল। তাইৰ মৃত্যুৰ সময়ত বলৰাজ বোম্বেত নাছিল। নিৰ্বাচনী অভিযানত সেই মধ্যপ্ৰদেশত আছিলগৈ।

শৰনামৰ মৃত্যুৱে তেওঁৰ অন্তৰ ভাঙি পেলালে আৰু সেই আঘাতৰপৰা বলৰাজে কেতিয়াও উদ্ধাৰ নেপালে। বিবিধ কামৰ মাজত বুৰ গৈ আৰু সেইবোৰ কামৰ মাজতে বেদনা বিসৰ্জন দিবলৈ বলৰাজে অশেষ চেষ্টা কৰিছিল। কিন্তু ক্ৰমে সেয়া অধিক কষ্টকৰ আৰু অসম্ভৱ হৈ আহিল।

'গৰম হাৱা' কথাছবিখনত এটা দৃশ্য আছিল, য'ত এজনী জীয়েকে আত্মহত্যা কৰে। তাইৰ দেউতাকৰ ভাও লোৱা বলৰাজে কোঠাত সোমাই সেই দৃশ্য দেখে। কথাছবিখনত সেইটো এটা অতি বেদনাদায়ক দৃশ্য আছিল আৰু বলৰাজে এষাৰ কথাও নোকোৱাকৈ এজন পিতৃৰ গভীৰতম অন্তৰ্বেদনা প্ৰকাশ কৰিছিল। সেই দৃশ্যটো বলৰাজৰ অভিনয় প্ৰতিভাৰ এক চূড়ান্ত প্ৰতীক ৰূপে অতিশয় প্ৰশংসিত হৈছিল। মানুহে নেজানিছিল যে বলৰাজৰ কাৰণে সেয়া আছিল নিজৰ জীৱনতে সন্মুখীন হোৱা বাস্তৱ পৰিস্থিতি এটাৰ পুনৰাভিনয় মাত্ৰ।

ন

# শেষ অধ্যায়

বলৰাজে তেওঁৰ অন্তৰৰ দুখ-বেদনা সম্পৰ্কে সম্পূৰ্ণ মূক-মৌন হৈ পৰিল। আৰু যিমানদূৰ সম্ভৱ স্বাভাৱিক ধৰণে নিজৰ কাম-কাজ কৰি থাকিল। চলচ্চিত্ৰ সম্পৰ্কীয় কাম যথেষ্ট কমাই আনিলে যাতে লেখা-পঢ়াত অধিক সময় খটুৱাব পাৰে। কেইবছৰমান আগতে তেওঁ প্ৰীতনগৰত এটা সৰু ঘৰ কিনিছিল। সেইটোকে মেৰামতি কৰি আৰু আচবাব পত্ৰেৰে সজাই ল'লে— যাতে পঞ্জাবত অধিক সময় কটাবলৈ সুবিধা হয়। তেওঁ আনকি তেওঁৰ সৰু মটৰ-গাড়ীখনো মোৰ ওচৰত থৈ গৈছিল। যাতে পঞ্জাবত ফুৰা-চকা কৰিবলৈ সহজ হয়।

দেশ বিভাজনৰ পৰিপ্ৰেক্ষিতত মুছলিম সমাজৰ অৱস্থাৰ ভেটিত নিৰ্মিত কথাছবি 'গৰম হাৱা' বলৰাজৰ কাৰণে শেষকীৰ্তি স্বৰূপ আছিল। নিজৰ দেশতে বিদেশী হ'ব লগীয়া অৱস্থাত পৰা আগ্ৰাৰ মুছলমান ব্যৱসায়ী এজনৰ চৰিত্ৰটিত বলৰাজে অবিস্মৰণীয় অভিনয় কৰিছিল। দেশ বিভাজনৰ বিষময় পৰিণতিৰ অভিজ্ঞতা তেওঁ নিজৰ উচ্ছেদ হোৱা পৰিয়ালৰপৰাই প্ৰত্যক্ষ কৰিছে আৰু তাৰ কাৰণে পৰিয়ালটোৱে অশেষ দুৰ্দশা ভোগাও দেখিছে। কাহিনীটোত মুছলমান ব্যৱসায়ীজনৰ ছোৱালীজনীৰ মৃত্যু হয়। সেই দৃশ্যটোৰ নিবেদন অতিবাস্তৱ আৰু অতিশয় আবেদনশীল হোৱাৰ মূলতে আছিল বলৰাজৰ জীৱনৰ নিজস্ব সমধৰ্মী বেদনাৰ কাহিনী। কথাছবিখনৰ মুছলমান ব্যৱসায়ীজনৰ চৰিত্ৰত যি আকৰ্ষণীয়তা, গাম্ভীৰ্য্য আৰু চৰম সংযম অংকিত হৈছিল— বলৰাজো বাস্তৱ ক্ষেত্ৰত সেইবোৰ গুণৰেই অধিকাৰী আছিল। তেওঁৰ এই শেষ অভিনয়, বহু দিশেৰে তেওঁৰ শ্ৰেষ্ঠ অভিনয়ো আছিল।

কিন্তু বলৰাজে তেওঁৰ দৈহিক সামৰ্থ্যতকৈ অধিক কাম কৰিবলৈ লৈছিল। তেওঁ তেওঁৰ 'বাপু ক্যা কহেগা?' নাটখন সম্পূৰ্ণ কৰিছিল আৰু এখন উপন্যাস লিখিবলৈ আৰম্ভ কৰিছিল। আকৌ এবাৰ তেওঁৰ বাসনা হৈছিল– পঞ্জাবতে থাকি সকলোখিনি সময় সাহিত্য-চৰ্চাত কটাই দিবলৈ। পুণাৰ ফিল্ম ইনষ্টিটিউটত অধ্যক্ষ হিচাপে তেওঁক মকৰল কৰাৰো প্ৰস্তাৱ উঠিছিল বুলি তেওঁৰ মৃত্যুৰ পিচতহে আমি জানিব পাৰিছিলোঁ; বলৰাজৰ প্ৰথম মৃত্যু বাৰ্ষিকীত সেই সময়ৰ তথ্য আৰু অনাতাঁৰ মন্ত্ৰী শ্ৰীআই. কে. গুজৰালে তেওঁৰ ভাষণত এই কথা ব্যক্ত কৰিছিল। 1972 চনত পঞ্জাবৰ গুৰু নানক বিশ্ববিদ্যালয় 'ছিনেট'ৰ অন্যতম সদস্য হিচাপে তেওঁক

মনোনীত কৰা হৈছিল। তেওঁক ৰাজ্যসভাৰ সদস্য হ'বলৈও অনুৰোধ কৰা হৈছিল যদিও, তেওঁ প্ৰত্যাখান কৰিছিল। তেওঁ যদিও কথাছবিৰ কাম কমাই আনিছিল, তথাপি কিন্তু ক'ৰবাত কিবা অশান্তি হ'লেই– সামাজিক কামত নিমগ্ন নোহোৱাকৈ থাকিব পৰা নাছিল। আকৌ এবাৰ তেওঁ ভ্ৰমণ আৰম্ভ কৰিছিল, নাট মঞ্চস্থ কৰিবলৈ লৈছিল, আৰু লগতে বোম্বেৰ কাম-কাজবোৰ সামৰি আনিছিল।

1972 চনৰ নৱেম্বৰ মাহত দিল্লীৰ জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ সমাৱৰ্তনত ভাষণ দিবলৈ বলৰাজ নিমন্ত্ৰিত হৈছিল। আমাৰ বিশ্ববিদ্যালয়বোৰৰ ইতিহাসত এগৰাকী চলচ্চিত্ৰ অভিনেতাক এনেদৰে সন্মানিত কৰাটো এয়েই প্ৰথম আছিল। বহুতো সম্ভ্ৰান্ত বুদ্ধিজীৱিয়ে উক্ত ব্যৱস্থাক বিদ্ৰূপ কৰিছিল। আনকি বিশ্ববিদ্যালয়ৰ শিক্ষকসকল আৰু ছাত্ৰসমাজো এই ক্ষেত্ৰত দ্বিধাগ্ৰস্ত হৈছিল। সমাৱৰ্তনৰ দিনা পুৱা দিল্লীৰ বাতৰিকাকতত এজন অভিনেতাই সমাৱৰ্তনত ভাষণ দিয়া বিষয়ে বিৰূপ মন্তব্যৰ চিঠি প্ৰকাশিত হৈছিল। কিন্তু তেওঁৰ অভিভাষণখন ইমান ৰোমাঞ্চকৰ আৰু প্ৰেৰণাদায়ক আছিল যে সমগ্ৰ শ্ৰোতামণ্ডলী অভিভূত আৰু প্ৰশংসামুখৰ হৈ উঠিছিল।

বলৰাজে পোনপটীয়াভাৱে কিছুমান কথাৰ উল্লেখ কৰিছিল আৰু সেয়া তেওঁৰ অননুকৰণীয় সহজ মুকলিমূৰীয়া স্পষ্ট তথা সহজ ভাষাৰে বৰ্ণনা কৰিছিল। তেওঁ ছাত্ৰসকলক উপদেশবাণী শুনোৱাৰ পৰিৱৰ্তে যেন ছাত্ৰসকলৰ লগত কথা-বতৰাৰ ছলেৰে ভাব বিনিময়হে কৰিছিল। অভিভাষণখন বহুতো সৰু-বৰ ঘটনা, ব্যক্তিগত অভিজ্ঞতা, অতীত স্মৃতি ইত্যাদিৰে পূৰ আছিল আৰু সেয়ে ফলদায়ক তথা শক্তিশালী হৈছিল। বহুতো সত্য কথা পোনপটীয়াভাৱে কোৱা কাৰণে ছাত্ৰসমাজক আকৰ্ষিত কৰিছিল আৰু লগতে চিন্তাৰ খোৰাক যোগাইছিল।

স্বাধীন চিন্তাৰ কাৰণে তেওঁ উদাত্ত আহ্বান দিছিল। তেওঁ কৈছিল–

"যিপিনেই চাওঁ, মই দেখো যে স্বাধীনতা লাভৰ পঁচিছ বছৰ পিচতো বহুদিনীয়া বন্ধনৰ পিচত সঁজাৰপৰা এৰি দিয়া চৰাইৰ দৰে আমি ঘুমুটিয়াই ফুৰিছোঁ– স্বাধীনতাৰে কি কৰিব লাগে তাৰ যেন উৱা-দিহকে পোৱা নাই। বন্ধন-মুক্ত চৰাইটোৰ পাখি আছে ঠিকেই, কিন্তু যেন মুকলি আকাশত উৰাৰ সাহস গোটাব পৰা নাই। সজাৰ ভিতৰত থাকি অহাৰ দৰে, এতিয়াও যেন সেই চৰাইটোৱে এটা নিৰ্দ্ধাৰিত সীমাৰ মাজতে থাকিব খোজে।

বলৰাজৰ মতে এজন মুক্ত স্বাধীন মানুহ তেৱেঁই, যাৰ চিন্তা কৰাৰ ক্ষমতা আছে, সিদ্ধান্ত ল'ব পাৰে আৰু নিজেই সক্ৰিয় পন্থা গ্ৰহণ কৰিব পাৰে। "কিন্তু দাস বা গোলামে সেই শক্তি হেৰুৱাই পেলায়। সি সদায় তাৰ চিন্তা আনৰপৰা ধাৰে লয়, সিদ্ধান্ত সঘনে সলনি কৰে আৰু প্ৰায় ক্ষেত্ৰতে গতানুগতিক পথেৰেই চলি থাকে।"

আনহাতে বলৰাজে বহু উদাহৰণেৰে দেখুৱাইছিল কেনেকৈ সকলো ক্ষেত্ৰতে আমি আমাৰ পথ দেখুৱাবলৈ পশ্চিমীয়া দেশবোৰৰ পিনে চাওঁ। আন ক্ষেত্ৰতকৈ সাংস্কৃতিক ক্ষেত্ৰত এইটো অধিক স্পষ্ট। আমাৰ কথাছবিবোৰো পশ্চিমীয়া কথাছবিৰ অনুকৰণ মাত্ৰ।

আমাৰ ঔপন্যাসিক, চুটিগল্পলেখক আৰু কবিসকল ইউৰোপৰ ফেচনৰ প্ৰৱাহত সহজেই উটি-ভাহি যায়। ঋণ কৰা আৰু স্বপ্নবিলাসী চিন্তাৰ স্বভাৱে কিবা নহয় কিবা ধৰণে সকলো ক্ষেত্ৰতে ভুমুকি মাৰে। সেয়ে আনকি আমাৰ নিজস্ব গৌৰৱৰ কথাবোৰো বিদেশীয়ে প্ৰশংসা কৰিবলৈ ধৰিলেহে যেন আমাৰ চকু মেল খায়। সমগ্ৰ ভাৰতত ঠাকুৰে গুৰুদেৱৰ আসন পালে তেতিয়াহে– যেতিয়া তেওঁ ছুইডেনৰপৰা নবেল বঁটা লাভ কৰিলে। আমেৰিকানসকলে ৰবি শঙ্কৰৰ ক্ষেত্ৰত উচ্ছ্বাসিত হোৱাৰ পিছতহে আমাৰ চেতাৰে উচ্চস্তৰৰ বাদ্যযন্ত্ৰ হিচাপে স্বীকৃতি লাভ কৰিব পাৰিলে। আৰু মই আপোনালোকক ন দি ক'ব পাৰোঁ যে যোগ সাধনায়ো নিজৰ জন্মভূমিত প্ৰভাৱ পেলাবলৈ ইউৰোপৰ প্ৰমাণপত্ৰ পাব লাগিব।

এইখন অধ্যয়নপুষ্ট গতানুগতিক অভিভাষণ নাছিল, আনহাতে ভৎসষৰ আনুষ্ঠানিক বক্তব্যও নাছিল। বলৰাজে পোনপটীয়াভাৱে ছাত্ৰসমাজক উদ্দেশ্য কৰি কথাবোৰ কৈছিল আৰু প্ৰতিটো কথাই তেওঁলোকৰ মনত দ ছাপ বহুৱাইছিল। অভিভাষণত অকল স্বাধীন চিন্তাৰ আহ্বানেই নাছিল; লগতে আমাৰ গোলামী মনোভাব ত্যাগ কৰি এখন মুক্ত স্বাধীন দেশৰ নাগৰিকৰ বাবে উপযোগী মূল্যবোধ সৃষ্টি কৰিবলৈ সাহসেৰে আগবঢ়াৰ বাবেও শক্তিশালী আহ্বান আছিল।

ৰাজহুৱা জীৱনত বলৰাজ সংলগ্ন হৈ থকাৰপৰা বিৰত হোৱা নাছিল; কিন্তু তেওঁৰ সততে অন্তৰ খুলি খোৱা বেদনাৰপৰা অব্যাহতি পোৱা নাছিল।

কথাছবিৰ কাম কমাই অনাত মোৰ হাতত যথেষ্ট সময় আছিল, কিন্তু প্ৰায়েই মোৰ মন উদ্যম ভাবেৰে ভৰি থাকে আৰু কিযে কৰোঁ নিজে ভাবি নেপাও....।

একেখন চিঠিতে, কিছু ৰসিকতাৰ তেওঁ নিৰ্জনবাসলৈ উভতি যোৱাৰ উল্লেখ কৰিছিল আৰু লিখিছিল–

বহুতৰ মাজত এজন [illegible] থকা ধাৰণাটোৱেই হতাশাজনক আৰু অসহনীয়। তেনেহ'লে বৰ বৰ প্ৰগতিৰ ঘোষণাবোৰৰ বাকী থাকিলেইনো কি? আৰু যেতিয়া মই চাৰিওপিনে ঘূৰি-পকি চাও, দেখো– প্ৰায়বোৰ আমাৰ প্ৰগতিশীল বন্ধুও একেই। তেওঁলোকে সকলো সময়তে জনসাধাৰণ তথা ৰাইজৰ কথা কয়, কিন্তু কাৰ্য্যতঃ তেওঁলোকৰ প্ৰায়খিনি শক্তি ক্ষয় হয় সেই ৰাইজৰ সেই জনসাধাৰণৰ উৰ্দ্ধলৈ উঠাৰ চেষ্টাত; বিশেষ একোজন হোৱাৰ চেষ্টাত, নাম-যশ আহৰণ কৰাৰ চেষ্টাত। মই ভাবো, এইটো আমাৰ জীৱনৰ পৰস্পৰ বিৰোধী মৌলিক পৰিস্থিতি বিশেষ।

আনহাতে, বেছিভাগ ক্ষেত্ৰতে এই বিষয়ে আমি অকণো সচেতন নহ'ও...। আমাক সৰুৰেপৰা এনে ধৰণে তোলা হয় বা শিক্ষা-দীক্ষা দিয়া হয়, যাৰপৰা ধন-সম্পদ বা সমাজত আগশাৰী পাব পৰা কামতহে গুৰুত্ব আৰোপ কৰা হয়। আমি মহৎ আদৰ্শৰ কথা ক'ব পাৰোঁ, সেইবোৰৰ গুণগান কৰিব পাৰোঁ, আনকি ধন-সম্পদ বা সামাজিক স্বীকৃতি নথকা অৱস্থালৈও হাবিয়াস কৰিব পাৰোঁ— কিন্তু সেয়াও নিজৰ বাবে নিৰাপদ অৱস্থিতি তথা আৰামৰ জীৱনৰ নিশ্চয়তাৰ পটভূমিৰপৰাহে। (চিঠি, মাৰ্চ 1973)।

1973 চনৰ মাৰ্চৰ তেওঁৰ ডায়েৰিত (দিনপঞ্জী) এটা পাত আছে, যি তেওঁৰ হৃদয়ৰ অসহনীয় ব্যথাৰ ছবি দাঙি ধৰে। যিমান ধৰণেই চেষ্টা নকৰক কিয়, তেওঁ শৰনামৰ চিন্তা আৰু তাইৰ সমস্যা সমাধানত নিজৰ ব্যৰ্থতাৰ তীক্ষ্ণ চেতনাৰ হাত সাৰিব পৰা নাছিল। সম্ভৱতঃ, যদি বলৰাজে তেওঁৰ মনৰ কথা খুলি ক'ব পাৰিলেহেঁতেন, তেওঁৰ দুখ-বেদনাৰ বিষয়ে আত্মীয়জনক সকলো কথা জনাব পাৰিলেহেঁতেন, সেয়ে তেওঁক সান্ত্বনা দিলেহেঁতেন। কিন্তু এইবোৰেই জীৱনৰ কঠিন 'যদি' 'হেঁতেন', যি বিষয়ে আমি আক্ষেপ কৰোঁ যেতিয়া সময় উকলি যায়। দুমাহমান আগতে, বলৰাজ দিল্লীলৈ আহিছিল, আৰু এদিন সন্ধিয়া মই আৰু মোৰ পত্নীয়ে তেওঁক এখন নাট্যাভিনয় চাবলৈ লৈ গৈছিলোঁ। নাটকখন চাই থাকোঁতে গম পালোঁ যে নাটকৰ বিষয়বস্তু হ'ল এজনী খাপ নোখোৱা ধৰণৰ বিৱাহপাশত আবদ্ধ গাভৰুৰ মনোবেদনা। কাহিনীটো মৰ্মন্তুদ, বহুখিনি শৰনামৰ দুৰ্ভাগ্যৰ লগত মিল থকা ধৰণৰ। মই গোপনে বলৰাজলৈ চাইছিলোঁ, দেখিছিলোঁ তেওঁৰ গালেৰে চকুলোৰ ধাৰ বৈ আছিল। যেতিয়া নাটকৰ বিৰতি (ইন্টাৰভেল) হৈছিল, আৰু প্ৰেক্ষাগৃহত বত্তিবোৰ জ্বলি উঠিছিল, বলৰাজে যথাসম্ভৱ স্বাভাৱিক ভাব দেখুৱাবলৈ যত্ন কৰিছিল আৰু মুখমণ্ডলৰ আধালৈকে ৰুমালখনেৰে ঢাকি লৈছিল যাতে মানুহে তেওঁক চিনি নেপায় প্ৰায়েই তেওঁ আনৰ চকুত ধৰা পৰাৰপৰা আঁতৰত থকাৰ বাবে এই বুধিটোকে কৰে। আৰু যেতিয়া আমি নাটকখনৰ বাকীভাগ নেচাও বুলি থিৰ কৰিছিলোঁ, তেওঁ জোৰ দিছিল যাতে আমি থাকোঁ আৰু লগতে দুখ কৰিছিল যে তেওঁ আমাৰ অৱসৰ-বিনোদনৰ আনন্দখিনি নষ্ট কৰি দিলে।

মৃত্যুৰ প্ৰায় দেৰমাহমান আগতে লিখা 1973 চনৰ তিনি মাৰ্চৰ দিনপঞ্জীত তেওঁ লিখিছিল—

শৰনামে আমাক চিৰকালৰ বাবে এৰি যোৱাৰ পিচত এবছৰ পাৰ হৈ গ'ল। তাইৰ মৃত্যুৰ সঠিক তাৰিখটো কাৰোবাক সুধিবলৈকো মোৰ সাহে নুকুলায়। এইটো মাত্ৰ মোৰ মনৰ ধাৰণা, তাই তিনি নৱেম্বৰত উপজিছিল আৰু তিনি মাৰ্চত তাইৰ মৃত্যু হৈছিল।

বহু দিন আগতে মই ভাবিছিলোঁ মই এই দিনটো অনাহাৰে থাকিম। মই অত্যন্ত বেদনাহত হৈ সাত বজাত সাগৰ পাৰলৈ (বীচ) ওলাই গৈছিলোঁ। মই ভাবিছিলোঁ এঘন্টা

বা দুঘণ্টাৰ পিচত মোৰ মন শান্ত হৈ পৰিব , সম্ভৱ ভৱিষ্যত জীৱন-যাপনৰ বাবে কিবা আলোকৰ সন্ধান মই পাম। কিন্তু সেয়া নহ'ল। মনৰ বেদনা বাঢ়িহে গৈছিল।... সাগৰ-তীৰত এটা ক'লা বৰণীয়া শিল মোৰ চকুত পৰিছিল। তাতে দৃষ্টি নিবন্ধ কৰি, মই জোঁৱাৰ উঠিছে নে ভাটা পৰিছে সেয়া অনুমান কৰাৰ চেষ্টা কৰি আছিলোঁ। বহু পৰলৈ দুয়োটাৰে ইঙ্গিত যেন মই দেখিছিলোঁ। বোধকৰোঁ শিলটো বহু আঁতৰত আছিল। মই ওচৰ চাপি গৈছিলোঁ আৰু দেখিছিলোঁ সেয়া কাৰোবাৰ পদচিহ্ন। জোঁৱাৰ উঠি আছিল। পদচিহ্ন উটুৱাই নিছিল। সেই মুহূৰ্ততে মই দেখিছিলোঁ পথাৰৰ এন্দুৰ এটাই বালিত খুন্দিয়াই আছে। বোধকৰো ওচৰৰ কোনোবা বাগানৰপৰা সি সাগৰৰ পাৰ পাইছিলগৈ। এতিয়া ভাগৰি পৰিছে; পিয়াহৰ তাড়নাই পানীৰ ওচৰলৈ তাক টানিছে– এটা বিপদে আনটোৰপৰা ৰক্ষা কৰিব পাৰে এই ধাৰণাৰে। ঢৌ আহিছিল আৰু তাক তিয়াই দিছিল। পথৰুৱা এন্দুৰটো তেনেদৰেই পৰি আছিল, তাকেই ভাগ্যৰ লিখন বুলি লৈছিল। গাটো লৰচৰ কৰিবলৈ বা প্ৰতিৰোধ কৰিবলৈ তাৰ শক্তি নাছিল। অতি কম সময়তে সি মুক্তি পাইছিল।

ময়ো এনে এক মুক্তিৰ বাবে হাবিয়াস কৰিবলৈ আৰম্ভ কৰিছিলোঁ।

অলপ পিচতে কবীৰ বেদী আৰু তেওঁৰ সৰু ল'ৰাটি আহি মোৰ কাষতে বহিছিলহি। মই ততালিকে শিশুটিৰ লগত বন্ধুত্ব পাতিলোঁ। এসময়ত মই একেদৰে শৰনামৰ লগত খেলিছিলোঁ আৰু সাগৰ-তীৰত তাইক দৌৰাই লৈ ফুৰিছিলোঁ। আমি দুজনে তাইৰ দুবাহুত ধৰি দোলাই দিছিলোঁ আৰু কৈছিলোঁ যে তাইক আমি এৰোপ্লেন বনাইছোঁ।

অলপ উজনিত পৰীক্ষিত, তাৰ কিছুমান বন্ধুৰ লগত বহি আছে। আজি তাক ধুনীয়া আৰু স্বাস্থ্যবান যেন লাগিছে। সি দীৰ্ঘজীৱী হওক। ঈশ্বৰে তাক কৃতিত্বৰ সফলতা দান কৰক। মই আগবাঢ়ি গৈ, আৰু অলপ উজনিত বহিলোগৈ। তাত অঞ্জু আৰু কুকীয়ে মোক লগ ধৰিলেহি। কুকীয়ে ফুৰোঁ বুলি আগুৱাই গৈছিল আৰু অঞ্জুৱে ওচৰতে 'বীচ'ৰ বালিত শুই পৰি বালিঘৰ সজাত লাগিছিল।

শেষত সিহঁতো গুচি গৈছিল। তেতিয়া প্ৰায় এক বাজিছে.... এটা নিৰ্জনতাৰ চেতনা আৰু শূন্যতাৰ পৰিবেশে মোক আবৰি ধৰিলে। তেতিয়া মই এটা সিদ্ধান্ত লৈছিলোঁ যে এতিয়াৰপৰা মই পঞ্জাবতে থাকিম আৰু তাতেই মৰিম।

....যেতিয়া মই ঘৰলৈ উভতিছিলোঁ, মই অনুভৱ কৰিছিলোঁ যেন শৰনামৰ কণ্ঠেৰে মোক মাতিছে, "আহা দেউতা! আহানা!"

মৃত্যুৰ পাঁচদিন মাত্ৰ আগতে, আঠ এপ্ৰিল তাৰিখে বলৰাজে এখন চুটি চিঠিত মোলৈ লিখিছিল যে তেওঁ তেৰ এপ্ৰিল তাৰিখে পঞ্জাবলৈ ৰাওনা হ'ব আৰু জোৰ কৰিছিল যাতে ময়ো তেওঁৰ লগত যাবলৈ সাজু হৈ থাকোঁ। দুৰ্ভাগ্য যে এইখনেই

বলৰাজৰপৰা পোৱা একমাত্র চিঠি যিখন চিঠি মই ফালি পেলাইছিলোঁ– কাৰণ পঞ্জাব অভিমুখে অহা খবৰৰ বাহিৰে তাত আন একো কথা নাছিল। তদুপৰি এই খবৰটোৰ বিশেষ গুৰুত্ব নাছিল। এনে কথা তেওঁ আগৰ কেবাখন চিঠিতো লিখিছিল; অৱশ্যে সেইবোৰ চিঠি মই ফালি পেলোৱা নাছিলোঁ। হায়, অৱশেষত যেতিয়া তেওঁ সঁচা-সঁচিকৈ পঞ্জাবলৈ উভতি আহিব খুজিছিল, আহিব নোৱাৰিলে।

বলৰাজৰ 1973 চনৰ তেৰ এপ্রিল তাৰিখে মৃত্যু হয় ; এই দিনটো পঞ্জাবী সকলে শুভদিন বুলি গণ্য কৰে। ঠিক নিশ্চিতভাৱে ক'ব নোৱাৰিলেও, সম্ভৱতঃ অন্তৰৰ গভীৰ ব্যথা-বেদনাই গভীৰভাৱে হৃদযন্ত্র বিকল কৰাৰ ফলত তেওঁ মৃত্যুমুখত পৰিছিল। তেওঁ সদায় সুন্দৰ স্বাস্থ্যৰ আছিল। মাত্র এবাৰ, আগ্রাত 'গৰম হাৱা'ৰ দৃশ্যগ্ৰহণৰ সময়ত দৈহিক অস্বস্তিৰ কথা কৈছিল যদিও যকৃতৰ সামান্য অসুস্থ বুলি উৰুৱাই দিছিল। আনকি শেষৰ অসুখৰ দিনা পুৱাও তেওঁ সুস্থ অনুভৱ কৰিছিল। দৈনিক কাৰ্য্যক্ৰম অনুসৰি সাগৰত গা ধুবলৈ গৈছিল, ব্যায়াম কৰি উঠিছিল আৰু ষ্টুডিঅ'লৈ যাবলৈ সাজু হৈছিল। তেওঁ ষ্টুডিঅ'ৰপৰা টেলিফোন পাবলৈ ৰৈ আছিল। তেতিয়া অলপ জিৰণিৰ বাবে লেটি লৈছিল আৰু সেই সময়তে অলপ অস্বস্তি অনুভৱ কৰাৰ কথা কৈছিল। সেয়ে ভীষণ ধৰণৰ 'হাৰ্ট-এটাক্' অৰ্থাৎ তীব্ৰ হৃদৰোগ হিচাপে দেখা দিলে আৰু ততাতৈয়াকৈ তেওঁক নানাৱতী হস্পিতেললৈ স্থানান্তৰিত কৰা হ'ল।

মন কৰিবলগীয়া যে, যেতিয়া তেওঁক 'লিফ্‌টে'ৰে হস্পিতালৰ নিৰ্দিষ্ট কোঠালৈ লৈ যোৱা হৈছিল, বলৰাজে লগত থকা ডাক্তৰজনক এটা কথা টুকি ল'বলৈ কৈছিল–

"মোৰ কোনো খেদ নাই।
মই এক সম্পূৰ্ণ, সুখী
জীৱন কটালোঁ।"

## দহ

# ওপৰঞ্চি

বলৰাজ আৰু নাই। তেওঁৰ মৃত্যুৰ সাত বছৰ পাৰ হৈ গ'ল। মানুহে তেওঁক স্নেহেৰে স্মৰণ কৰে– তেওঁৰ আপোন কৰি ল'ব পৰা উজ্জ্বল ব্যক্তিত্বৰ বাবে, তেওঁৰ অভিনৱ কলা-কুশলতা তথা আচাৰ-ব্যৱহাৰৰ মধুৰতাৰ বাবে, আৰু আমাৰ সাংস্কৃতিক জীৱনলৈ আগবঢ়োৱা তেওঁৰ অৱদানৰ বাবে। আমাৰ দেশত এটা প্ৰবাদ আছে যে মৃত্যুৰ পিচত এজন মানুহে এৰি যাব পৰা সবাতোকৈ মূল্যবান বস্তু হ'ল এক বিশেষ জ্যোতিপুঞ্জ, এক ধৰণৰ ব্যক্তিত্বৰ সুবাস, যিবোৰ তেওঁৰ জীৱনকালৰ কৰ্ম তথা আচৰণৰপৰা উদ্ভূত হয়। আৰু তাকেই বলৰাজে থৈ গৈছিল, আনে ঈৰ্ষা কৰিবলগীয়া ধৰণে বহলভাৱে।

ইমান ওচৰৰপৰা পাই থকা আৰু জীৱন জুৰি আদৰ্শ হিচাপে গ্ৰহণ কৰা কলায়েকৰ বিষয়ে নিৰ্লিপ্তভাৱে বিশ্লেষণ কৰাটো ভায়েক এজনৰ পক্ষে হয়তো অতি কঠিন কাম। কিন্তু মই ভাবো, জীৱনী সাহিত্য মূলতঃ এগৰাকী মানুহৰ ব্যক্তিত্বৰ শক্তিৰ উৎসৰ সন্ধানহে হ'ব লাগে– যিবোৰ অৱদানে তেওঁক তেনে ব্যক্তিত্ব দান কৰিলে সেইবোৰৰ অনুসন্ধান। আনহাতে তেওঁৰ দুৰ্বলতা, বিফলতা বা ক্ষুদ্ৰতাবোৰৰ সন্ধান কৰিব নেলাগে এই কাৰণে যে প্ৰকৃততে প্ৰতিজন মানুহৰে তেনেবোৰ দোষ থাকে। যদি এজন মানুহে ক্ৰমোন্নতিৰ জখলাৰে এটা মৰ্য্যাদাৰ স্থান পায়গৈ– তেনেহ'লে ক'ব লাগিব যে উক্ত দোষ-দুৰ্বলতা-ক্ষুদ্ৰতা সত্ত্বেও সেইজনে তেনে মৰ্য্যাদাৰ স্থান পাইছে। শেষততো আমি তেনেজনক তেওঁৰ বিফলতা বা দুৰ্বলতাৰ বিচাৰ নকৰোঁ; বিচাৰ কৰোঁ কৃতিত্বৰ মাপকাঠীৰেহে– আৰু সমাজলৈ আগবঢ়োৱা অৱদানৰ লেখেৰেহে।

বলৰাজ সামগ্ৰিকভাৱে একক আছিল। তেওঁৰ অন্তৰ আৰু বাহিৰ বুলি দ্বিধাবিভক্ত চৰিত্ৰ নাছিল। প্ৰত্যেকটো পৰিস্থিতিতে তেওঁ একেজন ব্যক্তি ৰূপেই থিয় দিছিল আৰু তেনে নকৰাকৈ থাকিব পৰা নাছিল। তেওঁ মনত এটা ভাবি, কামত আন ধৰণে আচৰণ কৰাৰ কথা কল্পনাতো ঠাই দিব নোৱাৰিছিল।

তেওঁৰ চৰিত্ৰত, বিশেষকৈ ডেকাকালত এক ধৰণৰ অস্থিৰতা আছিল, আৰু সেয়ে তেওঁক সাহসী আৰু বেপৰোৱা কৰিছিল। আগ-পিচ বিশেষ নেভাবি তেওঁ একোটা কামত জঁপিয়াই পৰিছিল, আৰু বহু ক্ষেত্ৰত এন্ধাৰৰ মাজলৈহে যেন তেওঁ জঁপিয়াই পৰিছিল। তেওঁ অস্থিৰভাৱে আৰু বেপৰোৱা হৈ কৰা বহুতো কামৰ কথা

মনত পৰে কেতিয়াবা সাধাৰণ কথাতেই আনহাতে কেতিয়াবা তাৎপৰ্য্যপূৰ্ণ বিষয়ে। এবাৰ ডেকা বয়সত তেওঁ কলেজৰ 'লেজাৰ' আৰু 'নিকাৰবোকৰ' পিন্ধিয়েই ইংৰাজসকলৰ ক্লাবঘৰ এটাত বলডান্স চলি থকাৰ পৰতে সোমাই গৈছিল, মাত্ৰ এই কাৰণেই যে এজন বন্ধুৱে তেনে সাহস নাই বুলি তেওঁক প্ৰত্যাহ্বান জনাইছিল। আন এবাৰ, মোৰ অত্যন্ত বাধা সত্ত্বেও বোম্বেৰ টেক্সটাইল কমিছনাৰ অফিচত বলেৰে সোমাই গৈছিল, যদিও কমিছনাৰে পিয়নটোক কাকো ভিতৰ সোমাবলৈ নিদিয়াৰ কঠোৰ নিৰ্দেশ দি থৈছিল। অকল যে তেওঁ অফিচটোত সোমায়েই গৈছিল সেয়া নহয়, লগতে তেনেদৰে প্ৰৱেশ বন্ধ কৰা নিৰ্দেশ দিয়া কাৰণে বিষয়াজনৰ লগত ঘোৰ তৰ্ক কৰিছিল। কোনো এটা কামত জঁপিয়াই পৰাৰ আগতে, তেওঁ কাচিতহে সুস্থভাৱে তাৰপৰা হ'ব পৰা ফলাফলৰ কথা ভাবিছিল। এবাৰ যদি কিবা এটা কথা তেওঁৰ মগজুত সোমাল, তেনেহ'লে সমস্যাটোৰ যোগাত্মক বা নীতিবাচক দিশবোৰ ভবাৰ কথা তেওঁ চিন্তা নকৰিছিল। সেই দৰেই তেওঁ ঘৰ এৰি শান্তিনিকেতন পাইছিল, পিচলৈ শান্তিনিকেতন এৰি ৱাৰ্দ্ধালৈ গৈছিল আৰু তাৰ পিচত ইংলণ্ডলৈ। যোগাত্মক দৃষ্টিৰে তেওঁৰ এনে চাৰিত্ৰিক বৈশিষ্ট্যই শিল্পী হিচাপে সাহসী এক্সপেৰিমেণ্ট বা পৰীক্ষা-নিৰীক্ষা চলোৱাত সহায়ক হৈছিল; আৰু দ্বিধাভাৱ বা দুৰ্বলতাও আঁতৰাই তেওঁৰ কৰ্মৰ দিগন্ত প্ৰসাৰিত কৰিছিল। আনহাতে এবাৰ কিবা এটা বিষয়ত তেওঁ অনুৰাগ হেৰুৱাই পেলালে বা তাৰ প্ৰতি বিৰূপ হ'লে– তাৰপৰা আঁতৰি অহাত অলপো পলম নকৰিছিল। জীৱনৰ কোনো পৰিস্থিতিতে, অভাৱৰ দিনতেই হওক বা প্ৰাচুৰ্য্যৰ কালতেই হওক, তেওঁৰ বাবে টকা-পইচাৰ কোনো আকৰ্ষণ নাছিল।

কিন্তু তেওঁৰ কাৰণে অস্থিৰতা বা চাঞ্চল্য সামাজিকতাৰ প্ৰতি বেপৰোৱা ভাব নহয়। সেয়া আছিল আত্মপ্ৰকাশৰ বাবে অধিক সুন্দৰ বা উন্নততৰ পথৰ চিৰন্তন সন্ধান, অধিক জ্ঞান তথা অভিজ্ঞতাৰ সন্ধান। তেওঁ নিৰ্দিষ্ট কিছুমান আইন আৰু গতানুগতিকতাতে আবদ্ধ থাকিব পৰা নাছিল। তেনেদৰে মানি লোৱা অভ্যাস তেওঁৰ কোনোকালে নাছিল। তেওঁ যেনিবা ধৰাবন্ধা 'ৰুটিন'মতে চিন্তাও কৰিব নোৱাৰিছিল, কামো কৰিব নোৱাৰিছিল। এবাৰ তেওঁ নিজৰ বিষয়ে এনেদৰে লিখিছিল– "মই সেই কিম্বদন্তিৰ বান্দৰটোৰ দৰে, যি জুইৰপৰা আঁতৰত থাকে, অথচ তাৰ হাতখন সেই জুইতে ৰাখে।"

তেওঁৰ জীৱন-প্ৰীতি আছিল সামগ্ৰিক। যিহকে তেওঁ ভাল পাইছিল, গভীৰভাৱে ভাল পাইছিল আৰু তাৰ কাৰণে সকলো উছৰ্গা কৰিছিল– সেয়া থিয়েটাৰেই হওক, পঞ্জাবী ভাষাই হওক বা চলচ্চিত্ৰৰ ভাওৱেই হওক। তেওঁ যিটো কামকে হাতত লৈছিল, আন্তৰিকতাৰে তাত নিমগ্ন হৈ পৰিছিল। তেওঁ কেতিয়াও যন্ত্ৰৰ দৰে

বা আনমনা হৈ কোনো কাম কৰা নাছিল। তেওঁ সকলো ক্ষেত্ৰতে আশাবাদ আৰু জীৱনৰ প্ৰতি ভালপোৱাৰ উদ্ৰেক কৰিছিল, আনকি তেওঁৰ চৰম অন্ধকাৰময় বিপৰ্য্যয়ৰ দিনতো, তেওঁ জীৱনক কিবা এক বিশেষ মূল্যবান সম্পদ বুলি জ্ঞান কৰিছিল– সেয়ে জীৱনৰ প্ৰতিটো মুহূৰ্ত সম্পূৰ্ণভাৱে আৰু আনন্দচিত্তে কটাব লাগে বুলি ধৰি লৈছিল। সেই কাৰণেই তেওঁ তেওঁৰ ত্ৰুটি-বিচ্যুতি তথা হতাশাজনক পৰিস্থিতি অতিক্ৰম কৰিবলৈ কঠোৰভাৱে চেষ্টা কৰিছিল।

তেওঁক মনত পৰিলেই, প্ৰতিবাৰে মোৰ চকুৰ আগত ভাহি উঠে তেওঁৰ আনন্দমুখৰ উদ্দীপনাময় স্বভাৱৰ এখনি চিত্ৰ। প্ৰতিবাৰেই তেওঁ দিল্লীলৈ আহিলে, আমি আমাৰ পুৰণি মটৰ চাইকেলখনত উঠি ঘূৰি ফুৰিছিলোঁ– কেতিয়াবা পুৰণি বন্ধু-বান্ধৱ বা পা-পৰিয়ালৰ ঘৰলৈ গৈছিলোঁ, আৰু আন সময়ত আমাৰ ল'ৰা-ছোৱালীহঁতে পঢ়া ছানৱাৰলৈ দীঘলীয়া যাত্ৰা কৰিছিলোঁ। ঘৰ এৰাৰপৰাই, তেওঁ হয় উচ্চ কণ্ঠেৰে গীত গায় বা আবৃত্তি কৰিবলৈ আৰম্ভ কৰে নাইবা শেহতীয়া গল্প-গুজৱৰ পাতনি মেলে। অভাৱনীয়ভাৱে স্পষ্টবাদী আৰু মুকলিমূৰীয়া বলৰাজে তেওঁৰ বিষয়ে মানুহে কি ভাবে বা কয় সেই কথাত সমূলি মূৰ নঘমাইছিল। আমাৰ পুৰণি বন্ধু গুল কাপুৰে এবাৰ মোক কৈছিল যে, বোম্বেত পুতেকৰ বিয়াৰ সময়ত বলৰাজে পঞ্জাবী নীতি অনুসৰি আলিবাটত আন আন বিৱাহযাত্ৰীৰ লগত নাচি গৈছিল; তেওঁক আবৰি যে সৰু-সুৰা ভিৰ জমিছিল সেই কথালৈ ভ্ৰূক্ষেপেই কৰা নাছিল। বন্ধু-বান্ধৱৰ মাজত তেওঁ যেন অতি সহজ আৰু আনন্দমুখৰ হৈ পৰিছিল আৰু তেওঁৰ গল্প-গুজৱ, অভিজ্ঞতা আদিৰ কথা স্বাভাৱিক উৎসাহ-উদ্দীপনা তথা আন্তৰিকতাৰে অনৰ্গলি ব্যক্ত কৰিছিল। তেওঁৰ মনেপ্ৰাণে ভালপোৱা কামবোৰ আছিল– দূৰ দূৰলৈ খোজ কঢ়া, নানান ঠাই ভ্ৰমণ কৰা, বিবিধ ধৰণৰ অভিজ্ঞতা অৰ্জন কৰা আৰু সকলো স্তৰৰ মানুহৰ মাজত মিলিজুলি ফুৰা।

তেওঁৰ অন্তৰখন আছিল অতি সহানুভূতিশীল, আগ্ৰহী আৰু উদাৰ। মৃত্যুৰ সময়লৈকে তেওঁ স্কুল-কলেজৰ দিনৰ বন্ধু-বান্ধৱ আৰু পা-পৰিয়ালৰ লগত নিয়মিত সম্বন্ধ ৰক্ষা কৰি চলিছিল। তেওঁৰ পৰিয়াল প্ৰীতিও আছিল অতি উগ্ৰ। এবাৰ তেওঁ মোলৈ লিখিছিল–

"নিশ্চিতভাৱে যৌৱনকাল উকলি যাব ধৰিছে আৰু আমাৰ মাজৰ দূৰত্বই মোক অতিষ্ঠ কৰি তুলিবলৈ ধৰিছে। তোমাৰ লগত, মা-দেউতাৰ লগত মই বহু বছৰ কটাইছোঁ। এতিয়া তোমালোকৰপৰা আঁতৰত যি জীৱন কটাই আছোঁ– সেয়া মোৰ বাবে বৰ কৃত্ৰিম আৰু প্ৰাণহীন যেন অনুভৱ হয়।..."

আন এবাৰ মোৰ চুটি আৰু গতানুগতিক চিঠিবোৰৰ বিষয়ে অভিযোগ কৰি লিখিছিল–

"মই তোমাৰ এনেবোৰ চিঠি পঢ়ি ভাল নেপাও। মই এনে চিঠিহে ভাল পাও যিবোৰ মোক আন্তৰিক আলিঙ্গনৰ অনুভূতি দিব পাৰে....।"

দেউতালৈ দিয়া চিঠি এখনত তেওঁ এবাৰ লিখিছিল–

"....মই আপোনাৰ উপদেশ আখৰে আখৰে মানি চলিম, কিন্তু এটা চৰ্তত– বৰষুণৰ বতৰ গ'লে অক্টোবৰ বা নবেম্বৰ মাহত যেতিয়া বতৰ জুৰ পৰিব তেতিয়া আপোনালোক দুয়ো আহি অন্ততঃ ছমাহ ইয়াত থাকিব লাগিব।... যদি ইতিমধ্যে মই এখন গাড়ী ল'ব পাৰোঁ, মই নিজে দিল্লীলৈ গৈ আপোনালোকক লৈ আহিমগৈ।"

যেতিয়া কথাছবি-অভিনেতা হিচাপে তেওঁৰ সুদিন আহিছিল আৰু ধন-সম্পদ হাতলৈ আহিব ধৰিছিল– তেতিয়া তেওঁ আন বহুতৰে অভাৱৰ চিন্তা কৰিবলৈ লৈছিল। তেওঁ যেতিয়া অনুভৱ কৰিছিল যে কাৰোবাৰ টকা-পইচাৰ নাটনি হৈছে– নিবিচৰা সত্ত্বেও তেনে জনলৈ টকা-সিকা পঠিয়াইছিল। আনহাতে প্ৰায়েই মোলৈ লিখিছিল যাতে তেওঁৰ হৈ মই আমাৰ দুখ-দুৰ্দশাত পৰা দুখীয়া সম্বন্ধীয়া মানুহবোৰক সহায় কৰোঁ।

বলৰাজৰ পুৰণি সহকৰ্মী আৰু বন্ধু মিঃ ৰাজেন্দ্ৰ ভাটিয়াই মোক এটা ঘটনাৰ কথা কৈছিল, যিটোৰপৰা বলৰাজৰ মনৰ খবৰ বিশেষভাৱে প্ৰকাশ পায়। এদিনাখন বলৰাজৰ এটা টাইপ-ৰাইটাৰ চুৰি হৈছিল। বহুদিন গ'ল, সেইটো বিচাৰি পোৱা নগ'ল আৰু বলৰাজে বিচৰাৰ চেষ্টা বাদেই দিলে। এদিন হঠাতে মিঃ ভাটিয়াই এখন দোকানত এটা টাইপ-ৰাইটাৰ পৰি থকা দেখিলে আৰু সেইটোৱেই বলৰাজৰ হেৰোৱা টাইপ-ৰাইটাৰটো বুলি চিনি পালে। দোকানীৰপৰা তেওঁ গম পালে যে এজন ডেকা ল'ৰাই বেচি দিবলৈ সেইটো থৈ গৈছিল। সেই ডেকাজন বলৰাজৰে এজন পুৰণি বন্ধুৰ ল'ৰা বুলিও জনা গ'ল। যেতিয়া মিঃ ভাটিয়াই কথাটো বলৰাজক কৈছিলহি, তেতিয়া বলৰাজে মিঃ ভাটিয়াক অলপ টকা দি টাইপ-ৰাইটাৰটো কিনি আনিবলৈ ক'লে। বলৰাজে কৈছিল– 'ভাব হৈছে ডেকা ল'ৰাটোৰ টকাৰ বিশেষ দৰকাৰ হৈছিল। এই টকাখিনিয়ে তাক বিপদৰ পৰত সহায় কৰিব।'

যিদিনা বলৰাজৰ মৃত্যু হৈছিল. তেওঁৰ ঘৰৰ ভিতৰে-বাহিৰে এটা ডাঙৰ ভিৰৰ সৃষ্টি হৈছিল। বন্ধু-বান্ধৱ, পা-পৰিয়াল আৰু বিশিষ্ট ব্যক্তি কিছুমানৰ উপৰি এটা মিশ্ৰিত জনসমাবেশ দেখা গৈছিল– বহুতো মাছমৰীয়া, হোটেলৰ 'বিয়াৰাৰ', চুবুৰীৰ দুখীয়া মানুহবোৰ আৰু আনকি আলিবাটত অনাই-বনাই ফুৰা ল'ৰা-ছোৱালী এজাক। তেওঁৰ ঘৰটো যেন ৰাজহুৱা স্থানত পৰিণত হৈছিল। আনহাতে মই অভিভূত হৈ পৰিছিলোঁ যেতিয়া গম পালোঁ যে তেওঁৰ মৃত্যুৰ বাতৰি পাই দূৰণিৰ ভাৰ্‌ছোভাৰ-পৰা মাছমৰীয়াসকলে খোজকাঢ়ি আহি ওৰে ৰাতি মৃতদেহৰ কাষত পৰ দিছিলহি;

যেতিয়া জানিছিলোঁ যে গোট খোৱা 'হোটেল-বিয়াৰাৰ'বোৰক বলৰাজে হোটেল-মালিকৰ বিপৰীতে চলোৱা দীৰ্ঘদিনীয়া তেওঁলোকৰ হৰতালৰ সময়ত আৰ্থিক সাহায্য দিছিল; আৰু জানিব পাৰিছিলোঁ যে জুম বন্ধা দুখীয়া লোকসকলৰ লগত বলৰাজৰ এটা ব্যক্তিগত সম্বন্ধ আছিল আৰু তেওঁক সিহঁতে অতি শ্ৰদ্ধা-স্নেহৰ চকুৰে চাইছিল।

সৰ্বসাধাৰণ মানুহৰ লগত মিলিজুলি ফুৰা– বাছ-ট্ৰেন আদিত বিভিন্ন ধৰণৰ লোকৰ ভিৰৰ ঠেলা-হেঁচাত ফুৰাতকৈ অধিক আনন্দ আন একোৱে তেওঁক দিব পৰা নাছিল। ইতিমধ্যে খ্যাতি লাভ কৰা বলৰাজৰ লগত ময়ো জাম্বুৰপৰা দিল্লীলৈ একেলগে এদিনীয়া বাছ-ভ্ৰমণ কৰিছিলোঁ। বাটৰ প্ৰতিটো বাছ ষ্টেচনতে তেওঁক চিনি পোৱা একোটা সৰু জনসমাবেশে বলৰাজক আগুৰি ধৰা দেখিছিলোঁ। প্ৰতিজন চাহদোকানীয়ে নিজৰ দোকানত চাহ খাবলৈ তেওঁক জোৰ কৰিছিল; এজন বুট-পলিছ কৰা লোকে তেওঁৰ জোতা চাফ কৰিবলৈ জোৰ কৰিছিল; আৰু যিহেতু বলৰাজৰ কান্ধত এটা কেমেৰা ওলমি থাকিছিল সেয়ে বহুলোকে তেওঁৰ লগত ফটো উঠিবলৈ টানি অনুৰোধ জনাইছিল। প্ৰতিটো বাছ ষ্টেচনতে একে ঘটনা ঘটিছিল। বহুতো ফটোগ্ৰাফ মই লৈছিলোঁ, আৰু বলৰাজে তেওঁৰ লগত ফটো উঠা প্ৰশংসকসকলৰ নাম-ঠিকনা লিখি গৈছিল। প্ৰায় ত্ৰিছখন মান তেনে ধৰণৰ ফটো লোৱা হৈছিল। বোম্বে পোৱাৰ এপষমানৰ ভিতৰতে, বলৰাজে এজাপ ফটো আৰু দীঘলীয়া নাম-ঠিকনাৰ লিষ্ট এখন মোলৈ পঠিয়াই দিছিল আৰু সেইবোৰ সংশ্লিষ্ট ব্যক্তিৰ নামত যথা স্থানলৈ পঠিয়াবলৈ নিৰ্দেশ দিছিল।

কেইবছৰমান পিচত যেতিয়া জনসমাবেশৰ আধিক্যৰ সমানে তাল মিলাবলৈ অসমৰ্থ হৈছিল অথচ ভিৰৰ মাজত ঘূৰি ফুৰাৰ আগ্ৰহো সমানে আছিল– তেতিয়া এটা মুখা তেওঁৰ বাবে কৰি লৈছিল যাতে য'লৈকে ইচ্ছা তেওঁ অচিনাকি হিচাপে যাব পাৰে। বুধিটো সহজ আছিল– এজোৰ চশমা (কাচ নলগোৱা), এটা কৃত্ৰিম নাক আৰু তাৰ তলতে 'বাটাৰফ্লাই কাট'ৰ গোঁফ এজোৰ। সেইবোৰ পিন্ধি লৈ, তেওঁ মুকলিভাৱে ঘূৰি ফুৰিছিল।

সামাজিক সম্বন্ধ ৰক্ষা কৰাৰ লগতে, তেওঁ গভীৰ অধ্যয়নো যথেষ্টভাৱে কৰিছিল। তেওঁৰ অধ্যয়নৰ পৰিধি ব্যাপক আৰু বিবিধ আছিল– সাহিত্য, ৰাজনৈতিক, প্ৰবন্ধ-পাতি, সামাজিক তথা ঐতিহাসিক পুথি-পাঁজি আৰু সাধাৰণৰ প্ৰিয় কিতাপ-পত্ৰ আদি তাৰ ভিতৰত পৰিছিল। তেওঁ ডিটেক্টিভ কাহিনী অতি কমেহে পঢ়া দেখিছিলোঁ, যেনেদৰে তাচ খেলাও অতি কমেহে চকুত পৰিছিল। তথাপি তেওঁৰ অধ্যয়নক 'কিতাপৰ পোক'ৰ লেখীয়া বোলাৰ উপায় নাছিল আৰু পুথি-পত্ৰৰপৰা আহৰণ কৰা জ্ঞান সাধাৰণভাৱে গ্ৰহণ কৰিছিল।

জীৱনত একোজন ব্যক্তিৰ সাধাৰণ দৃষ্টিভঙ্গীৰ বিষয়ে তেওঁ সদায় অধিক উদগ্ৰীৱ আছিল। মূলতঃ তেনে এটা বাস্তৱ, সমতাৰক্ষাকাৰী দৃষ্টিভঙ্গীৰ অধিকাৰী হ'বলৈকে তেওঁ সকলো স্তৰৰ মানুহৰ লগত মিলিছিল, গভীৰ তত্ত্ব-তথ্যৰ কিতাপ-পত্ৰও পঢ়িছিল, আৰু সমাজ-সচেতনতাৰ বাবে আৱশ্যকীয় অৱদান যোগাব পৰা ধৰণৰ অধ্যয়নৰ বাবে কষ্ট স্বীকাৰ কৰিছিল। খৰাংপীড়িত বা সাম্প্ৰদায়িক অশান্তি ঘটা অঞ্চল ভ্ৰমণ কৰাৰ তেওঁৰ যি আগ্ৰহ আছিল– তাৰ মাজত সমাজৰ এজন হিচাপে কৰ্তব্যৰ আহবান তেনেদৰে অনুভৱ কৰিছিল, তাৰ লগতে আচল পৰিস্থিতিৰ বুজ লবলৈ তথা সমাজত বাস্তৱ ক্ষেত্ৰত ঘটি থকা ঘটনাৰ উহ্ বিচাৰি উলিয়াবলৈকো সমানে আগ্ৰহ তেওঁৰ হৈছিল। এজন শিল্পী হিচাপে, এজন লেখক হিচাপে, আৰু এজন নাগৰিক হিচাপে– তেওঁৰ কৰ্মধাৰাৰ সেয়া এৰাব নোৱাৰা দিশ বুলি তেওঁ বিবেচনা কৰিছিল।

এনেকুৱাই আছিল তেওঁৰ মানসিক গঠন। বিনয়ী, অতিশয় পৰিশ্ৰমী, বিৰাট নিষ্ঠাবান ব্যক্তিত্বৰ গৰাকী, বলৰাজে নিজৰ ভাগ্য সামগ্ৰিকভাৱে নিজে গঢ় দি লৈছিল। তেওঁৰ নেৰানেপেৰা স্বভাৱ আৰু কঠিন পৰিশ্ৰমৰ ফলশ্ৰুতি হিচাপেই তেওঁ যশ আৰু কৃতিত্বৰ অনুভূতিকে মাত্ৰ লাভ কৰা নাছিল; লগতে উজ্জ্বল সৰ্বগুণসম্পন্ন বিশেষ এক ব্যক্তিত্বৰো অধিকাৰী হ'বলৈ সক্ষম হৈছিল। আমাৰ যুগত এজন শিল্পী কেনে হোৱা উচিত, তাৰ শ্ৰেষ্ঠতম নিদৰ্শন সম্ভৱতঃ তেৱেঁই আছিল। আৰু প্ৰখ্যাত সাংবাদিক তথা 'ছোচিয়েলিষ্ট ইণ্ডিয়া'ৰ এসময়ৰ সম্পাদক ইকবাল সিঙৰ ভাষাত–

"বলৰাজ ইমান বেছি উদাৰচিতীয়া আৰু সহানুভূতিশীল আছিল যে সেয়া তেওঁৰ চাৰিত্ৰিক ত্ৰুটি বিশেষ যেনেই হৈ পৰিছিল বুলিব পাৰি। যিবোৰ লক্ষ্যৰ লগত তেওঁ জড়িত হৈ পৰিছিল– সেইবোৰৰ ক্ষেত্ৰত তেওঁ অত্যন্ত নিষ্ঠাবান আছিল; সেইবোৰৰ ভিতৰত মূল কেন্দ্ৰবিন্দু আছিল ভাৰতবৰ্ষখনেই– আৰু লগতে বন্ধুৰূপে তেওঁ গ্ৰহণ কৰা ব্যক্তিসকল। সেই কাৰণেই যিসকলে তেওঁক ভালদৰে জানিছিল, তেওঁৰ অভাৱ কাহানিও পাহৰিব নোৱাৰাকৈ অনুভৱ কৰিছিল...।" (ছোচিয়েলিষ্ট ইণ্ডিয়া, 21 এপ্ৰিল, 1973)।

Laser typeset at Seven Stars Publications (P) Ltd., Guwahati-781001
and Printed at Tarang Printers, Delhi-110 092